ASOMAR SAMAJ ITIHASOT NAVA-VAISHNAVBAD
(Impact of Neo-Vaishnavism on the Social History of Assam)
By Anil Roychoudhury and published by Orunodoi Prakashan,
M.L.N. Road, Panbazar, Guwahati - 781001

**Price : Rs. 100.00**

প্ৰথম প্ৰকাশ ঃ ২০০০
দ্বিতীয় প্ৰকাশ ঃ ২০১০

প্ৰকাশক ঃ অৰুনোদই প্ৰকাশন
পাণবজাৰ, গুৱাহাটী - ৭৮১০০১

শব্দ গ্ৰন্থন আৰু প্ৰচ্ছদ
বিৰিঞ্চি কুমাৰ দাস

মুদ্ৰণ ঃ আৰ্ট এন ইমেজ, ১৯৫ কছুবা ৰ'ড, কলকতা - ৪২

দাম ঃ ১০০.০০ টকা

**ORUNODOI PRAKSHAN**
Kumudini Manson, M.L.N. Road, Panbazar
Guwahati -1, Phone : (0361) 260016

নৱবৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ একনিষ্ঠ সাধক
আক্ষৰিক অৰ্থত উদাসীন ভকত
বৰপেটা সত্ৰৰ
পূজ্যপাদ প্ৰয়াত নৰহৰি বুঢ়াভকত আতৈৰ
পৱিত্ৰ স্মৃতিত
শ্ৰদ্ধাৰে
এই পুথিখনি
উছৰ্গা কৰা হ'ল

# ২য় সংস্কৰণৰ পাতনি

**অসমৰ সমাজ ইতিহাসত নৱবৈষ্ণৱবাদ** পুথিখন উলিওৱাওতে কিছু সংকোচ আছিল। কাৰণ আমাৰ পূৰ্বসূৰীসকলৰ বহুতে **থাপনাৰ গোসাঁই আনি চুৱাপাতনিত পেলোৱা** বুলি আৰ্থ-সামাজিক আৰু ঐতিহাসিক দৃষ্টিকোণেৰে বিষয়টো চৰ্চা কৰা কথাত অভিযোগ কৰিছিল।

আজিৰ প্ৰজন্মই বিষয়টোক যে এই দৃষ্টিকোণেৰেও চোৱা প্ৰয়োজন— এনে কথা উপলব্ধি কৰিছে। তাৰে প্ৰমাণ, উক্ত পুথিখন বজাৰত পাবলৈকে নাই আৰু চাহিদাও আছে। সেয়ে দ্বিতীয় সংস্কৰণৰ বাবে উদ্যোগ লোৱা হ'ল।

এই সংস্কৰণটিত **ভৱানীপুৰীয়া গোপাল আতা** শিতানৰ লেখাটো সংযোজন কৰা হৈছে। তাৰ বাহিৰে আন সালসলনি বিশেষ কৰা হোৱা নাই।

সম্প্ৰতি এই লিখকৰ **অসমৰ সমাজ আৰু নৱবৈষ্ণৱবাদ** নামৰ আন এখন পুথি অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিছে, সেইখন পুথিত অসমত নৱবৈষ্ণৱ ধৰ্মৰ বিকাশ আৰু বিস্তাৰ; নৱবৈষ্ণৱ শৃংখলা আৰু অনুশাসন, নৱবৈষ্ণৱ সত্ৰৰ আৰ্থ-সামাজিক দিশ আৰু শ্ৰীমন্তশঙ্কৰদেৱ আৰু অসমীয়া জাতীয়তাবাদ; বিষয় কেইটা থাওকতে আলোচনা কৰা হোৱা বাবে এই পুথিখনৰ ২য় সংস্কৰণত এইবোৰ আলোচনা কৰা হোৱা নাই।

দৈনিক কাকত 'আজি'ত শ্ৰীযুত নলিনীধৰ ভট্টাচাৰ্যদেৱে কিতাপখনৰ এটা সমালোচনা লিখিছিল। এই মূল্যবান লেখাটি **পুথি পৰিচয়** শিতানত সংযোজন কৰা হৈছে। যাবতীয় কাৰিকৰী ব্যৱস্থাৰ দায়িত্ব আৰু উদ্গনি মোৰ প্ৰিয়, সাহিত্যসেৱী, সহমৰ্মী বিপুল খাটনিয়াৰে নিজে মূৰ পাতি নোলোৱা হ'লে হয়তো ২য় সংস্কৰণৰ কাম হাতত লোৱা সম্ভৱপৰ নহ'লহেঁতেন!

**অনিল ৰায়চৌধুৰী**

# পুথি পৰিচয়
## নলিনীধৰ ভট্টাচাৰ্য

সুপৰিচিত লেখক অনিল ৰায়চৌধুৰীয়ে **অসমৰ সমাজ ইতিহাসত নৱ বৈষ্ণৱবাদ** নামৰ এখন পুথি লিখিছে। এইখন তেওঁৰ শেহতীয়া ৰচনা। ঔপন্যাসিক হিচাপে আৰু আৰ্থ-সামাজিক দৃষ্টিকোণেৰে লিখা নানা প্ৰবন্ধৰ ৰচয়িতা হিচাপে তেওঁ অসমীয়া পাঠক সমাজত জনাজাত। নৱ-বৈষ্ণৱবাদৰ আলোচনা সম্ভৱতঃ ভবানন্দ দত্তই আৰম্ভ কৰিছিল; তাৰ পিছত ড° অমলেন্দু গুহ, ড° হীৰেন গোহাঁই, ড° শিৱনাথ বৰ্মন আদিয়ে কোনো কোনো দিশত সাৰ্থক আলোচনা কৰিছে। প্ৰথমতে বেজবৰুৱাই বৈষ্ণৱ ধৰ্মগুৰুসকলৰ জীৱন-চৰিত্ৰ লিখি, ধৰ্ম-তত্ত্বৰো আভাস দিছিল। তাৰ পিছত ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, ৰাজমোহন নাথ আদিয়ে বৈষ্ণৱ ধৰ্মৰ বিভিন্ন দিশ চালি-জাৰি চাইছিল। বেজবৰুৱাই বৈষ্ণৱ ধৰ্মক অসমীয়া জাতীয়তাবাদৰ ভেটি স্বৰূপে দাঙি ধৰিছিল। ড° সত্যেন্দ্ৰনাথ শৰ্মালৈকে যি আলোচনা-বিলোচনা হৈছিল, তাৰ মূল দৃষ্টিকোণ আছিল অসমীয়া জাতীয়তাবাদেই। তাৰ পিছৰ কালত গোটেই বিষয়টোক বস্তুনিষ্ঠভাৱে সামগ্ৰিক দৃষ্টিকোণৰ পৰা চোৱাৰ এটা প্ৰৱণতা দেখা গ'ল। তাৰেই আৰম্ভ কৰিছিল ভবানন্দ দত্তই। ৰায়চৌধুৰীৰ গ্ৰন্থত ধৰ্ম-তত্ত্বৰ আলোচনা নেপাওঁ বা সেই তত্ত্বৰ সামাজিক উৎস কি আছিল তাৰ কথাও তেওঁ আলোচনা কৰা নাই। তেওঁৰ আলোচ্য বিষয় হৈছে নৱ-বৈষ্ণৱবাদৰ উদ্ভৱ আৰু প্ৰসাৰণৰ বাস্তৱ পটভূমি। তথ্য আৰু সমলৰ অভাৱ সত্বেও গোটেই প্ৰসংগটো সাৰ্থকভাৱেই তেওঁৰ উপস্থাপিত কৰিছে বুলি আমাৰ ধাৰণা হৈছে।

প্ৰথম প্ৰবন্ধটোত কি পটভূমিত অসমত বৈষ্ণৱ ধৰ্মৰ বিকাশ ঘটিছিল তাৰ এটা থুলমূল আভাস পোৱা যায়। সীমিত সমলেৰেই লেখকে প্ৰাক-শংকৰী আৰু শংকৰী যুগৰ সমাজৰ জন-গাঁথনি আৰু সাংস্কৃতিক ৰূপ কেনে আছিল তাৰ ইংগিত এই প্ৰবন্ধত দিবলৈ চেষ্টা কৰিছে। ধৰ্ম-বিশ্বাস, জন-গাঁথনি, ৰাজ্যৰ সীমা নিৰ্ণয়ৰ ক্ষেত্ৰত কেৱল প্ৰত্নতাত্ত্বিক সমলবোৰেই

যথেষ্ট নহয়, এইবোৰৰ উপৰি লাগে নৃ-তাত্ত্বিক, সমাজতাত্ত্বিক আৰু অৰ্থনৈতিক জিজ্ঞাসা। এই দৃষ্টিৰ পৰা গোটেই কথাবোৰ ফঁহিয়াই নাচালে সিদ্ধান্তলৈ অহা দুৰূহ কাম। লেখকৰ এই অনুভৱ সঁচা, তথাপি তেওঁ প্ৰসংগটো হাতত লোৱাৰ কাৰণ হ'ল ভৱিষ্যতৰ গৱেষকসকলক সহায় কৰা। প্ৰবন্ধটোত আলোচ্য সময়ছোৱাত অসমত আদি-অধিবাসীসকলৰ সংখ্যাই যে সৰহ আছিল তাক লেখকে উল্লেখ কৰিছে। হিন্দু ধৰ্মাৱলম্বীসকলৰো অনেকেই আৰ্য-হিন্দুমূলৰ নহয় বুলি তেওঁ ক'ব খুজিছে। আদি জনগোষ্ঠীসমূহৰ বেছিভাগেই মাতৃতান্ত্ৰিক আছিল, তেওঁবিলাকৰ মাজত সামাজিক ভেদাভেদ নাছিল। আনকি, ৰজাসকলো তেতিয়া জনজাতীয়ই আছিল। এইখন সমাজত হিন্দুধৰ্মীয় জাত প্ৰথা প্ৰচলনৰ সুযোগ নাছিল। কিন্তু আৰ্থ-সামাজিক পৰিবৰ্তনৰ ফলত জনজাতীয় সমাজতো সামন্তবাদী ধ্যান-ধাৰণাৰ প্ৰৱেশ ঘটিল। লেখকৰ মতে চুতীয়া সভ্যতা আৰ্যহিন্দু সমাজৰ সৈতে আদিম সভ্যতাৰ সমন্বয়ৰ ফলতে সৃষ্টি হৈছিল। চুতীয়া সমাজৰ কিছু পৰিবৰ্তন হৈছিল যদিও তেওঁবিলাক আটায়ে হিন্দু ধৰ্ম গ্ৰহণ কৰা নাছিল। মাত্ৰ সেই সমাজত শ্ৰেণীগত বিভাজন আৰম্ভ হৈছিল। শ্ৰেণী 'শব্দ'ৰ অৰ্থ ইয়াত বোধকৰো বৃত্তিধাৰী জাতিকে বুজোৱা হৈছে। পঞ্চদশ-ষোড়শ শতিকাৰ জন-গাঁথনিৰ তথ্য-পাতি পোৱা টান; তথাপি লেখকে পৰৱৰ্তী জনপিয়লৰ ওপৰত নিৰ্ভৰ কৰি কৈছে যে নামনি অসম, মধ্য অসম আৰু উজনি অসমৰ হিন্দুসকলৰ মাজত জন-গাঁথনিৰ ৰূপটো নামনিত যিমান ঘন, মধ্য আৰু উজনি অসমত সিমান ঘন নাছিল। নতুন সামন্তবাদী গঢ়ৰ সমাজতো পুৰণি বিশ্বাস থকাৰ উদাহৰণ লেখকে দিছে। ইয়াৰ অৰ্থ পুৰণি বিশ্বাসৰ অৱশেষবোৰ নতুন পৰিৱেশতো সতকাই আঁতৰি নাযায়। শঙ্কৰদেৱে 'বৌধ' আৰু 'বামানয়'— এই শব্দ দুটা ব্যৱহাৰ কৰিছিল। লেখকে পঞ্চমকাৰৰ কথা কৈছে। সিয়েই বামাচৰণ উৰ্বৰতা-কৃষ্টিৰ লগত ইয়াৰ সম্পৰ্ক আছিল বুলি লেখকে অভিমত দিছে। শঙ্কৰদেৱেও 'বৌধ' বুলি যাক কৈছিল তেওঁলোক বামাচাৰীয়েই। অৱশ্যে বৌদ্ধ ধৰ্মৰ পিচলৈ সহজযান, বজ্ৰযান আদিৰ দৰে তান্ত্ৰিক শাখাৰো উদ্ভৱ হৈছিল। শঙ্কৰদেৱে কোৱা 'বৌধ'বিলাকে হয়তো সহজযানী হ'ব পাৰে। লেখকে এইকথা কোৱা নাই যদিও পৰোক্ষভাৱে তাৰ ইংগিত দিছে। এই দীঘলীয়া প্ৰবন্ধটোৰ লেখকে মোখনি মাৰিছে সমন্বয়ৰ কথাৰে। তেওঁ দেখুৱাইছে যে সেই সময়ৰ সমাজ ব্যৱস্থাত হিন্দু, জনজাতি আৰু ইছলাম ধৰ্মাৱলম্বী লোক একেলগে বাস কৰিছিল। ইয়াৰ কাৰণ আছিল সংস্কৃতি কাৰো এদনীয়া বস্তু নহয়, সেই সময়ৰ আৰ্থ-সামাজিক পৰিৱেশে বিভিন্ন জাতিৰ মাজত আদান-প্ৰদানৰ সুযোগ দিছিল। এইদৰেই সেই কালত সমন্বয়ৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। লেখকৰ এই অভিমত নিশ্চয়

উপেক্ষণীয় নহয়। ঐতিহাসিকভাৱেও এই কথা সত্য। অসমত জাতিগত বা ধৰ্মীয় বিবাদৰ ঐতিহ্য নাছিল বুলিলেই হয়।

ইয়াৰ পিছত তেওঁ বৈষ্ণৱ ধৰ্মপ্ৰচাৰকসকলৰ জীৱন-বৃত্তান্ত চমুকৈ আলোচনা কৰি চাইছে। সম্ভৱতঃ বৈষ্ণৱ ধৰ্ম প্ৰসাৰণত এই প্ৰচাৰকসকলৰ ভূমিকা কি আৰু কি পৰিৱেশতনো তেওঁবিলাকে এই নতুন ধৰ্মমতক উজনি-নামনিত জনপ্ৰিয় কৰি তুলিছিল তাৰে আভাস দিবলৈ লেখকে এই প্ৰচাৰকসকলৰ জীৱনৰ ইতিবৃত্ত চালিজাৰি চাইছে আৰু **নৱ বৈষ্ণৱী ধৰ্মৰ প্ৰসাৰণ** আদি প্ৰৱন্ধত আমাৰ সত্ৰসমূহৰ সংহতি বিভাগ, থান সত্ৰৰ পাৰ্থক্য, সত্ৰৰ সংখ্যা, আহোম আৰু কোচৰজাসকলৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰত অনুকূল-প্ৰতিকূল ভূমিকা সম্পৰ্কে বিস্তৃত আলোচনা কৰা হৈছে। পাঠকে এইবিলাক বস্তুনিষ্ঠ বিশ্লেষণ পঢ়ি উপকৃত হ'ব। আহোম ৰজাই ভকতসকলক কাড়ী-পাইকৰ পৰা অব্যাহতি দিয়াত সত্ৰ স্থাপন আৰু প্ৰসাৰণত ডাঙৰ সহায় হৈছিল। গদাধৰ সিংহই সত্ৰবিৰোধী স্থিতি এটা লৈছিল। অৱশ্যে ৰুদ্ৰসিংহৰ দিনত আকৌ অনুকূল নীতি এটা লোৱা হ'ল। মাধৱদেৱ কোচৰজা ৰঘুনাৰায়ণৰ ৰাজ্যৰ পৰা লক্ষ্মীনাৰায়ণৰ ৰাজ্যলৈ যাবলৈ বাধ্য হৈছিল। আহোম ৰজাই 'ভূএগ্ৰাধৰা' অভিযানত হৰি জোঁৱাইক কাটি মাধৱদেৱক এৰি দিয়াৰ কাহিনীও তাৎপৰ্যপূৰ্ণ। সংসাৰ বিৰাগী বুলিয়েই মাধৱদেৱৰ প্ৰাণ ৰক্ষা পৰিল। লেখকে এনেবোৰ কথা বিস্তৃতভাৱে তথ্যপাতিসহ আলোচনা কৰি দেখুৱাইছে। আধ্যাত্মিক দৰ্শন আৰু বৈষয়িক চিন্তাৰ দ্বন্দ্বৰ মাজত কেতিয়াবা প্ৰচাৰকসকল উপকৃত হৈছে আৰু কেতিয়াবা শলঠেকতো পৰিছে। ৰুদ্ৰসিংহই পিচলৈ শাক্তধৰ্ম প্ৰচলন কৰিছিল। ইয়াৰ ফলত নৱবৈষ্ণৱ ধৰ্ম আৰু শাক্ত পন্থা দুয়োটাই চলিছিল আৰু একধৰণৰ সংশ্লেষণ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। কোনো কোনো সত্ৰত বিগ্ৰহ স্থাপনৰ বাবেও ৰুদ্ৰসিংহই নিৰ্দেশ দিছিল। এইবোৰ হৈছিল যদিও জাত প্ৰথাৰ প্ৰভাৱ আছিল আৰু নিম্নবৰ্গক অৱহেলাৰ চকুৰে চোৱা হৈছিল। তথাপি সাধাৰণভাৱে আহোম ৰজাসকলৰ চৰকাৰী ধৰ্ম-নীতি সমন্বয়মূলক আছিল বুলি ক'ব পাৰি। লেখকে সংহতি অনুযায়ী সত্ৰসমূহৰ চৰিত্ৰ কেনেকুৱা তাৰো বিশদ আলোচনা কৰিছে। কাল সংহতিৰ সত্ৰসমূহৰ সত্ৰ শৃংখলাত সকলো জাতি-উপজাতিকে সামৰাৰ এটা লক্ষণ দেখা গৈছিল। এই শৃংখলাৰ মাজত যি ঐক্য পৰিস্ফুট হৈছিল, সিয়ে এদিন প্ৰজাবিদ্ৰোহৰো সূচনা কৰিছিল। লেখকে **চাৰি সংহতি** প্ৰৱন্ধত এই কথা উল্লেখ কৰিছে। **অসমত চৈতন্যপন্থী বৈষ্ণৱ ধাৰাৰ প্ৰভাৱ** নামৰ এটি প্ৰৱন্ধত বংগদেশৰ চৈতন্যপন্থী সত্ৰ কেইখনমান অসম উপত্যকাত থকাৰ কথা উল্লেখ কৰিছে। এই পন্থা ঘাইকৈ দুটা ধাৰাত বিভক্ত, এটা গোস্বামী আৰু আনটো সহজীয়া। গোস্বামী ধাৰাক ড° সত্যেন্দ্ৰনাথ শৰ্মাই ব্ৰহ্মসংহতিৰ অন্তৰ্ভুক্ত কৰিছে।

সহজীয়া পন্থাৰ বিষয়ে স্পষ্টকৈ একো ক'ব পৰা হোৱা নাই। লেখকে কাল সংহতিৰ কিছুমান সত্ৰৰ পদ্ধতি আৰু **ৰাতি খোৱা** আদি সম্প্ৰদায়ৰ ৰীতিৰ লগত চৈতন্যপন্থী বৈষ্ণৱ সহজীয়া পন্থাৰ কিবা মিল-অমিল থাকিব পাৰে বুলি ভাবে যদিও তাৰ বিস্তৃত অনুসন্ধান এতিয়াও হোৱা নাই বুলি মন্তব্য কৰিছে। বৌদ্ধ সহজীয়া তন্ত্ৰৰ সাধনা-ৰীতিৰ লগতো ইয়াৰ কিবা মিল আছে নেকি তাকো চোৱাৰ প্ৰয়োজন আছে বুলি আমি ভাবো।

**বেদাচাৰ, লোকবিশ্বাস, লোকাচাৰ, জাতিভেদ, ইছলাম সংস্কৃতি** আদি শিতানত লিখা প্ৰবন্ধবোৰতো লেখকৰ অনুসন্ধিৎসা প্ৰকাশ পাইছে। বেদাচাৰ নো কি? মাধৱদেৱৰ এটা শ্লোকত শ্ৰুতি স্মৃতিৰ উলংঘা কৰাটো উচিত নহয় বুলি কৈছে। শ্ৰুতি, স্মৃতি আৰু নিবন্ধৰ দ্বাৰা নিয়ন্ত্ৰিত সমাজত পৰম্পৰাগতভাৱে যিবোৰ ধাৰণা, বিশ্বাস আৰু সংস্কাৰ চলি থাকে সেইবোৰকে বেদাচাৰ বুলি ক'ব পাৰি। নিবন্ধবোৰত নীতি-নিয়মৰ প্ৰায়োগিক দিশ স্পষ্টকৈ দিয়া আছিল। দশ সংস্কাৰ আদি বিভিন্ন পন্থাই মানি চলিছিল। মন কৰিবলগীয়া কথা হ'ল, এই নিবন্ধবোৰৰ এটা কামৰূপী ধাৰা আৰু এটা বংগদেশীয় ধাৰা আছিল। দুয়োটাৰ ওপৰতে গুৰুত্ব দিয়া হৈছিল। এনেধৰণৰ নিবন্ধবোৰৰ ওপৰত ৰজাঘৰীয়া নিয়ন্ত্ৰণ নথকাত সমাজৰ বিভিন্ন জনগোষ্ঠীৰ মাজত কেতিয়াবা উপাসনা পদ্ধতি আদি লৈ বিৰোধ হৈছিল আৰু কেতিয়াবা সহাৱস্থানো সম্ভৱ হৈছিল। লোকাচাৰৰ ক্ষেত্ৰত দেখা যায় পৰম্পৰাগতভাৱে চলি অহা বাবে ইয়াৰ প্ৰভাৱ নতুন পৰিৱেশতো থাকি যায়। আজি বিজ্ঞানৰ যুগতো লোকবিশ্বাসসমূহ একেবাৰে আঁতৰি যোৱা নাই। লেখকে নৱবৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ যুগতো পূৰ্বৰ বিশ্বাসসমূহ চলি থকাৰ উদাহৰণ দিছে।

আমাৰ ধাৰণা এই লোকবিশ্বাসসমূহক উচ্ছেদ কৰিবলৈ আমি বোধকৰো পশ্চিমীয়া যুক্তি-বিজ্ঞানৰ উপৰি আমাৰ ইতিহাসৰ সময়ানুগ বিশ্লেষণৰো সহায় ল'ব লাগিব। ইউৰোপীয় শিক্ষাত অশিক্ষিত আমাৰ বিপুল জনসাধাৰণে এই বিশ্বাসসমূহ সাবটি আছে আৰু যথাৰীতি পালন কৰি আছে। পুৰণি ধাৰণাসমূহ দৰাচলতে ইতিহাসৰ চিহ্ন। লেখকে এই চিহ্নসমূহলৈ আঙুলিয়াইছে যদিও ইতিহাসৰ ফালৰ পৰা অৰ্থানুসন্ধান কৰা নাই। তেনে কৰিলেহে অতীতৰ লগত আমাৰ শিক্ষিতসকলৰ যি আত্মিক বিচ্ছেদ ঘটিছে তাক নাইকিয়া কৰা হ'ব আৰু ইতিহাসৰো আৱিষ্কাৰ কৰা হ'ব। নৱ-বৈষ্ণৱ ধৰ্মই জাতিভেদ প্ৰথা সম্পৰ্কে এটা উদাৰ দৃষ্টিভংগী লৈছিল যদিও বাস্তৱত এই উদাৰতা আছিল বুলি ন-দি ক'ব নোৱাৰি। ন-শৰণীয়াসকলক অন্তৰ্ভুক্ত কৰি লৈছিল যদিও উচ্চবৰ্ণ প্ৰধান অঞ্চলবোৰত শৰণীয়াসকলে পূৰ্বৰ ৰীতি-নীতি এৰিবলগীয়া হৈছিল। অৱশ্যে য'ত বৰ্ণহিন্দু ব্যাপকতা কম আৰু জনজাতিৰ সংখ্যা বেছি আছিল, তেনেবোৰ

ঠাইত ন-শৰণীয়াসকলে পূৰ্বৰ আচৰণ পালন কৰাত বাধা নাছিল। লেখকে নানা উদাহৰণ দি কৈছে যে নৱ-বৈষ্ণৱ ধৰ্মই জাতিভেদ প্ৰথাৰ প্ৰভাৱ নোহোৱা কৰা বুলি সামগ্ৰিকভাৱে সিদ্ধান্ত কৰিব নোৱাৰি। তথাপি, জনজাতিসকলক বুজাই-বঢ়াই বৈষ্ণৱ ধৰ্মত শৰণ দিয়াৰ যি চেষ্টা প্ৰচাৰকসকলে কৰিছিল, সি নিশ্চয় প্ৰশংসনীয় আছিল। শেহলৈ ই হয়তো 'প্ৰফেশ্বনেল' হৈ পৰিছিল, কিন্তু আদিতে এনে কাৰ্যৰ এটা গণতান্ত্ৰিক লক্ষ্য আছিল বুলিও ক'ব পাৰি।

ইছলাম সংস্কৃতি সম্বন্ধীয় প্ৰবন্ধবোৰ নিশ্চয় লাগতিয়াল বুলি বিবেচিত হ'ল। এই বিষয়ে ড° মোহিনী শইকীয়াৰ বাহিৰে কোনেও বিস্তৃতভাৱে আলোচনা কৰা নাই যেন লাগে। নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ সময়ত অন্যান্য ধৰ্মৰ মানুহৰ লগত মুছলমান মানুহো অসমত আছিল। ইয়াৰে কিছুমান প্ৰব্ৰজন কৰি অহা, কিছুমান ইছলামত শৰণ লোৱা থলুৱা মানুহ বুলি লেখকে এই সম্পৰ্কে আলোচনা কৰি দেখুৱাইছে যে অন্যান্য ধৰ্মৰ মানুহৰ লগত মুছলমানসকলো মিলিজুলি আছিল।

তেতিয়া অসমত এই ঐতিহ্য আছিল। এতিয়াও আছে। আমাৰ মতে, ইংৰাজসকল নহা হ'লে এই পৰম্পৰা সমগ্ৰ ভাৰতবৰ্ষ জুৰি থাকিলহেঁতেন! **সাম্প্ৰদায়িকতাৰ বিষাক্ত বীজ ইংৰাজসকলেই ৰুই থৈ গ'ল। প্ৰাক বৃটিছ যুগত হিন্দু-মুছলিমৰ মাজত ধৰ্মীয় সংঘাত হোৱা নাছিল।** মোগলৰ বিৰুদ্ধে হোৱা বিদ্ৰোহৰ ঘাই কাৰণ আছিল অৰ্থনৈতিক। অসম তথা ব্ৰহ্মপুত্ৰ উপত্যকাত হিন্দু-মুছলমানৰ নাড়ীৰ সংযোগ আছিল। সকলো একেলগে বাস কৰিছিল, ৰাম-ৰহিমে একেলগে নাওল চলাইছিল। জাৰি-জিকিৰবোৰে সকলো শ্ৰেণীৰ মানুহকে আজিও মুগ্ধ কৰে, অসমীয়া হিন্দুৱেও জিকিৰ গুণগুণায়। মুছলমানেও ৰামায়ণ-মহাভাৰতৰ কথা মন্ত্ৰমুগ্ধৰ দৰে শুনে। হাজোৰ পোৱামক্কা বা হিন্দু তীৰ্থৰ ধ্যান-ধাৰণা নিঃশেষ নহ'লেও সমাজখন এতিয়া ধনবাদৰ কুটিল গৰাহত পৰি বিকৃত হৈছে। ইতিহাসৰ এনে পৰিবৰ্তনৰ সময়ত আমাৰ জাতীয় সমন্বয়ৰ ক্ষেত্ৰত নতুন চিন্তাৰ যে প্ৰয়োজন তাৰ কথা লেখকে সামৰণিত উল্লেখ কৰিছে। পৰিশিষ্টত সত্ৰসমূহৰ তালিকা দিয়া হৈছে। এই তালিকা গৱেষকসকলৰ কামত আহিব। কেপ্তেইন ই টি ডেল্টনৰ মহাপুৰুষীয়াসকলৰ বিষয়ে লিখা টোকাটোও পৰিশিষ্টত সংযোজিত হৈছে। ইয়াৰ পৰা কৌতূহলী পাঠক উপকৃত হ'ব। শেষত সহায়ক গ্ৰন্থ-পঞ্জীও দিয়া হৈছে। ইয়াৰ মাজতে লেখকৰ অধ্যয়ন অৱস্থিত। লেখকে এইবোৰ কথা কৈ মন্তব্য কৰিছে যে এনে সমন্বয়ৰ ঐতিহ্যৰ অৰ্থোদ্ধাৰ কৰা নিতান্ত প্ৰয়োজনীয়।

উপসংহাৰত লেখকে ক'ব খুজিছে যে জাতীয় চেতনা সমৃদ্ধ কৰিবলৈ আমাক এটা নতুন দৃষ্টিভংগীৰ প্ৰয়োজন হ'ব। শংকৰ-মাধৱে

এই চেতনা গঢ় দিয়াত বহুতো অৱদান দি গ'ল সঁচা; কিন্তু এতিয়া তেওঁবিলাকৰ দিনৰ আৰ্থ-সামাজিক ভিত্তি নাইকিয়া হৈ আহিছে। সম্প্ৰতি নানা কাৰণত নৱ বৈষ্ণৱ ধৰ্মৰ সাংগঠনিক ভেটিও লৰক-ফৰক হৈছে।

ৰজাঘৰীয়াৰ অনুকূল-প্ৰতিকূল স্বভাৱ, বিচিত্ৰ জনগাঁথনি আৰু তাৰ চৰিত্ৰৰ মাজত আমাৰ ধৰ্ম প্ৰচাৰকসকলে সত্ৰ সংগঠন আৰু তাৰ বিস্তাৰৰ জৰিয়তে প্ৰতিষ্ঠা কৰা নৱ বৈষ্ণৱ ধৰ্মই তাৰ প্ৰসাৰণৰ কালত ব্ৰহ্মপুত্ৰ উপত্যকাত জাতীয় চেতনা সুদৃঢ় কৰি যি সমন্বয়ৰ আৰ্হি দেখুৱাই গ'ল তাৰে বস্তুনিষ্ঠ ইতিহাস হ'ল অনিল ৰায় চৌধুৰীৰ **অসমৰ সমাজ ইতিহাসত নৱ বৈষ্ণৱবাদ** নামৰ পুথিখন। অতীতক আমি নেদেখো, তথাপি ই প্ৰভাৱ বিস্তাৰ কৰে। অতীতক সম্পূৰ্ণভাৱে অস্বীকাৰ কৰিব নোৱাৰি। ইয়াৰ সদৰ্থক প্ৰভাৱে আমাক নতুন পৰিৱেশত নতুন ধৰণে চিন্তা কৰিবলৈ শিকায়। ৰায়চৌধুৰীৰ পুথিখনৰো মূল উদ্দেশ্য সেয়ে। আমি পুথিখনৰ বহুল প্ৰচাৰ কামনা কৰিছো।

# বিষয় সূচী

**পৰিশিষ্ট ঃ**

# মুখপাত

শ্ৰীমন্তশঙ্কৰদেৱ প্ৰমুখ্যে ধৰ্মপ্ৰচাৰকসকলে প্ৰবৰ্তন কৰা ধৰ্ম তথা নৱবৈষ্ণৱ ধৰ্ম, যাক শ্ৰীকৃষ্ণ সংস্কৃতি আৰু নামধৰ্ম বুলিও আখ্যা দিয়া হয়, অকল অসম উপত্যকাতেই নহয়; কোচবেহাৰ, উত্তৰ বংগ; আনকি পূৰ্ববংগৰ ঢাকাৰ ওচৰলৈকে বিস্তাৰিত হৈছিল। শ্ৰীমন্তশঙ্কৰদেৱে বাটকটীয়াৰ ভূমিকা পালন কৰিছিল। শ্ৰীদামোদৰদেব, শ্ৰীমাধৱদেৱ, শ্ৰীহৰিদেৱ, শ্ৰীবংশীগোপালদেৱ, শ্ৰীগোপাল আতা (ভৱানীপুৰীয়া), শ্ৰীপদ্ম আতা (বদুলা আতা), শ্ৰীমথুৰাদাস বুঢ়াআতা, শ্ৰীৰামচৰণ ঠাকুৰ, শ্ৰীপুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, শ্ৰীদামোদৰ আতা, শ্ৰীঅনন্ত আতা, শ্ৰীনাৰায়ণ ঠাকুৰ আতা, শ্ৰীযদুমণি, শ্ৰীঅনিৰুদ্ধদেৱ আদিয়ে প্ৰথম ছোৱাত শ্ৰীমন্ত শঙ্কৰদেৱে কটা বাট বহলাইছিল। এখেতসকলৰ কৰ্ম-সময় সোতৰশ শতিকা বা ওঠৰশ শতিকাৰ মাজ ভাগলৈকে ধৰিব পাৰি। তাৰ পিছতো, এখেতসকলৰ আজ্ঞাপৰ বা বংশধৰসকলৰ দ্বাৰা এই ধৰ্মমত প্ৰসাৰণৰ কাম প্ৰায় এতিয়ালৈকে অব্যাহত হৈ আছে।

এই দীৰ্ঘ কেইবাশতিকা জোৰা সময়ত অসম উপত্যকাত নানা ধৰণৰ সামাজিক, ৰাজনৈতিক উত্থান-পতনৰ ঘটনা ঘটিছে। এনে ঘটনাবোৰে ধৰ্ম প্ৰসাৰণ পদ্ধতি আৰু প্ৰক্ৰিয়াৰ ওপৰতো বিভিন্ন আঁচোৰ পেলাইছে। স্থান, কাল, পাত্ৰ অনুসৰি ধৰ্ম প্ৰসাৰণৰ প্ৰভাৱ আৰু পৰিণতিও সকলো ঠাইতে সকলো ক্ষেত্ৰতে একে ধৰণৰ হৈ থকা নাই।

আন সকলোবোৰৰ দৰে নৱবৈষ্ণৱ ধৰ্মটোও বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। এনে বিশ্বাসজনিত ধাৰণাৰ উৎস হ'ল শ্ৰীমদ্ভাগৱতকে ধৰি বিভিন্ন ধৰ্মশাস্ত্ৰ। আধ্যাত্মিক আৰু ব্যৱহাৰিক দিশ দুয়োটাই মিলি ধৰ্ম। ধৰ্মই মানৱ সমাজৰ ব্যক্তিজীৱনকো প্ৰভাৱান্বিত কৰি আহিছে। ধৰ্মানুগতসকলৰ ৰীতি-নীতি, আচৰণ, ব্যক্তিগত আৰু সামাজিক জীৱন-প্ৰণালী আৰু জীৱনবোধ ধৰ্মীয় বিশ্বাস তথা ধৰ্মৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ আহিছে। এনে নিয়ন্ত্ৰণ নিশ্চিত হয় নিৰৱচ্ছিন্ন আচাৰ অনুষ্ঠান, নিয়মীয়া চৰ্চা আৰু অনুশীলনৰ মাজেদি। সমাজ-বন্ধনৰ বান্ধোনৰ জৰীদালকো ধৰ্ম বুলি আখ্যা দিব পাৰি। এনে বান্ধোন, সামন্ত যুগ বা তাৰো আগৰ সামাজিক অৱস্থাত কটকটীয়া আছিল অৰ্থাৎ ব্যক্তি আৰু সামাজিক জীৱনৰ মূল্যবোধ, সম্পৰ্ক, সামাজিক শৃঙ্খলা আৰু ততোধিক সাহিত্য, লোককৃষ্টি, নাট-গীত-নৃত্য আদি সংস্কৃতি আদিও ধৰ্মীয় ধাৰণাৰ পৰা বিচ্ছিন্ন নাছিল। সমাজ ব্যৱস্থাৰ ক্ষেত্ৰত সামন্তবাদী উপাদানবোৰ দুৰ্বল আৰু শিথিল হৈ পৰাত আৰু ধনবাদী সমাজব্যৱস্থাই গা কৰি অহাৰ ফলত অৱস্থাৰ কিছু সলনি হৈছে আৰু যুক্তি, বিজ্ঞান আদিৰ ওপৰত গাঁজ মেলা ব্যক্তি আৰু সামাজিক

*মূল্যবোধ ধৰ্মীয় সাম্প্ৰদায়িক বান্ধোনৰ পৰা কিছু মুক্ত হৈছে। ই সম্ভৱ হৈছে মানৱ সমাজ* বিকাশৰ বুনিয়াদী প্ৰক্ৰিয়া উৎপাদন-পদ্ধতি, উৎপাদন-সম্পৰ্ক আদিৰ সলনি হোৱাৰ মাজেদি। কিন্তু ই ষোল্ল-সোতৰ শতিকাৰ পৰৱৰ্তী কালত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ উদ্ভাৱনৰ পৰা আৰম্ভ হোৱা প্ৰবণতাহে। এনে নতুন চিন্তাই পুৰণি সমাজখনত বৰ ধীৰ গতিৰে প্ৰভাৱ পেলাইছিল। আজিও বস্তুগত কাৰণতেই সামন্তযুগীয়া বা তাৰো আগৰ ধৰ্মবিশ্বাসবোৰ মানৱ সমাজত বৰ্তি আছে। সেয়ে সমাজখনৰ আৰ্থ-সামাজিক বিষয়ৰ ইতিহাস বিচাৰত ধৰ্মৰ প্ৰভাৱ বা ভূমিকাক পেলনীয়া বুলি উপেক্ষা কৰিলে এনে বিচাৰ অপঁইতা হৈ ৰয়। ধৰ্ম যিদৰে **জনগণৰ আফিং** তেনেদৰে একালত ইয়াৰ ভূমিকাও **হৃদয়হীন সমাজত হৃদয়** আছিল। মানৱ সভ্যতা আৰু সমাজ প্ৰতিনিয়ত পৰিৱৰ্তনশীল। বস্তুগত জীৱনৰ সলনিয়ে যিদৰে ধৰ্ম আৰু ধৰ্মীয় আচৰণক সলনি কৰিছিল তেনেদৰে ধৰ্মীয় ধাৰণাৰ সলনিয়েও বস্তুগত জীৱনৰ ওপৰত প্ৰভাৱ পেলাইছিল।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনবসতি বহুতো জনগোষ্ঠীৰ সমষ্টি। এনে জনগোষ্ঠীবোৰৰ বৈশিষ্ট্যৰ মূলত আছে নিজস্ব প্ৰাচীন পৰম্পৰা, মাতকথা, সংস্কৃতি, আচাৰ-আচৰণ আৰু বিশ্বাস। এইবোৰ বস্তুগত জীৱনৰ সকলো দিশতে পৰিস্ফুট আছিল। নৱ-বৈষ্ণৱ ধৰ্মৰ আওঁতালৈ এনে সুকীয়া গোষ্ঠীৰ লোক অহাৰ ফলত সংশ্লেষণ আৰু সমন্বয় ঘটি এখন বহল সমাজৰ সৃষ্টি হৈছিল। এই কথাও লক্ষ্যণীয় যে এই বহল সমাজৰ স'তে সৰ্বভাৰতীয় বৃহৎ সমাজখনৰ আধ্যাত্মিক আৰু বৈষয়িক ক্ষেত্ৰত সংযোগ সাধিত হৈছিল। নহ'লে সংহতি-বিভাজন নহলহেঁতেন!

এইবোৰ কথা অনুভৱ কৰিবলৈকে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু তেৰাৰ ঘটনাৱলী উল্লেখ কৰিবৰ চেষ্টা কৰা হৈছে। নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ প্ৰক্ৰিয়াই কেইবাশতক জোৰা সময় লোৱাৰ কথা আগতেই উল্লেখ কৰা হৈছে। এনে ধৰ্মপ্ৰচাৰকসকলে সমুখীন হোৱা ঘটনাৰাজি আৰু তাৰ মাজেৰে আহৰণ কৰা অভিজ্ঞতাবোৰ বিচিত্ৰ। আহোম বা কোচ ৰাজত্বত এনে ধৰ্মপ্ৰচাৰকসকলৰ কিছুমানক ৰজাঘৰে পৃষ্ঠপোষকতা কৰিছিল, আকৌ বহুতৰ ওপৰত নিৰ্যাতন বা বহুতকে অপমানো কৰিছিল। উদাহৰণস্বৰূপে, শ্ৰীমন্তশঙ্কৰদেৱৰ পৃষ্ঠপোষক কোচৰাজ নৰনাৰায়ণৰ বংশধৰ, ভ্ৰাতৃপুত্ৰ ৰঘুদেৱ নাৰায়ণে শ্ৰীমাধৱদেৱক লঘু-লাঞ্ছনা কৰা বা ৰঘুদেৱপুত্ৰ প্ৰাণনাৰায়ণে শ্ৰীদামোদৰদেৱক নিজ ৰাজ্যৰ পৰা বিতাড়ন কৰা আদি ঘটনাৰ উল্লেখ কৰিব পাৰি।

যি সত্ৰ পদ্ধতিয়ে আহোম স্বৰ্গদেউ কোনোবা গৰাকীৰ পৃষ্ঠপোষকতা পাইছিল সিয়ে আকৌ আন কোনোবা এগৰাকীৰ পৰা বিৰূপ ব্যৱহাৰ পাইছিল। মোৱামৰীয়া বিদ্ৰোহে দেখুৱায় যে প্ৰজাবিদ্ৰোহ ঘটিছিল কিছুমান সত্ৰৰ পৃষ্ঠপোষকতাত। ৰাষ্ট্ৰ তথা ৰজাঘৰৰ লগত নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ সময়ে সময়ে সোৱাদলগা আৰু সময়ে সময়ে তিতা লগা সম্পৰ্কটো বিচাৰৰ সুকীয়া অধ্যায় এটা এই পুথিত দিয়া হৈছে।

ধৰ্মতত্ত্ব বা আধ্যাত্মিক কাৰণেৰে এনে সম্পৰ্ক ইৰূপ-সিৰূপ হোৱা বুলি বহুতে ৰাজনৈতিক বা সামাজিক ঘটনাবোৰৰ ব্যাখ্যা সীমিত ৰাখিব বিচাৰিলেও প্ৰকৃতপক্ষে তেনে নহয়।

বৌদ্ধ, খ্ৰীষ্টিয়ান আদি আন ধৰ্মৰ দৰে হিন্দু ধৰ্মই বিভিন্ন ৰূপত ঠাল-ঠেঙুলি মেলি ভাৰতীয় উপ-মহাদেশত বিকশিত হৈছে। অসম উপত্যকাৰ নৱ-বৈষ্ণৱ ধৰ্মও হিন্দু ধৰ্মৰে এটা ঠাল। লক্ষণীয় এয়ে যে সকলো হিন্দুৱে বেদ, উপনিষদ, গীতা, পুৰাণ আদি শাস্ত্ৰক মান্যতা দিয়ে। বিভিন্ন টীকা-টিপ্পনী, ভাষ্য আদিৰে এনে শাস্ত্ৰবোৰ নিজৰ শাখা বা ধাৰাৰ সৈতে ৰজিতা খুৱাই লোৱা, ধৰ্মাচৰণৰ ক্ষেত্ৰতেই অকল নহয়, একোটা বিশেষ ধৰ্মপন্থৰ প্ৰতি অনুগতসকলৰ দৈনন্দিন সামাজিক আৰু ব্যক্তিগত আচাৰ-অভ্যাস, কৰ্মপদ্ধতি তথা জীৱন প্ৰণালী নিৰ্দিষ্ট কৰি দিয়া, বেদ আদিৰ লগত সাঙুৰি দিয়া নিয়ম শৃংখলা আদিৰ বিভিন্ন বিধি বা নিবন্ধ আছে। এনে বিধিবোৰ শ্ৰুতি, স্মৃতি আদিৰ আধাৰত নিৰূপিত। এইবোৰতো স্থান, কাল, পাত্ৰৰ প্ৰভাৱ পৰিছে। চৰিত পুথি বা নৱবৈষ্ণৱ ধৰ্মই শিৰোগত কৰা শ্ৰীমদ্ভাগৱত, কীৰ্তন, নামঘোষা আদিত বৰ্ণিত **বেদপন্থ** বা **বেদাচাৰ** মানে এনে নিবন্ধ বা বিধিনিৰ্দেশিত আচৰণ। এই বেদাচাৰ সম্পৰ্কে এটা সুকীয়া অধ্যায়ত উনুকিওৱা হৈছে।

আনহাতে লোকবিশ্বাস বা পৰম্পৰাগতভাৱে কৰি অহা বিশ্বাস বা ধাৰণা আদিৰ ভিত্তিত বেদাচাৰৰ লগতে লোকাচাৰো সমানে পালিত হৈ আহিছে। নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ সময়ছোৱাৰ লোকাচাৰ সম্পৰ্কেও এটা সুকীয়া শিতানত থাওকতে কিছু কথা আলোচনা কৰা হৈছে।

শ্ৰীমন্তশঙ্কৰদেৱৰ আগতেও আৰু নৱবৈষ্ণৱ ধৰ্মপ্ৰসাৰণ আৰম্ভ হোৱাৰ সময়তো অসম উপত্যকাত সমান্তৰালভাৱে ইছলাম ধৰ্মৰ প্ৰচলন আছিল। কি হিন্দু, কি মুছলমান, সকলোৱে সমানে মঠ-মন্দিৰ, সত্ৰ, দৰগাহ, খানকা আদিক সন্মান কৰি চলিছিল। বহুক্ষেত্ৰত সাংস্কৃতিক সংশ্লেষণো ঘটিছিল। অসম উপত্যকাৰ সমাজ ইতিহাসত ধৰ্মীয় সাম্প্ৰদায়িক কাজিয়া-সংঘৰ্ষৰ ঘটনা অতি বিৰল। ইটোৰ পৰা সিটো ধৰ্মলৈ ধৰ্মান্তৰ গ্ৰহণ কৰাৰ দৃষ্টান্ত অকল হিন্দুৰ ক্ষেত্ৰতে নহয়, মুছলমানৰ ক্ষেত্ৰতো পোৱা যায়। শ্ৰীমন্তশঙ্কৰদেৱ আদি আতা পুৰুষ সকল সম্পৰ্কে আলোচনা কৰাৰ লগতে অসম উপত্যকাৰ ইছলাম সংস্কৃতি সম্পৰ্কেও আলোচনাৰ প্ৰয়োজন আছে বুলি আন এটা সুকীয়া অধ্যায় লোৱা হৈছে।

কোনো ধৰ্মীয় দৰ্শন বা বিশ্বাসৰ ৰূপ তথা ধৰ্মতত্ত্ব সম্পৰ্কে এই পুথিত আলোচনা কৰা নাই, লগতে নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ পৰা হোৱা সাংস্কৃতিক বিকাশ সম্পৰ্কেও চৰ্চা কৰা হোৱা নাই। এনেবোৰ বিষয়ত তুলনামূলকভাৱে গুণীজনে বিস্তৰ আলোচনা কৰি আহিছে।

**আমাৰ দৃষ্টিকোণ সামাজিক তথা সামাজিক ইতিহাসৰ দিশৰ পৰা লোৱাহে।**

পুথিখনৰ পৰিশিষ্টত অসমৰ সত্ৰসমূহৰ জিলা আৰু সংহতিভাগে তালিকা, আনুমানিক প্ৰতিষ্ঠাৰ সময় প্ৰতিষ্ঠাপকৰ নামসহ দিয়া হৈছে। এই তথ্য গোটোৱাৰ কৃতিত্ব প্ৰয়াত ড° সতেন্দ্ৰ নাথ শৰ্মাদেৱৰ। তেখেতৰ গৱেষণা গ্ৰন্থ আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'পবিত্ৰ অসম'ৰ ওপৰত ঘাইকৈ ভেটি কৰি এই তালিকাখন প্ৰস্তুত কৰা হৈছে। **ইয়াৰ উদ্দেশ্য হ'ল স্থান, কাল, পাত্ৰ অনুসৰি নৱবৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ চৰিত্ৰটো উপলব্ধি কৰাটোহে। স্বাভাৱিকতে কোনো সত্ৰৰ নাম বা বিৱৰণ তালিকাত ঠাই নাপাব পাৰে। ই ইচ্ছাকৃত নহয়, তথ্য সংগ্ৰহৰ ক্ষেত্ৰত আমাৰ অক্ষমতাহে।**

পৰিশিষ্টত কেপ্তেন ই টি ডেল্টনৰ ১৮৫১ খ্ৰীঃত এছিয়াটিক ছোচাইটি জাৰ্ণেলত প্ৰকাশিত The Mahapurushyas-a sect of Vaishnavas of Assam নামৰ নিবন্ধটি মূল ইংৰাজী ভাষাতে সন্নিৱিষ্ট কৰা হৈছে; ই এখন আপুৰুগীয়া তথ্যসমৃদ্ধ দলিল বুলি গণ্য কৰিব পাৰি। অসমৰ ৰাজনীতি আৰু আৰ্থ-সামাজিক ইতিহাস অন্বেষণৰ ক্ষেত্ৰত অগ্ৰণী গৱেষক শ্ৰদ্ধেয় ড° অমলেন্দু গুহৰ মূল্যবান পুথি **বৈষ্ণৱবাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈত** এই প্ৰবন্ধটো সম্পৰ্কে জানিব পাৰি ইয়াক গোটাইছিলোঁ। ই ভাবীকালৰ গৱেষকসকলৰ কামত লাগিব পাৰে। শ্ৰীমন্তশঙ্কৰদেৱ বা নৱবৈষ্ণৱ ধৰ্ম সম্পৰ্কে ইতিমধ্যে হোৱা আলোচনাবোৰত ইয়াৰ ব্যৱহাৰ চকুত পৰা নাই।

**ঐতিহাসিক, বিশেষকৈ আৰ্থ-সামাজিক আৰু ঐতিহাসিক দৃষ্টিকোণেৰে নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণ সম্পৰ্কে অধ্যয়নৰ ক্ষেত্ৰত সমস্যা বহুত।**

প্ৰথম সমস্যা হ'ল দৃষ্টিকোণ। এই কথাটো আজি প্ৰায় ডেৰশ বছৰ আগতেই— উল্লেখিত নিবন্ধ টোকাটোত কেপ্তেন ডেল্টনে উল্লেখ কৰিছিল যে, **যদিও নৱবৈষ্ণৱ ধৰ্মৰ ইতিহাস বৰ পুৰণি নহয় তথাপিও ইয়াৰ ইতিহাস বিচাৰ কৰাটো বৰ টান, কাৰণ শিষ্য, অনুগতসকলে এই ধৰ্মৰ প্ৰবৰ্তকসকলৰ ওপৰত দেৱত্ব আৰোপন কৰাৰ ফলত সেইসকলৰ গুৰি কথাবোৰ ৰহস্যযুক্ত কৰিছে।** (As the sect of Mahapurushyas have sprung up within the last four hundred years, it ought not to be very difficult to trace their history but the desire of the disciples to deify their founders has somewhat mystified their origin)

এই ক্ষেত্ৰত এই লিখকৰো দুখজনক অভিজ্ঞতা আছে। এখন প্ৰশ্ন-প্ৰত্ৰ জুকিয়াই লৈ আৰ্থ-সামাজিক দৃষ্টিকোণেৰে শ্ৰীমন্ত শঙ্কৰদেৱ সম্পৰ্কে বিচাৰ কৰাৰ মানসেৰে কেইবাগৰাকীও শ্ৰীমন্ত শঙ্কৰদেৱ সম্পৰ্কে সভা-সমিতিয়ে কাকতে-পুথিয়ে চৰ্চা কৰা আধুনিক শিক্ষাৰে শিক্ষিত লোকৰ কাষ চাপিছিলো। ৰসৰাজ বেজবৰুৱাদেৱৰ 'বাঁহী'ত প্ৰকাশিত প্ৰবন্ধ আৰু ১৯৪৮ চনত বৰপেটাত বহা শ্ৰীমন্ত শঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসৱত বিভিন্ন গুণী পণ্ডিতৰ ভাষণ শুনি লগতে মাৰ্ক্সীয় পদ্ধতিৰ সতে অতি প্ৰাথমিকভাৱে পৰিচিত হৈ আমাৰ তেনে ইচ্ছা হৈছিল।

সত্ৰ অনুষ্ঠানৰ শৃংখলা-অনুশীলনী দেখি আৰু সুদীৰ্ঘ পাঁচশ বছৰ ধৰি জনসমাজক বান্ধি ৰখা নৱবৈষ্ণৱ ধৰ্মৰ বাস্তৱ তথা আৰ্থ-সামাজিক ভেটি সম্পৰ্কে জানিবলৈ আগ্ৰহ হৈছিল।

এগৰাকী শ্ৰদ্ধাভাজন, কটন মহাবিদ্যালয়ৰ মাননীয় অধ্যাপকে (প্ৰয়াত্) চুইহে নিকিলালে। সমগ্ৰ বিষয়টো সম্পৰ্কে তেখেতৰ প্ৰতিক্ৰিয়া হ'ল যে এনে ধৰণৰ চৰ্চাৰ অৰ্থ **হ'ল সেৱাৰ বস্তু চুৱাপাতনিত থোৱা**। ব্যক্তিগতভাৱে তেখেতে মোক ভাল পাইছিল। আন কেজনমানে বিভিন্ন কৌশলেৰে প্ৰশ্নবোৰ এৰাই বুজাব বিচাৰিছিল যে এনে ধৰণৰ চৰ্চা তেখেতসকলৰ পচন্দ নহয়; কাৰণ শ্ৰীমন্তশঙ্কৰদেৱ আদি পুৰুষসকলে কৰি যোৱা কামবোৰ মানুহে মহিমামণ্ডিতভাৱে চৰ্চা কৰাটোহে বিচাৰে। বিষয়টো স্পৰ্শকাতৰ। এনে কামত আগ নবঢ়াই ভাল, ইত্যাদি, ইত্যাদি।

কোৱা বাহুল্য, সেই সময়ত বিদ্বান মহলত কমিউনিষ্ট বিদ্বেষ প্ৰবল আছিল। বিদ্যৎমহলৰ বহুতৰে মাৰ্ক্সীয় বিচাৰ পদ্ধতি তথা বস্তুবাদী বিচাৰ পদ্ধতি সম্পৰ্কে জ্ঞান বা ধাৰণাও নাছিল। ৰাজনৈতিক দিশ আৰু মাৰ্ক্সীয় দৰ্শন বা তেনে বৈজ্ঞানিক চিন্তন পদ্ধতিক তেখেতসকলে সম্ভৱতঃ একাকাৰ কৰি বিচাৰ কৰিছিল।

আধুনিক শিক্ষিত মধ্যশ্ৰেণীৰ বাবে 'বাঁহী' আলোচনীৰ পাতত শ্ৰীমন্তশংকৰদেৱৰ জীৱন-বৃত্তান্ত আৰু কৃতিত্বক সত্ৰ-ভকতৰ চৌহদৰ পৰা উলিয়াই অনা গৰাকী সাহিত্যিক আছিল প্ৰয়াত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱ। তেখেতে অসম আৰু অসমীয়া সমাজৰ পৰা আঁতৰত জীৱন কটাইছিল আৰু নিজে মহাপুৰুষীয়া পৰিয়ালত জন্মলাভ কৰিও ব্ৰাহ্মধৰ্মত দীক্ষিত হৈছিল। তেখেতৰ পিতৃ প্ৰয়াত দীননাথ বেজবৰুৱাই গোটোৱা আৰু সম্পাদনা কৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ চৰিতপুথিকে (বৰচৰিত) সম্ভৱতঃ তেখেতৰ ৰচনাৰ প্ৰধান সম্বল কৰি লৈছিল। তেখেতক এই ধৰ্মৰ ধৰ্মানুগত বুলি ধৰিব নোৱাৰি। এই ৰচনাত দেৱত্ব আৰোপন (deification) বৰকৈ ফুটি ওলোৱা নাছিল। এই ৰচনা আছিল সমাজ বুৰঞ্জীক চুই যোৱা জীৱনী। তেখেতৰ দিনত এই সম্পৰ্কে তথ্য-সমলৰ কিছু অভাবো আছিল। বেজবৰুৱাৰ এই ৰচনাৰ মাজত এটা তলসুঁতীয়া উদ্দেশ্য লক্ষ্য কৰা যায়। সেইটো হ'ল সেই সময়ত আধুনিক অসমীয়া মধ্যশ্ৰেণীৰ মাজত গাঁজ মেলা অসমীয়া জাতীয়তাবাদী চিন্তাৰ লগত শ্ৰীমন্ত শঙ্কৰদেৱ তথা নৱবৈষ্ণৱ ধৰ্মক যুক্ত কৰাটো। এই ধাৰাটো অনুসৰণ কৰি পিচৰ কালত বহুতে লিখিছে। আনকি ৰসৰাজ বেজবৰুৱাই কৃপাবৰ বৰবৰুৱা ছদ্মনামেৰে 'বাঁহী'ৰ পাতত বংগদেশৰ শ্ৰীচৈতন্যদেৱক উপলুঙা কৰা দেখা যায়। আকৌ এনে প্ৰৱণতাৰ বিৰুদ্ধাচৰণ কৰিবলৈ গৈ আনকি প্ৰগতিশীল সাহিত্যিক এগৰাকীয়েও শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষ বঙালী আছিল বুলিও লিখিছিল।

নৱবৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তক প্ৰচাৰকসকলৰ নাইবা এতিয়াৰ বংগদেশত প্ৰচলিত বৈষ্ণৱ ধৰ্মৰ শ্ৰীচৈতন্যদেৱ, শ্ৰীগুৰু নানক আদিৰ দিনত ভাৰতৰ তথা বংগদেশ বা অসমৰো ৰাজনৈতিক আৰু সাংস্কৃতিক মানচিত্ৰ বেলেগ আছিল। অসমীয়া, বঙালী, পাঞ্জাবী আদি জাতীয়তাবোধ নাছিল— আনকি ভাষাৰ নামো বেলেগ বেলেগহে আছিল। সেই সময়ৰ ধৰ্মপ্ৰচাৰকসকলে পৰস্পৰে পৰস্পৰক শ্ৰদ্ধা কৰিছিল। ডেল্টনৰ প্ৰবন্ধত পাঠকে দেখিব যে মহাপুৰুষীয়া ধৰ্মৰ প্ৰভাৱ বংগদেশৰ ঢাকালৈকে আছিল; আনহাতে শ্ৰীচৈতন্যদেৱৰ প্ৰভাবো নামনি অসমত আছিল। এই সম্পৰ্কেও এটি চমু অধ্যায়ত আলোচনা কৰা হৈছে।

নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ আৰ্থ-সামাজিক অধ্যয়নৰ আনটো বাধা হ'ল— আটকীয়া তথ্য আৰু সমল। এনে সমল আহোম বুৰঞ্জীবোৰত নাই বুলিবই পাৰি। আনকি কোচবিহাৰৰ ইতিহাসতো বৰ বেছি নাই। গতিকে নৱবৈষ্ণৱ ধৰ্মাৱলম্বী ভকতসকলৰ দ্বাৰা ৰচিত আৰু চৰ্চিত চৰিত পুথিবোৰৰ ওপৰতে প্ৰায় বহুলাংশে নিৰ্ভৰ কৰিব লাগে যদিও এইবোৰৰ উদ্দেশ্য মূলতঃ ধৰ্ম বা মহিমা চৰ্চাহে। ড° মহেশ্বৰ নেওগে **গুৰুচৰিত কথাৰ** পাতনিত চেগাচোৰোকাকৈ আৰ্থ-সামাজিক দিশটো তুলি ধৰাৰ চেষ্টা কৰিছিল। নতুন ধৰ্ম গ্ৰহণৰ মাজেৰে আগৰবোৰ এৰি নতুন ৰীতি-নীতি, জীৱন-পদ্ধতি, আচৰণ আৰু ধৰণ-কৰণ লোৱা দেখা যায়। দেখাত এনে বৰ্জন আৰু গ্ৰহণৰ কাৰণটো আধ্যাত্মিক যেন লাগিলেও

পৰিণতিৰ পিনে চালে তাৰ আৰ্থ-সামাজিক চৰিত্ৰটো চকুত পৰে। সম্পদ উৎপাদন আৰু জীৱনধাৰণৰ ক্ষেত্ৰত পিচপৰা নিলগে নিলগে থকা জনগোষ্ঠীৰ অৱস্থানক ক্ৰমবিকাশমান উন্নত বৃহৎ সমাজখনৰ সতে খাপ খুৱাবৰ প্ৰৱণতা আৰু নৱবৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ সম্পৰ্কটো ভালদৰে চাবলগীয়া বিষয়। এই বিষয়টো উপযুক্ত তথা প্ৰয়োজনীয় তথ্য-সমলৰ অভাৱত সদ্যহতে হাতত লোৱা সম্ভৱ নহ'ল। কিন্তু উপস্থাপিত বিষয়বোৰ এটাৰ লগত আনটোৰ সম্পৰ্ক এৰাব নোৱৰা বিধৰ। আনহাতে মূল বিষয়টো চৰ্চাৰ ক্ষেত্ৰতো এইবোৰৰ পৰা এটা সামগ্ৰিক ধাৰণা লোৱাটো অপৰিহাৰ্য।

মূল বিষয়টোক আৰ্থ-সামাজিক দৃষ্টিকোণেৰে কৰা চৰ্চাৰ আৰম্ভণি সৰহ দিনৰ কথা নহয়। পঞ্চাশৰ দশকত প্ৰথিতযশা দাৰ্শনিক বুদ্ধিজীৱী প্ৰয়াত ভবানন্দ দত্তই খন্তীয়া খুচুৰিয়াকৈ হ'লেও বিষয়টোৰ ওপৰত হাত দিছিল। সত্তৰৰ দশকৰ পৰা ড° হীৰেন গোহাঁই, ড° অমলেন্দু গুহ, ড° শিৱনাথ বৰ্মন আদি বুদ্ধিজীৱীসকলে বিষয়টো আলোচনা কৰিছে। এই লিখকেও মাজে মাজে আলোচনীৰ পাতত দুই এটা প্ৰবন্ধৰ মাজেৰে ইয়াৰ গুৰুত্ব ৰাইজৰ আগত তুলি ধৰাৰ চেষ্টা কৰিছে।

এই উপলব্ধিকে এখনি সম্পূৰ্ণ পুথিৰ আকাৰত প্ৰকাশ কৰাৰ অভিলাষেৰে এই কামত হাত দিয়া হৈছে। আমাৰ বিশ্বাস, এই বিষয়টোৰ আৰু বহুল চৰ্চা ভৱিষ্যতে হ'ব আৰু আধুনিক প্ৰযুক্তি বিদ্যাৰ প্ৰয়োগৰ দ্বাৰা এনে চৰ্চা প্ৰতিভাত হ'ব।

ধন্যবাদ আৰু কৃতজ্ঞতা জনাবলগীয়াসকলৰ ভিতৰত বিশেষভাৱে উল্লেখনীয় সকল হ'ল (সৰ্বশ্ৰী) ড° হীৰেন গোহাঁই, অধ্যাপক তাৰকচন্দ্ৰ গোস্বামী, মোৰ বাল্য বন্ধু ৰাধাকান্ত তালুকদাৰ (বৰপেটা), মুকুট ভট্টাচাৰ্য, পৰমানন্দ মজুমদাৰ, বিপুল খাটনিয়াৰ, বিজনলাল চৌধুৰী, দেৱজিৎ তালুকদাৰ (এই কেইগৰাকী নতুন সাহিত্য পৰিষদৰ মোৰ সতীৰ্থ) আৰু আন সতীৰ্থসকল; লগতে মোৰ বৰজীয়ৰী উৎপলা আৰু বৰজোঁৱাই জিতেন ডেকা।

শুৱনি গঢ়ৰ আখৰেৰে বানান আৰু বাক্যগাঁথনিৰ বেমেজালি চম্ভালি খচৰা কপিটো মোৰ ভনী শ্ৰীমতী ববিতা মহন্ত (ৰায়চৌধুৰী) আৰু প্ৰেছ কপিটো মোৰ চাকৰি জীৱনৰ সহকৰ্মী আৰু ভাতৃপ্ৰতিম বন্ধু শ্ৰীযুত কমলানন্দ বৰদলৈয়ে প্ৰস্তুত কৰি দিছে। মোৰ শ্ৰদ্ধাভাজন শ্ৰীযুত নৰেন্দ্ৰ নাথ শৰ্মাদেৱ আৰু একাডেমী প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰী ড° ধৰ্মেশ্বৰ চুতীয়াদেৱে কষ্ট স্বীকাৰ কৰি ইয়াত হাত ফুৰাই দিছে।

এই সকলোজনলৈ কৃতজ্ঞতা যাচিছোঁ।

কাম কৰিলেহে দোষ-ত্ৰুটী ওলায় নকৰিলে একো নাই, এনে বিশ্বাসতহে পুথিখন লিখি অটালোঁ। পাঠকসকলে সেই ভাবেৰে লৈ ইয়াক গ্ৰহণ কৰিলে বাধিত হম। ইতি—

জগৎপ্ৰিয়া ভৱন
৪২, নৱগিৰি পথ
গুৱাহাটী- ৭৮১০০৩
দূৰভাষ - ০৩৬১-২৬৬৬২৩০

**অনিল ৰায়চৌধুৰী**
জুন, ২০০০

# অসমত নৱ-বৈষ্ণৱ ধৰ্মৰ উদ্ভৱ আৰু প্ৰসাৰণৰ পটভূমি

নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ পূৰ্বৰ অসমৰ জনগাঁথনি, সামাজিক পৰিস্থিতি আৰু সাংস্কৃতিক অৱস্থা সম্পৰ্কে এটা থূল-মূল ধাৰণা ল'ব পাৰিলে এই ধৰ্ম প্ৰচাৰৰ ফলত হোৱা পৰিণতি সম্পৰ্কে বিচাৰ কৰিবলৈ সহজ হয়।

সেই কালৰ ধৰ্মবিশ্বাস সম্পৰ্কে জানিবলৈ ইয়াত থকা মঠ-মন্দিৰৰ ভগ্নাৱশেষ, খনন-কাৰ্যত ওলোৱা মূৰ্তি, আন তথ্য, আচাৰ-সংস্কাৰ আদিৰ পিনে চালে পোনতে ভাব হয় যে ইয়াত প্ৰধানকৈ হিন্দু বা বৌদ্ধধৰ্ম আছিল। কিছুমান প্ৰবাদ, পুৰাণ আদিত বৰ্ণোৱা কাহিনীৰ ঐতিহাসিক মূল্য সঠিকভাৱে নিৰূপণ কৰা হোৱা নাই। নৰক ৰজাৰ কাহিনী আদি পুৰাণত আছে। মিথিলা অৰ্থাৎ বিহাৰৰ পৰা নৰকাসুৰে প্ৰাগজ্যোতিষপুৰ তথা কামৰূপলৈ আহি কামাখ্যা মন্দিৰ সজোৱা, ঘটকাসুৰক জয় কৰি এই ৰাজ্য অধিকাৰ কৰা আদি কথাবোৰ পোৱা যায়। অষ্টম-নৱম শতিকাৰ ব্ৰাহ্মণক ভূমিদান দিয়া তামৰ ফলি আদিয়েও ইয়াত হিন্দুধৰ্মৰ অস্তিত্বৰ ইংগিত দিয়ে। অতীতৰ পৰাই অসমৰ জনগাঁথনি বিচিত্ৰ। বিভিন্ন জনগোষ্ঠীয়ে নিজৰ নিজৰ ভাগে নিজা সংস্কৃতি, বিশ্বাস, মাতকথালৈ ইয়াত বাস কৰি আহিছে। ধৰ্মবিশ্বাসৰ ক্ষেত্ৰত উপাস্যদেৱতাও বহুতৰে একে নাছিল। বহুতৰে লিখিত শাস্ত্ৰ-পুথি আদি নাই। লোক পৰম্পৰা, লোকগাঁথা তথা লোকসংস্কৃতিৰ মাজেৰেই এই বৈচিত্ৰ প্ৰকাশ পাইছিল। এনেবোৰ বিষয়ে চৰ্চা এতিয়াও ভালদৰে হোৱা নাই।

ইংৰাজ পণ্ডিত তথা প্ৰশাসক হাণ্টাৰ চাহাবে কৈছিল— **যদিও হিন্দুধৰ্ম অসম উপত্যকাত সাধাৰণভাৱে চলিছে তথাপি দেশৰ আদিম ধৰ্ম ই নহয়। হিন্দুধৰ্ম প্ৰচলনৰ আগতে ইয়াৰ অধিবাসীসকলৰ কি ধৰ্ম আছিল সেই বিষয়ে একো জনা নাযায়। বৌদ্ধ বা আন ধৰ্মৰ ঠাই যে ইয়ে অধিকাৰ কৰিছে তাৰো একো চিন-চাব পোৱা নাযায়।**[১]

হাণ্টাৰ চাহাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ যিখন সমাজ পাইছিল সি নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰণৰ পিছৰ কালৰ। এই কথা অনস্বীকাৰ্য যে নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ ফলত হিন্দুধৰ্মৰ মাজলৈ বহুতো আদিবাসী-অনাহিন্দু সমাজৰ লোক সোমায়। আনহাতে পশ্চিমৰ তথা আৰ্যাবৰ্তৰ পৰা (নৱ বৈষ্ণৱ ধৰ্মপ্ৰচাৰৰ আৰম্ভণিৰ আগৰে পৰা হাণ্টাৰ চাহাবে জনগাঁথনিৰ বুজ লোৱাৰ সময়লৈকে) অবিৰাম গতিত লোকপ্ৰব্ৰজন হৈয়েই আছিল। ইতিমধ্যে ভাটি বা পশ্চিমৰ ফালৰ পৰা কেবাটাও বহিঃআক্ৰমণ হোৱাত জনগাঁথনি প্ৰভাৱিত হৈছিল।

দ্বিতীয়তে, অসম উপত্যকাৰ তথা প্ৰাচীন কামৰূপ বা প্ৰাগজ্যোতিষ ৰাজ্যৰ সীমাৰ ভিতৰত এতিয়াৰ পূৰ্ব আৰু উত্তৰবংগৰ বিস্তীৰ্ণ অঞ্চল আছিল। যথা, ভাস্কৰবৰ্মাৰ নিধানপুৰ

লিপি পোৱা গৈছিল সুৰমা উপত্যকাৰ (বৰ্তমান বাংলাদেশৰ অন্তৰ্গত) ছিলেট জিলাত। আনহাতে পূবৰ পিনে এই ৰাজ্য কিমানলৈ আছিল সেই কথাও বিচাৰযোগ্য। কপিলী উপত্যকাত আৰু অৰুণাচলৰ ঠায়ে ঠায়ে পোৱা প্ৰত্নতাত্ত্বিক সমল আদিয়ে এনে প্ৰশ্নৰ সমিধান দিব পাৰে। এই ক্ষেত্ৰত লক্ষ্যণীয় যে তামৰ ফলি বা শিলালিপি আদিয়ে যিখন সমাজ বা ঠাইৰ চিত্ৰকল্প দাঙি ধৰে সেইবোৰকো পোনে পোনে গ্ৰহণ কৰি নিৰ্ণায়ক সিদ্ধান্ত লোৱা মস্কিল। ভৌগলিক, নৃতাত্ত্বিক, সমাজবিজ্ঞান আৰু অৰ্থনৈতিক বিজ্ঞানৰ ভিত্তিত যুক্তিসিদ্ধ হ'লেহে এইবোৰৰ শুদ্ধ নিৰ্ণয় পাব পাৰি। এনে পৰীক্ষা অথবা চৰ্চা পদ্ধতিগতভাৱে অসমত নাই হোৱা বুলিব পাৰি।

অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকলৰ বা তাৰো অলপ আগৰ পণ্ডিতসকলৰ পুথি, কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ পৃষ্ঠপোষকতাত হেম সৰস্বতী ৰচিত 'প্ৰহ্লাদ চৰিত' আদি— অসমীয়া ভাষাৰ পুথি। বৰাহী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত মাধৱ কন্দলীয়ে ৰচনা কৰা অসমীয়া **ৰামায়ণ** আদিয়ে হিন্দু সংস্কৃতিৰ বিস্তৃতি সম্পৰ্কে ধাৰণা দিয়ে। সেইবুলি এইটোও অনুমান কৰা ঠিক নহয় যে হিন্দু সংস্কৃতিৰ দ্বাৰা অসমৰ অধিকাংশ আদিবাসী লোকেই প্ৰভাৱিত আছিল।

গুণাভিৰাম বৰুৱাৰ **অসম বুৰঞ্জী**ত আছে যে কামাখ্যা দেৱস্থানত আগতে জনজাতিৰ লোকে গাহৰি-কুকুৰা বলি দি আৰু উপচাৰত তিৰোতাৰ সাজ দি পূজা কৰিছিল। কোচৰজা বিশ্বসিংহই পোনতে সেই পীঠস্থানত মন্দিৰ সজাই ভাটিৰ পৰা অনোৱা ব্ৰাহ্মণেৰে সেৱা-পূজা চলোৱাৰ দিহা কৰে।* এইগৰাকী ৰজাই কান্যকুব্জ, মিথিলা, নৱদ্বীপ, কাশী, গৌড় আদিৰ পৰা ব্ৰাহ্মণসকলক অনাই পুৰাণতন্ত্ৰ আদি চৰ্চিবৰ বাবে পৃষ্ঠপোষকতা কৰে। কালিকাপুৰাণৰ ৰচনা নৱম শতিকাত আৰু যোগিনীতন্ত্ৰ, ৰুদ্ৰযামল আদি পুৰাণ তন্ত্ৰশাস্ত্ৰ আদি তেৰ শকিতাত ৰচিত হোৱা বুলি পণ্ডিতসকলে অনুমান কৰে।

১৮৯১ চনৰ লোকপিয়লৰ অধিকৰ্তা, বৃটিছ শাসক গেইট চাহাবে (অসম বুৰঞ্জীৰ ৰচক) কৈছিল যে পঞ্জাৱত আন ধৰ্মৰ বুলি পৰিচয় নিদিয়াজনক হিন্দু বুলি ধৰি ল'ব পাৰি; কিন্তু তাৰ বিপৰীতে অসমত হিন্দু ধৰ্মৰ বুলি পৰিচয় নিদিয়াজনক হিন্দু বুলি ধৰি ল'ব নোৱাৰি; পৰিচয় দিয়াজনকহে হিন্দু বুলি ধৰিব পাৰি।

অসম উপত্যকাকে ধৰি বিভিন্ন অঞ্চলত আৰ্যহিন্দুভিন্ন সমাজ ব্যৱস্থাৰে বসবাস কৰা লোকসকল কিদৰে আৰু কেতিয়া হিন্দু সমাজ ব্যৱস্থাৰ মাজলৈ আহিছিল, তাৰ কাৰণ কি— এই সম্পৰ্কে এতিয়ালৈকে তেনেদৰে ব্যাপক আৰু বিশেষ চৰ্চা হোৱা নাই।

অৰ্থনৈতিক, ৰাজনৈতিক, ভৌগলিক আদি কাৰণত বাস্তৱ পৰিস্থিতিৰ সলনি হয়। সংমিশ্ৰণ, সংশ্লেষণ প্ৰক্ৰিয়াৰ প্ৰভাৱত সংস্কৃতিক ৰূপান্তৰৰ প্ৰক্ৰিয়াও চলে। পূৰ্ব প্ৰচলিত ধাৰণাৰ সলনি হ'বলৈ ধৰে আৰু নতুন ধাৰণাৰ জন্ম হয়। এই সকলোবোৰে জীৱন পদ্ধতিকো সলনি কৰে। এই পৰিবৰ্তিত জীৱনপদ্ধতিৰ লগত খাপ খোৱাকৈ আধ্যাত্মিক বিশ্বাসো সলনি

---

** এই সন্দৰ্ভত ড° প্ৰণৱজ্যোতি ডেকাৰ গৱেষণালব্ধ গ্ৰন্থ –Nilachal Kamakhya, Her History and Tantra— (Lawyers Book Stall আৰু Assam Book Depot ৰ দ্বাৰা পৰিৱেশিত)খন অধ্যয়ন কৰা প্ৰয়োজন। ইয়াত বহুতো নতুন তথ্য সংযোজন কৰা হৈছে।*

হয়। কিন্তু এনে নতুন বিশ্বাসৰ মাজত পুৰণি বিশ্বাসৰ স্মাৰক ৰৈ যায়। লোকাচাৰ আদি তন্ন-তন্নকৈ ফঁহিয়াই চালে তাৰ উমান পোৱা যায়। (উপাসনা বা আধ্যাত্মিক ক্ষেত্ৰৰ বিশেষ আচাৰ-বিচাৰ আদিয়েই অকল নহয়, হিন্দু সমাজ পদ্ধতিকো নিয়ন্ত্ৰিত কৰে লিখিত (codified) আৰু অলিখিত ৰীতি-নীতি, প্ৰথা, আচৰণ আদিয়ে। অলিখিতবোৰৰ উৎস হ'ল— প্ৰাচীন পৰম্পৰা আৰু বিশ্বাস। দুয়োবিধৰ মাজত বিৰোধ-দ্বন্দ্ব হয়, সংশ্লেষণো হয়। এনে সংশ্লেষণে লিখিত আৰু অলিখিত দুয়োবিধৰ নিয়মকে চুই যায়। আমি পিছলৈ বেদাচাৰ আৰু লোকাচাৰ এই দুটা শিতানত এইবিষয়ে অলপ বহলকৈ বিচাৰ কৰাৰ চেষ্টা কৰিম।)

অকল আধ্যাত্মিক কাৰণতে আগৰ বিশ্বাস এৰি নতুন বিশ্বাসলৈ ধৰ্মান্তৰিত হোৱা বুলি ভবাটো এটা সৰলীকৰণ চিন্তাহে হ'ব।

ঊনৈশ শতিকালৈকে অসমত হিন্দুধৰ্মৰ ক্ষেত্ৰত হোৱা বিকাশ সম্পৰ্কে বুৰঞ্জীবিদসকলৰ ধাৰণা তলত দিয়া ধৰণৰ—[১]

১. পৌৰাণিক (পুৰাণভিত্তিক) হিন্দুধৰ্মৰ প্ৰসাৰণ আৰু তাক সংহতকৰণ (Consolidation and Expansion of Puranic Hinduism.)।

২. কেবাটাও শাসক পৰিয়াল তথা বংশক দৈৱিক মৰ্যাদা প্ৰদান কৰি হিন্দুধৰ্মত দীক্ষিতকৰণ (Conversion of a number of ruling families to Hinduism by way of devinazation of the founders of repective dynasties.)

৩. নতুন মঠ-মন্দিৰ আৰু থান আদি সজা আৰু পুৰণিবোৰক নকৈ সজোৱা (Building of new temples and shrines and rebuilding of old ones.)। আদিবাসীসকলৰ পীঠ তথা পবিত্ৰ স্থানবোৰক হিন্দু পৌৰাণিক কাহিনীৰ লগত জড়িত কৰি তাক হিন্দুপীঠস্থানলৈ ৰূপান্তৰকৰণো এই কামৰ ভিতৰত পৰে।

৪. জনসমাজক ব্যাপক ভিত্তিত সংবেদন কৰিব পৰা নৱবৈষ্ণৱ ধৰ্মৰ প্ৰবৰ্তন আৰু প্ৰচাৰ। ফলত কলা আৰু সংস্কৃতিৰ ক্ষেত্ৰত নতুন যুগৰ সূচনা (Introduction of Neo-Vaishnavism which led to a sort of renaissance in all the areas of art and culture)।

৫. ইছলাম আৰু শিখ ধৰ্মৰ আগমন আৰু বৌদ্ধ ধৰ্মৰ নতুন প্ৰবাহ আৰু শেহত খ্ৰীষ্টিয়ান ধৰ্মৰ ধলপুৱাৰ ৰেঙণি (Coming of Islam, Sikhism, a new wave of Budhism and ray of twiligt of Christianity)।

৬. ধৰ্মীয় সহনশীলতা বাতাবৰণৰ সৃষ্টি আৰু সৰু সুৰা অঘটনৰ বাহিৰে শান্তিপূৰ্ণ সহাৱস্থান (A spirit of religious toleration and peaceful coexistence barring minor exceptions.)।

জনসংখ্যাৰ পিনৰ পৰা চালে অসমৰ হিন্দু ধৰ্মাৱলম্বী অতি কম সংখ্যকহে আৰ্যহিন্দু মূলৰ বংশধৰ। সৰহভাগেই পিছত হিন্দু হোৱা আৰ্যহিন্দু-ভিন্ন সমাজৰ বংশধৰ। অসমৰ আৰ্যহিন্দু-ভিন্ন আদি-আধিবাসীসকলৰ বিভিন্ন সৰু সৰু জনগোষ্ঠী ভাগ ভাগ আছিল। প্ৰত্যেক জনগোষ্ঠীৰ মাত-কথা, আচাৰ-বিচাৰ, ৰীতি-নীতি আৰু উপাস্য দৈৱীশক্তি (Spiritual Power) বেলেগ বেলেগ আছিল। সমাজ পদ্ধতিৰ ক্ষেত্ৰতো কেবাটাও জনগোষ্ঠী

মাতৃতান্ত্রিক (Matriarchal) আছিল। তেনেবোৰ আদিজনগোষ্ঠীৰ সমাজত জন্মগত উচ্চ-নীচ, বৃত্তিগত, জাতিগত বা বৰ্ণগত সামাজিক ভেদ নাছিল। হিন্দু সমাজৰ প্ৰভাৱত আৰু শ্ৰেণীগত বৈষম্যমূলক উৎপাদন পদ্ধতি প্ৰচলিত হোৱাৰ পিছতহে এনে পাৰ্থক্যবোৰ হ'বলৈ ধৰে।

আৰ্যহিন্দু সমাজ পদ্ধতিৰ বুনিয়াদ বেলেগ। চতুৰ্বৰ্ণ অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য ( যি তিনিটাক দ্বিজাতি কোৱা হয়) আৰু শূদ্ৰ— এই চাৰিটা মুখ্যভাগত সমাজখন বিভাজিত, গুণ আৰু কৰ্মৰ দিশৰ পৰা প্ৰতিটো বৰ্ণৰ স্থান তথা মৰ্যাদা বেলেগ বেলেগ। ব্ৰাহ্মণসকলে সমাজৰ ৰীতি-নীতি আদি নিৰ্ধাৰণ কৰে, ক্ষত্ৰিয়সকলে প্ৰশাসন, বৈশ্যসকলে বেহা-বেপাৰ আৰু শূদ্ৰসকলে ওপৰোক্ত দ্বিজাতি সংজ্ঞাত পৰা বৰ্ণকেইটাৰ সেৱা কৰে। এয়ে হ'ল শাস্ত্ৰ নিৰ্দেশিত আদৰ্শ (model) হিন্দু সমাজৰ গাঁথনি। হিন্দু সমাজবিধি প্ৰণেতা মনুৱে প্ৰতিটো বৰ্ণৰ কৰণীয় কৰ্তব্য সম্পৰ্কে কৈছে।৺

**ব্ৰাহ্মণ ঃ** অধ্যয়ন, অধ্যাপনা, যজন আৰু দানগ্ৰহণ।

**ক্ষত্ৰিয় ঃ** অধ্যয়ন, প্ৰজাপালন, দান আৰু যজ্ঞানুষ্ঠান। ( কোৱা হৈছে যে তেওঁলোকে ভোগ-বিলাসত নিমগ্ন হ'ব নালাগে।)

**বৈশ্য ঃ** অধ্যয়ন, যজ্ঞানুষ্ঠান, দান, বাণিজ্য, ধন সুদলৈ ধাৰে দিয়া ব্যৱসায় (বুদ্ধিজীৱিকা), কৃষি আৰু পশুপালন।

**শূদ্ৰ ঃ** শূদ্ৰৰ বাবে প্ৰজাপতিয়ে একেটাই মাথোন কৰ্ম নিৰ্দিষ্ট কৰি দিছে। সেয়া হ'ল, কোনো ওজৰ-আপত্তি, অসূয়া, নিন্দা নকৰাকৈ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য তথা দ্বিজাতিক সেৱা কৰণ।

গতিকে দেখা যায় যে বিধিমতে অধ্যয়ন, যজ্ঞানুষ্ঠান ইত্যাদি আধ্যাত্মিক বিকাশৰ কাম শূদ্ৰসকলৰ বাবে নাছিল। শ্ৰীমাধৱদেৱে নাম ঘোষাৰ ১১৯ ছেদত কৈছে—

*বৰ্ণাশ্ৰম ধৰ্ম যত যাৰ যেন বিধি আছে*
*তাৰেসে কেৱলে অধিকাৰ।*
*হৰিনাম কীৰ্তনৰ নাহিকে নিয়ম একো*
*এতেকেসে ধৰ্ম মাজে সাৰ।।*

অন্যতম লক্ষণীয় এয়ে যে **অসম উপত্যকাত কোনো ৰজা আৰ্যহিন্দু মূলৰ নাছিল আৰু অধিবাসীৰ ক্ষেত্ৰত বিপুলাংশই আছিল আৰ্যহিন্দু-ভিন্ন মূলৰ**। ইয়াত মনু আদি শাস্ত্ৰকাৰসকলৰ বিধি কঠোৰভাৱে অনুসৰণেৰে এখন সমাজ গাঁথনি সৃষ্টি কৰা আৰু উক্ত শাস্ত্ৰোক্ত বিধি তেনেদৰে বলবৎ কৰা সম্ভৱপৰ নাছিল। কৃষি-কৰ্ম নকৰা ব্ৰাহ্মণক ভূমিদান কৰা তামৰ ফলি আদিয়ে সূচায় যে ৰজাৰ পৃষ্ঠপোষকতাৰে শ্ৰমবিভাজন প্ৰক্ৰিয়া আৰম্ভ কৰাৰ চেষ্টা হৈছিল।

ইয়াৰ আদিবাসী জনগোষ্ঠীসকলৰ সমাজব্যৱস্থাও সলনি হ'ব ধৰা ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক প্ৰক্ৰিয়াৰেই ৰূপান্তৰ হ'বলৈ ধৰে। আগৰ জনজাতি (tribal) গঢ়ৰ সমাজখনে লাহে লাহে সামন্তধৰ্মীয় গঢ় ল'বলৈ ধৰাৰ ক্ষেত্ৰত ইয়াৰ শাসক পৰিয়ালক দৈৱিক মৰ্যাদা প্ৰদান কৰা কাৰ্যটো মন কৰিবলগীয়া। ই সামন্তবাদী চৰিত্ৰলৈ সমাজব্যৱস্থাৰ

ৰূপান্তৰ হোৱাত সহায়ক হৈছিল। শাসক আৰু শাসিতৰ মাজৰ ব্যৱধান বৃদ্ধি পাইছিল। হিন্দু সমাজ ব্যৱস্থাৰ সমাজ দৰ্শনে (social philoshopy) এই ক্ষেত্ৰত নীতিগতভাৱে সামন্ত পদ্ধতি তথা শাসক-শাসিতৰ মাজৰ বৰ্ণব্যৱধান থকা পদ্ধতিৰ পোষকতা কৰিছিল। শাসকগোষ্ঠীৰ হিন্দুধৰ্মৰ প্ৰতি আকৰ্ষণৰ মুখ্য কাৰণ ইয়েই বুলি ভাবিব পাৰি।

এনেবোৰ জনজাতি-উপজাতি বা অৰ্ধজনজাতি সমাজৰ আৰ্থ-সামাজিক দিশত হোৱা পৰিৱৰ্তনৰ ক্ষেত্ৰত বাহিৰৰ স'তে আহ-যাহ আৰু আদান-প্ৰদান, নকৈ প্ৰব্ৰজন কৰি আহি বসতি কৰা মানুহৰ স'তে যোগাযোগ, বাণিজ্যবৃদ্ধি, উন্নত উৎপাদন পদ্ধতিৰ কাৰিকৰী জ্ঞানৰ বিনিময় আৰু সমন্বয়ে অৰিহণা যোগাইছিল। এনে পৰিবৰ্তনে সাংস্কৃতিক দিশতো প্ৰভাৱ পেলাই সংস্কৃতিৰো ৰূপান্তৰ সাধন কৰিছিল।

চুতীয়াসকলৰ মাজত এনে পৰিবৰ্তনৰ প্ৰক্ৰিয়া বহুতো আগৰ পৰা আৰম্ভ হোৱা বুলি ধাৰণা কৰিব পাৰি। চুতীয়া সভ্যতা আৰ্যহিন্দু সমাজৰ স'তে আদিম সভ্যতাৰ মিশ্ৰৰূপ বুলি ভবাৰ থল আছে। এই সভ্যতাৰ প্ৰভাৱত কাৰিকৰী দিশত উন্নতি হৈছিল। চুতীয়া ৰাজ্যত বৃত্তিমূলক জাতি বা শ্ৰেণী থকা কথা— চুতীয়া ৰজাৰ সা-সম্পদ আদিৰ পিনে চকু দিলেই এই কথাৰ অনুভব হয়। চুতীয়াসকলৰ এটা চামে পুৰণি সংস্কৃতি লোৱালৈ চাই বুজা যায় যে এই সমাজৰ আটায়ে একেলগে বা একে ধৰণে হিন্দু সমাজলৈ ৰূপান্তৰিত হোৱা নাছিল। সেই সমাজৰ মাজত শ্ৰেণীগত আৰ্থ সামাজিক বিভাজন হ'বলৈ লৈছিল।

আমি আগতে কোৱা দৰে বাহিৰৰ পৰা যোগাযোগ মূলত হৈছিল ব্ৰহ্মপুত্ৰ নদ শৃংখলাৰ মাধ্যমেৰে বণিজক অৱলম্বন কৰি। এনে বাণিজ্য পৰ্বতীয়া জাতি আৰু পৰ্বতীয়া জাতিৰ মাধ্যমেৰে চীনদেশলৈ কম-বেছি সম্প্ৰসাৰিত হৈছিল।

চুতীয়াসকলৰ নামনিত পশ্চিমফালে বাৰভূঞাসকলৰ ৰাজ্যপুঞ্জ (Confederacy) অৱস্থিত আছিল। এনে বাৰভূঞাসকলৰ আদিস্থান ভাটিদেশত আছিল। এওঁলোক হিন্দু সমাজ পদ্ধতিৰ লোক আৰু ভাটিদেশ-- কমতা, গৌড় আদিৰ লগত এওঁলোকৰ সততে যোগাযোগ আছিল। নামনি আৰু মধ্য অসমতো হিন্দু সমাজ পদ্ধতি প্ৰচলিত আছিল। ভালদৰে লক্ষ্য কৰিলে দেখা যায় যে নৱ বৈষ্ণৱ ধৰ্মৰ আগলি ধৰ্মপ্ৰচাৰক শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ আদিৰ কৰ্মক্ষেত্ৰ এনে হিন্দুসমাজ পদ্ধতি থকা অঞ্চলতেই সীমাৱদ্ধ আছিল। দুই-এগৰাকী অনা-হিন্দু লোক বিক্ষিপ্তভাৱেহে এওঁলোকৰ সংস্পৰ্শলৈ আহিছিল।

নামনি অসম, মধ্য অসম আৰু উজনি অসমৰ হিন্দুসকলৰ মাজৰ সমাজ গাঁথনিৰ ক্ষেত্ৰত— ই নামনিত যিমান গাঢ়, মধ্য অসমত তাতোকৈ শিথিল আৰু উজনিত আৰু বেছি শিথিল আছিল বুলি ধাৰণা হয়।

নানাবিধ বৃত্তিয়ালেৰে (Professional Caste) উত্তৰ ভাৰতৰ আৰ্হিৰ সমাজ আৰু অৰ্থব্যৱস্থা আৰু লগতে সংস্কাৰৰ প্ৰভাৱ নামনি আৰু মধ্য অসমৰ হিন্দু সমাজখনত আছিল। চৰিতপুথিৰ বৰ্ণনাত এনে সমাজৰ কথাই পোৱা যায়। এইখন সমাজত অন্ন (সহভোজন-খাদ্যা-খাদ্য) আৰু যোনিৰ (বিবাহ) ক্ষেত্ৰত জাত-পাতৰ বিচাৰ আছিল।

উজনি অসমৰ হিন্দু সমাজত এনে বিচাৰ প্ৰথমতে সোলোক-ঢোলোক আছিল।

ইয়াৰ আদিবাসী সমাজত সেই সমাজৰ নিজস্ব পুৰোহিত শ্ৰেণী (মিচিমি ব্ৰাহ্মণ) থকাৰ কথাও কোনোখন চৰিতত পোৱা যায়।[৪] যিসকলে হিন্দুসংস্কাৰ তথা বেদপন্থ অনুসৰণ নকৰিছিল, সেইসকলক ঘৃণাসূচক 'বৌধ' আখ্যা দিয়া হৈছিল।[৫] হিন্দু পুৰোহিত বা যাজকসকলে ৰচনা কৰা **যোগিনীতন্ত্ৰ, ৰুদ্ৰ যামল** আদি পুৰাণ পুথি তথা শাস্ত্ৰত হিন্দু সংস্কাৰ মানি নচলা সকলৰ আচাৰ-ৰীতি আদিক ঘৃণাসূচক ৰূপেৰে ব্যাখ্যা কৰা বুলি ভাবিবৰ থল আছে।

সৎ-মন আৰু নিষ্ঠাৰে পালন কৰা সত্বেও এনে আচাৰ-ৰীতি, মূল্যবোধ, সংস্কাৰ আদিক মানি চলা সকলক তেওঁলোকৰ তেনে জীৱন-পদ্ধতিক হিন্দু সংস্কাৰৰ লগত সংগতি নথকা হেতুকে 'ব্যভিচাৰ' আখ্যা দিয়া হৈছিল। এনে অনা-হিন্দু আদিবাসীসকলক 'নীচ', 'পাপী', 'পাষণ্ড' আদি তুচ্চাৰ্থত উল্লেখ কৰাৰ উদাহৰণ আনকি 'নাম ধৰ্ম' প্ৰচাৰকামী শাস্ত্ৰপুথি আদিত বহুতো আছে।

কিছুমান জনগোষ্ঠীক হীন বা জাতিপাপী তথা অপবিত্ৰ বুলি গণ্য কৰা হৈছিল। দৰাচলতে ই আগতে কোৱা দৃষ্টিভংগীৰ প্ৰতিফলনহে মাত্ৰ।

শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত মদ্ভাগৱতৰ ২য় স্কন্ধৰ কেইফাঁকিমানলৈ মন কৰিলে এই কথা প্ৰতীয়মান হয়।

কিৰাত কছাৰি খাচি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।
অসম (আহোম) মলুক ধোবা যে তুৰুক
কুমাৰ ম্লেচ্ছ চণ্ডাল।। ৫৩
**আনো পাপী নৰ** কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলায়।।

**নাইবা**

স্ত্ৰী শূদ্ৰগণ অধম যৱন
আনো **জাতি পাপী** নৰে।
শুৱা তত্ত্বপৰ বৈষ্ণৱ জনৰ
যদি শীল শিক্ষা ধৰে।১৮১

*(শ্ৰীমদ্ভাগৱত, ২ স্কন্ধ)*

এইবোৰে দেখুৱায় যে হিন্দু ধৰ্মৰ দৃষ্টিভংগীত কিছুমান মানুহক জন্মৰ দোষতে পাপী বুলি (জাতি পাপী) ধৰা হৈছিল, হিন্দু বৈষ্ণৱ ধৰ্ম নোলোৱালৈকে এইসকল অপবিত্ৰ হৈয়ে আছিল।

জন্ম যি জাতিতে নহওক কিয় ৰাজপুৰুষ তথা শাসকসকলক একে দৃষ্টিভংগীৰে বিচাৰ কৰা নহৈছিল। **পৰাক্ৰমী পুৰুষৰ নাহি কিছু দোষ** তত্ত্বৰে সিবোৰক উচ্চ স্থান দিয়া হৈছিল। কিছুমান তেনে শাসক পৰিয়ালক পাণ্ডৱসকলৰ পুত্ৰ, ইন্দ্ৰৰ বংশধৰ, বিষ্ণুৰ ঔৰসত

জন্মা আদি পুৰাণবৰ্ণিত কাহিনীৰে গৰিমামণ্ডিত কৰা হৈছিল।

**পঞ্চদশ-ষোড়শ শতিকাৰ অসমৰ জনসংখ্যা আৰু গোষ্ঠীভিত্তিক জনগাঁথনিৰ হুবহু প্ৰতিচ্ছবি কোনোপধ্যে আমি পোৱাৰ উপায় নাই, অনুমানহে কৰিব পাৰোঁ।** উনৈশ শতিকাত বিশেষকৈ বৃটিছ আমোলত যি জাতি-ধৰ্ম-ভাষাবিষয়ক তথ্য থকা জনপিয়ল হৈছিল **তাৰ সূত্ৰ ধৰি উভতি গৈ এনে অনুমান (Conjecture) কৰিব পাৰি।** মনত ৰখা উচিত যে উনৈশ শতিকালৈকে দীঘলীয়া কেবাশ বছৰৰ ভিতৰত অসম উপত্যকাত— ৰাজভগন, মাৰিমৰক, বহিঃআক্ৰমণ, মানভগন, বাহিৰৰ পৰা প্ৰব্ৰজন আদিৰ বাবে গোষ্ঠী জনসংখ্যাৰ আৰু জনগাঁথনিৰ আনুপাতিক ধাৰাবাহিকতা লৰচৰ হৈছিল। তথাপিও ১৮৮১ আৰু ১৮৯১ চনৰ জনপিয়লৰ তথ্যৰ আঁত ধৰিয়ে ষোড়শ শতিকাৰ পৰিস্থিতি সম্পৰ্কে ধাৰণা কৰাত বাহিৰে আন নিৰ্ভৰযোগ্য পথ দেখা নাই।

উক্ত জনপিয়লৰ সন্তেদৰ সূত্ৰ লৈ অসম উপত্যকাৰ বৰ্ণহিন্দু (ব্ৰাহ্মণ, কায়স্থ, দৈৱজ্ঞ, কলিতা আৰু কেওঁট) অনা-বৰ্ণহিন্দু তথা পিছপৰা আৰু অনুসূচীত সম্প্ৰদায় (কোচ, মেচ, ৰাজবংশী), সোণোৱাল, শৰণীয়া, নাথ, নদীয়াল, কুমাৰ, আহোম, মিৰি, বড়ো, কছাৰী ইত্যাদি) আদিৰ এটা তুলনামূলক ছবি পাব পাৰোঁ। তলৰ সাৰণিত যিবোৰ সংখ্যা দিয়া হৈছে তাৰ ভিত্তি ১৮৮১ আৰু ১৮৯১ চনৰ জনপিয়ল।[৬]

| জিলা (অবিভক্ত) | বৰ্ণহিন্দু | অনাবৰ্ণহিন্দু |
|---|---|---|
| গোৱালপাৰা | ১৬ হাজাৰ | ৩ লাখ ৭০ হাজাৰ |
| কামৰূপ | ২ লাখ ২৩ হাজাৰ | ৩ লাখ ২ হাজাৰ |
| দৰং | ৪৫ হাজাৰ | ১ লাখ ৬৪ হাজাৰ |
| নগাঁও | ৬৮ হাজাৰ | ২ লাখ ৩১ হাজাৰ |
| শিৱসাগৰ | ৭৭ হাজাৰ | ২ লাখ ৬০ হাজাৰ |
| লখিমপুৰ | ১২ হাজাৰ | ১ লাখ ৩১ হাজাৰ |

(সংখ্যাবোৰত মোটামুটি চাহ-মজদুৰ সম্প্ৰদায়, মুছলমান আৰু খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বীক ধৰা হোৱা নাই)

ওপৰোক্ত সূত্ৰৰ আঁত ধৰি অনুমানৰ ভিত্তিত আমি দেখোহঁক যে কামৰূপ জিলাত বহুসংখ্যক বৰ্ণহিন্দুৰ বাসভূমি ষোড়শ শতিকাতো আছিল। আগৰে পৰা নাথাকিলে ইমান ডাঙৰ জনসংখ্যা পিছত ক'ৰপৰা ওলাব? ইয়াৰ হিন্দু সমাজ পদ্ধতি অধিক সংহত আছিল। চৰিত তোলা প্ৰথা আৰু লিপিবদ্ধ চৰিতপুথিবোৰত থকা বৰ্ণনাত এই অঞ্চলৰ আৰ্থ-সামাজিক অৱস্থা আদিৰ কথা পোৱা যায়। কিন্তু নগাঁও বা কামৰূপৰ বাহিৰে আন সকলোবোৰ, বিশেষকৈ বাৰভূঞাসকলৰ প্ৰাধান্য নথকা ঠাইবোৰৰ সমাজ সম্পৰ্কে বেছি তথ্য এনে চৰিত পুথিৰ পৰা পোৱা নাযায়।

ব্ৰাহ্মণ্যবাদ তথা বেদপন্থ আদিয়ে জনজাতি সমাজত শ্ৰেণী ব্যৱস্থাৰ বিকাশত সহায় কৰিছিল। ড° ডি ডি কোশম্বীয়ে ভাবে যে[৭] সমাজক ট্ৰাইবেল সমাজৰ অগোচৰ বেলেগ এটা আধাৰত প্ৰতিষ্ঠা কৰিবলগীয়া হৈছিল। পূজাপাতলৰ পৰা বেলেগ আন ধৰণৰ উৰ্দ্ধগাঁথনিৰ নিৰ্মাণ অৰ্থাৎ দৰ্শন আৰু ধৰ্মৰ প্ৰয়োজন হৈ পৰিছিল। অধিক অগ্ৰসৰ তথা

প্ৰগতিশীল শ্ৰেণীবোৰে জনজাতীয় সমাজৰ উৰ্দ্ধৰ কিছুমান দৰ্শন আৰু ধৰ্মৰ কথা অনুভৱ কৰিছিল, যাতে সেই আদৰ্শৰ মাজেদি সমাজৰ বিভিন্ন অংগক একগোট কৰি ৰাখিব পাৰি।

অসমত পুৰাণ, তন্ত্ৰশাস্ত্ৰ আদি ৰচনাৰ মাজেদি— শাসক বা প্ৰতিপত্তিশালী পৰিয়ালবোৰ তথা তেওঁলোকৰ বংশক দৈৱিক মৰ্যাদাৰে গৰিমামণ্ডিত কৰি হিন্দু সমাজভুক্ত কৰাৰ তাৎপৰ্যও সেয়ে। **ইয়াৰ দ্বাৰা মুখিয়ালসকলক জনজাতীয় সমূহীয়া নিয়ন্ত্ৰণৰ পৰা উদ্ধাৰ কৰা হৈছিল**। হিন্দুধৰ্ম বা ব্ৰাহ্মণ্যবাদৰ বিকাশৰ তাৎপৰ্য হ'ল শ্ৰেণীব্যৱস্থাৰ বিকাশ। একোটা জনজাতিৰ ভিতৰত শ্ৰেণী ব্যৱস্থাৰ জন্ম হৈ সেই জনজাতিৰ ওপৰত সাৰ্বভৌম ৰজাৰ নিয়ন্ত্ৰণ প্ৰতিষ্ঠিত হৈছিল।

অসমত এনে জনজাতিৰ গোষ্ঠীৰ কিছুমান মুখিয়ালৰ হিন্দুধৰ্মৰ প্ৰতি আকৰ্ষণ মন কৰিবলগীয়া। বৰাহী ৰজা মহামাণিক্যই অপ্ৰমাদী কবি মাধৱকন্দলীক হিন্দু শাস্ত্ৰ 'ৰামায়ণ'ৰ কাহিনী অসমীয়া ভাষাত ৰচনা কৰিবলৈ পৃষ্ঠপোষকা কৰা, চুতীয়া ৰাজপৰিয়ালে ভীষ্মক ৰজাৰ বংশধৰ বুলি পৰিচয় দিয়া, আহোম ৰাজবংশক স্বৰ্গাধিপতি ইন্দ্ৰবংশীয় বুলি পৰিচয় দিয়া, খাচিয়া আৰু জয়ন্তীয়া মুখিয়ালসকলক হিন্দুৰ দেৱী গৌৰীৰ লগত, কছাৰী মুখিয়ালসকলক মহাভাৰতখ্যাত পাণ্ডুৱ ভীমৰ লগত, কোচৰজা বিশ্বসিংহক মহাদেৱৰ লগত জড়িত কৰা বা যোগিনীতন্ত্ৰ কালিকা পুৰাণৰ কাহিনীবোৰ এনেধৰণৰ প্ৰক্ৰিয়াৰ অংগবিশেষ; এনেবোৰৰ দ্বাৰা অসম উপত্যকাৰ জনজাতীয় ঐতিহ্যক হিন্দু ঐতিহ্যৰ সৈতে সাঙুৰাৰ তত্ত্বগত বা লিপিৱদ্ধ প্ৰয়াস কৰা হৈছিল।

পিছৰ কালত মদ্ভাগৱত আদিত শ্ৰীশংকৰদেৱে আখ্যা দিয়া আগত উল্লেখ কৰা জাতি-পাপীৰ (জন্মৰ গুণত নীচ) ধাৰণাটো প্ৰাক-শঙ্কৰী যুগত বেলেগ ধৰণে দিয়া আছিল। যোগিনীতন্ত্ৰ আদিত কোৱা হৈছিল—

কামৰূপ ৰাজ্যত যিমান মানুহ আছে সকলো দেৱতাস্বৰূপ: ইয়াত য'ত যি পানী আছে সকলো তীৰ্থস্বৰূপ; অন্য দেশত দেৱীয়েই বিৰল কিন্তু কামৰূপত ঘৰে ঘৰে দেৱী (কামৰূপং দেৱীক্ষেত্ৰ কুত্ৰাপি তৎসম নৈব চ অন্যত্ৰ বিৰলাদেৱী কামৰূপে গৃহে গৃহে), ইত্যাদি।[৮]

প্ৰাচীন কামৰূপৰ আদি সমাজ পদ্ধতিত মাতৃতান্ত্ৰিক ব্যৱস্থাৰ প্ৰভাৱ আৰু আদিম সমাজৰ (বেদপন্থ তথা হিন্দু সমাজ পদ্ধতি বহিৰ্ভূত) নিজ নিজ বিশ্বাসজনিত আচাৰ প্ৰচলিত থকাৰ বাবে সেইবোৰক তন্ত্ৰশাস্ত্ৰ পুৰাণবোৰত তেনেদৰে লিখিছিল। এনে পুৰাণ তন্ত্ৰ পুথিবোৰৰ ৰচকবোৰ আছিল বৰ্ণহিন্দু সমাজৰেই।

প্ৰাচীন কামৰূপ তথা অসমৰ আদিম সমাজব্যৱস্থা বেদ-ব্ৰাহ্মণ-নিৰ্ধাৰিত সমাজব্যৱস্থাৰ অনুৰূপ নোহোৱাত বা বিপৰীত ধাৰণাজনিত হোৱাত তেনে আদি সমাজৰ সাধাৰণ লোকক জাতি পাপী আখ্যা দিয়াই নহয়— তেওঁলোকৰ বিশ্বাস, আচাৰ-বিচাৰ আদিক 'ব্যভিচাৰ' আখ্যাও দিয়া হৈছিল। এনে ব্যভিচাৰ বা আৰ্যহিন্দু বেদপন্থ বিৰোধী বিশ্বাস আচৰণবোৰক 'বৌধ' আখ্যাও দিয়া হৈছিল।

যথা—

*বৌধ অৱতাৰে বেদ পন্থ কৰি ছন্ন।*

*বামানয় শাস্ত্রে মুহি আছা সর্বজন।।*
*নিচিন্তে চৰণ নাম নলৱে তোমাৰ।*
*সদায় প্ৰমত্ত লোক পাষণ্ড আচাৰ।।*[9]

আকৌ,

*আত অনন্তৰে হৈব বুদ্ধ অৱতাৰ।*
*অনেক পাষণ্ড শাস্ত্ৰ কৰিব প্ৰচাৰ।। ৩১৪*
*বেদ পথ এৰি যজ্ঞ কৰিব অসুৰ।*
*বাদে বিমোহিয়া কৰিবন্ত যজ্ঞ দূৰ।।*
*অসুৰ স্বভাৱ হৈব মনুষ্য যতেক।*
*ধৰাইব পাষণ্ড পথ তাহাকো প্ৰত্যেক।। ৩১৫*
*মোহ হুয়া ভকতিক কৰিব ধিক্কাৰ।*
*আনসে কৰিব কৰ্ম হুয়া অনাচাৰ।।*
*হৰি বিমুখক কৰি ভ্ৰমিব ভুমিত।*
*নচাহিব লোকে আপোনাৰ হিতাহিত।। ৩১৬*
*হৈবেক আকুল ধন নাৰীৰ আক্ৰোশে।*
*হৰিক হেলিয়া নাশ যাইবে এহি দোষে।।*
*বেদ বিধি বিমুখ হৈবেক দিনে দিনে।*
*নহৈব ধৰ্মত মতি অধৰ্মক বিনে।। ৩১৭*
*ম্লেচ্ছ সব হৈব পৃথিবীৰ অধিকাৰ।*
*নকৰিব সুখ-দুখ বিচাৰ প্ৰজাৰ।।*
*লোভ মোহ আকুল নচাইব গুণ দোষ।*
*সদায়ে কৰিব মাত্ৰ ধনত আক্ৰোশ।। ৩১৮*
*হৈব দুষ্ট মন্ত্ৰী তাৰ ধৰিব বচন।*
*ধনৰ নিমিত্তে যেন খাৰে প্ৰজাগণ।।*
*হেন দেখি ঈশ্বৰৰ হৈব মহাকোপ।। ৩১৯*[10]

শ্ৰীমন্তশঙ্কৰদেবৰ ৰচনাত (কেইপদমান উদ্ধৃতিত) সমাজ পৰিৱৰ্তনৰ কেতবোৰ লক্ষণ প্ৰকাশ পাইছে। বুদ্ধদেৱ বামানয় শাস্ত্ৰ তথা বামাচাৰ প্ৰাধান্য থকা আচাৰৰ প্ৰৱৰ্তক কাহানিও নাছিল। আনহাতে বৌদ্ধধৰ্মৰ নোহোৱাকৈও হিন্দুধৰ্মৰ বিভিন্ন পন্থত (যথাঃ শাক্ত) বামাচাৰীয় উপাদানত সুৰা (কাৰণ) বা নাৰীৰ প্ৰাধান্য আছিল। তেনে তান্ত্ৰিক পদ্ধতি বা সাধনা প্ৰক্ৰিয়া আদিৰ লগত বুদ্ধদেৱৰ দৰ্শনৰ কোনো সম্বন্ধ নাছিল।

ইতিমধ্যে আলোচিত হৈছে যে বেদ বা হিন্দু শাস্ত্ৰবিলাকৰ মতেৰে অনা-আৰ্যহিন্দু সমাজত বিশ্বাস বা আচৰণ প্ৰচলন কৰাৰ ক্ষেত্ৰত আৰ্যহিন্দুধৰ্মৰ প্ৰচাৰকসকল পোনপোটীয়াকৈ সফল হোৱা নাছিল। কাৰণ পূৰ্বাপৰৰ পৰা চলি অহা ধাৰণা বিশ্বাস আৰু আচৰণৰ প্ৰভাৱ গুচোৱা কঠিন। উদাহৰণস্বৰূপে স্বয়ং শ্ৰীমন্তশঙ্কৰদেৱৰ পত্নীয়ে ঘৰ-ডেউতি পূজা কৰা বা ব্যাস কলাইৰ বসন্ত (আই) ৰোগৰ পৰা পুত্ৰক ৰক্ষা কৰাৰ বাবে

*শিৱৰ থানলৈ পাৰ উচৰ্গা কৰা ঘটনা উল্লেখনীয়। বিশেষকৈ সমাজৰ মুখিয়াল তথা শাসকসকল অনা-আৰ্যহিন্দু গোষ্ঠীৰ হ'লে এনে কঠিনতা বহুকাললৈ ৰৈ যায়।* সমগ্ৰ ভাৰতবৰ্ষতে এনে সমস্যা আছিল। শাসক বা মুখিয়ালসকলক হিন্দুধৰ্মৰ মহিমামণ্ডিত স্থান দিলেও (পুৰাণবৰ্ণিত দেৱ-দেৱী বা পুৰুষৰ স'তে ওপজা বংশক সাঙুৰি) এই কঠোৰতা শিথিল হোৱাত সময় লৈছিল। সেইকাৰণে হিন্দুধৰ্ম গ্ৰহণ কৰাৰ আগৰ বিশ্বাস, আচৰণ আদিকো ধৰ্মীয় সংস্কৃতি, সামাজিক ধাৰণা আদিক হিন্দুধৰ্মৰ প্ৰচাৰকসকলে স্থান দিবলগীয়া হৈছিল। হিন্দুকৃত বা পিছত হিন্দুধৰ্ম গ্ৰহণ কৰা সমাজে আগৰ ধাৰণা, বিশ্বাস আৰু আচৰণ আদিক পিছলৈকেও বৰ্তাই ৰাখিছিল। এনেদৰে ধৰ্মবিশ্বাস, সংস্কৃতি আৰু আচৰণৰ ক্ষেত্ৰত আগৰ আৰু পিছৰ ধাৰণাৰ সংশ্লেষণ ঘটিছিল। তন্ত্ৰ সাহিত্য আদিৰ মাজত এনে সমন্বয়ৰ চিন বহুতো গৱেষকে আঙুলিয়াই দিছে। আনকি ধৰ্মদৰ্শনৰ লগত ৰজিতা নোখোৱা বহু আচৰণে 'লোকাচাৰ' হিচাপে সমানে গুৰুত্ব লৈ হিন্দু সমাজত এতিয়ালৈকে বৰ্তি আছে। অসমৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম হোৱা নাই।

বামাচাৰ (মদ, মঙহ, মাছ, মৈথুন বা মুদ্ৰাৰ ব্যৱহাৰৰ মাজেৰে ভগৱৎ উপাসনা কৰা।) বা এনে ধৰণৰ, ধৰ্মীয় প্ৰক্ৰিয়া বুদ্ধদেৱৰ চিন্তা-দৰ্শনত নাথাকিলেও এচাম বৌদ্ধ-ধৰ্মী লোকৰ মাজত আৰু বেদত নাথাকিলেও কিছুমান হিন্দুৰ মাজত, ধৰ্মীয় কাৰ্যত ব্যৱহৃত হোৱাৰ দৃষ্টান্ত দিব পৰা যায়।

বামাচাৰ তথা বামাচাৰী সাধনা বা উপাদান বা ধৰ্মবিশ্বাসৰ লগত মানৱ সমাজৰ ধন-শস্য বৃদ্ধি বা নিৰাপত্তাৰ ধাৰণা আৰু বিশেষকৈ কৃষিজীৱি সমাজৰ মাজত উৰ্বৰতা-সংস্কৃতি (Fertility Cult) বা চিকাৰজীৱি সমাজৰ মাজত নিৰাপত্তাৰ বাবে কিছু উপাস্য দেৱতা বা স্থানক ধৰ্মীয় মৰ্যাদা দিয়া কথাটো অকল অসম বা ভাৰতবৰ্ষতে নহয়, বিশ্বৰ ঠায়ে ঠায়ে বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিত থকাৰ স্মাৰক পোৱা যায়:

**কিন্তু লক্ষ্যণীয় কথাটো হ'ল এইবোৰৰ ধৰ্মাচৰণ কোনো অশুভ ব্যভিচাৰী মনেৰে কৰা নহয়, সমাজৰ ভাল হ'ব বুলি বিশ্বাসত সামাজিক স্বীকৃতি আৰু মৰ্যাদা দি ভাল মনেৰেই এনে আচৰণ পালন কৰা হয়।** এতিয়াও নানা দৈৱস্থান বা ধৰ্মীয় সমাৰোহত হিন্দুসকলে নাঙঠ সন্যাসীক শ্ৰদ্ধা-ভক্তি কৰে। উলংগ মূৰ্তিৰ ওচৰত, কোনো অপবিত্ৰ মনেৰ নহয়, স্বৎ বিশ্বাসৰ দ্বাৰা অনুপ্ৰাণিত হৈহে মূৰ দোঁৱায়। যোনিপীঠ বা লিংগৰ প্ৰতীক মূৰ্তিক পূজা কৰে। এইবোৰক কেঁৱে ব্যভিচাৰ আখ্যা নিদিয়ে। অথচ হিন্দুধৰ্মত যাৰ শ্ৰদ্ধা-বিশ্বাস নাই, সেইসকলে ভিন্ন ধৰণে কথাবোৰ ল'ব পাৰে। অসমত হিন্দুধৰ্ম প্ৰচাৰৰ প্ৰথম পৰ্বত ইয়াৰ আদি-সমাজৰ মাজত থকা বিশ্বাস, আচৰণ আদিত বিশেষ যুক্তি আৰোপ (Rationalise) কৰি কেতবোৰ পুৰাণ, তন্ত্ৰ-মন্ত্ৰ আদি ৰচনা কৰা হৈছিল আৰু নতুনকৈ হিন্দুকৃত সমাজৰ মাজত পূৰ্বৰ পৰা থকা আদিম বিশ্বাস, আচৰণ আৰু নতুন বিশ্বাস, আচৰণৰ মিশ্ৰণেৰে উপসনা পদ্ধতি আদি প্ৰচলিত হৈছিল। পুৰাণ উপ-পুৰাণ সম্পৰ্কে গৱেষণা কৰা এগৰাকী পণ্ডিতে কামৰূপত 'মৈথেলী ব্ৰাহ্মণ' আৰু 'কামৰূপী ব্ৰাহ্মণ'ৰ মাজৰ ভিন্নতাৰ প্ৰতি আঙুলিয়াই কৈছে[11] মৈথেলী ব্ৰাহ্মণসকলে কামৰূপৰ ব্ৰাহ্মণসকলক হীন চকুৰে চাইছিল কাৰণ কামৰূপী ব্ৰাহ্মণে ম্লেচ্ছজনিত আচৰণেৰে উপাসনা পূজা কৰে

আৰু সেইসকলৰ আয় সৰহ। এইবোৰৰ পৰা এটা কথা অনুমান কৰিব পাৰি, যে পিছলৈ যিসকল পশ্চিমৰ হিন্দু-আৰ্য সমাজৰ পৰা অসম-কামৰূপলৈ আহিল সেইসকলৰ চকুত সমাজত ইতিমধ্যে থকা ইয়াৰ বিভিন্ন আচাৰ-বিচাৰ, ধাৰণাবোৰ কিম্ভূত-কিমাকাৰ যেন লাগিল। লগাটো স্বাভাৱিক।

ইতিহাসৰ পিনে চালে দেখা যায় তেৰ-চৌধ শতিকাত এনে প্ৰব্ৰজন হৈছিল ৰাজশক্তিৰ নিৰ্দেশত। ইতিমধ্যে কামৰূপৰ পশ্চিমৰ গৌড়, কমতা আদি ঠাইত ৰাজশক্তি ঠন ধৰি উঠিছিল। আনকি অসম-কামৰূপৰ বিভিন্ন অঞ্চলত থকা ৰাজশক্তিৰ ওপৰত হিন্দুধৰ্মৰ প্ৰভাৱ পৰিছিল। এনে ৰাজশক্তিৰ পৃষ্ঠপোষকতা তথা নিৰ্দেশ বা আহ্বানৰ ফলত পিছৰ চাম হিন্দুধৰ্ম প্ৰচাৰক তথা যাজকৰ অসম-কামৰূপত অনুপ্ৰৱেশ ঘটিছিল। উদাহৰণস্বৰূপে বৰাহী ৰজাৰ পৃষ্ঠপোষকতাত অপ্ৰমাদী কবি মাধৱকন্দলীৰ ৰামায়ণ ৰচা বা কমতা-কামৰূপেশ্বৰ দুৰ্লভনাৰায়ণৰ নিৰ্দেশত শ্ৰীমন্তশঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰ কামৰূপলৈ উজাই অহা কথালৈ আঙুলিয়াব পাৰি।

চেগাচোৰোকাকৈ অহা আৰু ৰাজশক্তিৰ পৃষ্ঠপোষকতাত অহাসকলৰ মাজত তাৰতম্য থকা স্বাভাৱিক। পিছৰ চামক আৰ্যহিন্দুৰ সংগঠিত প্ৰব্ৰজন বুলি ধৰিব পাৰি। ফলত সামাজিক ধাৰণাৰ মাজত খেলিমেলি লগাটো স্বাভাৱিক। প্ৰথম ভাগটোৱে আহি ইয়াৰ স্থানীয় সমাজ-সংস্কৃতিৰ সমন্বয় ঘটাইছিল। পিছৰটোৱে সংগঠিত হোৱা আৰু ৰাজশক্তিৰ পৃষ্ঠপোষকতা পোৱা বাবে নিজেই নিজৰ সমাজৰ মাজত চলিব-কৰিব পৰা গোষ্ঠীৰ লেখীয়াকৈ বাস কৰিছিল। আগৰ ভাগতকৈ বেছি সংগঠিত এই পিছৰ ভাগটোৱে নামনি আৰু মধ্য অসমৰ নৈ-পৰীয়া সমতল ভূমিত ভালদৰে থিতাপি লৈছিল বুলি ধাৰণা কৰিব পাৰি। আগতে উল্লেখ কৰা সাৰণিখনৰ পিনে লক্ষ্য কৰিলে আমি এনে ধাৰণা এটা ল'ব পাৰো।

গৌড়, কমতা আৰু কামৰূপত দ্বাদশ শতিকাত হিন্দু ধৰ্মাৱলম্বী ৰাজশক্তিয়ে শাসন কৰিছিল বুলি বুৰঞ্জীত পোৱা যায়। তেৰ শতিকাৰ আদি ভাগতে ইছলামধৰ্মীয় ৰাজশক্তিৰ আক্ৰমণ হয়। কেতিয়াবা হিন্দু কেতিয়াবা মুছলমান ৰাজশক্তিৰ অধীন হ'লেও ইয়াৰ হিন্দু প্ৰভাৱ সমাজত ব্যাপক আছিল। কামৰূপৰ পূবলৈ দৰং জিলা (অ-বিভক্ত) আৰু নগাঁও জিলাৰ (অ-বিভক্ত) বহুলাংশৰ সৈতে বৰ্তমানৰ সমগ্ৰ কামৰূপ জিলা (অ-বিভক্ত), গোৱালপাৰা জিলা (অ-বিভক্ত) আৰু কোচবেহাৰ আৰু ৰংপুৰ জিলা (কৰতোৱা নদী সীমা কৰি) সামৰা, এয়েই পুৰণি কামৰূপ ৰাজ্য আছিল। বৰ্তমানৰ কামৰূপ জিলা (অ-বিভক্ত) এনে হিন্দু শাসকসকলৰ কেন্দ্ৰ বুলি ভাবিব পাৰি। এনেদৰে হিন্দু সংস্কৃতিৰে প্ৰভাৱিত সমাজখন নৈ-পৰীয়া আছিল। উত্তৰে হিমালয় পৰ্বতৰাজিৰ সংলগ্ন আৰু দক্ষিণে মিকিৰ, খাচী, গাৰো পৰ্বতৰাজিৰ লগত সংলগ্ন ওখ ঠাই জনজাতিৰ বসতি প্ৰধান আছিল। বুৰঞ্জীত এনে কামৰূপ-কমতাৰাজ্যত থকা হিন্দু শাসকসকলৰ নাম পোৱা যায়।[১১]

কামৰূপৰ ৰজা ধৰ্মপালৰ দিনত (অনুমান ১৩০০ খৃঃ) গৌড়, কনৌজ, মন্দাৰতলা, জবাইসাহান, ত্ৰিহুত আদি উত্তৰ ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বৰ্ণহিন্দু লোক অনাই কামৰূপত থাপিছিল। প্ৰবাদ আছে যে কামৰূপ জিলাৰ গুৱালকুছিৰ বাসত্তৰঘৰীয়া ব্ৰাহ্মণো এনেদৰে আহিছিল। দুৰ্লভনাৰায়ণ ৰজাৰ দিনত কামৰূপ কমতালৈ এনেদৰে সাতঘৰ ব্ৰাহ্মণ আৰু

সাতঘৰ কায়স্থক অনোৱা বুলি গুৰুচৰিতত পোৱা যায়।[১৩]

বৰ্তমানৰ অ-বিভক্ত কামৰূপ জিলাত সেয়ে আমি বৰ্ণহিন্দুৰ সতে অনা-বৰ্ণহিন্দুৰ জনসংখ্যা প্ৰায় সমান অনুপাতে দেখা পাওঁ। (আগতে দিয়া সাৰণিখন দ্ৰষ্টব্য)।

ইয়াৰ সমাজত ইছলামধৰ্মীয় অধিবাসীও আছিল। চতুৰ্দশ শতিকাত হজৰত গিয়াছুদ্দিন আউলিয়াই হাজোত মুছলমানসকলৰ তীৰ্থস্থান পোৱামক্কা স্থাপন কৰিছিল। তেওঁ আনুমানিক ১৩২১-২২ খ্ৰীঃত কামৰূপ অধিকাৰ কৰা চুলচান গিয়াছুদ্দিন বাহাদুৰ চাহৰ লগত অহাৰ কথাও পোৱা যায়।[১৪] **কামৰূপত ভাটিদেশৰ পৰা প্ৰব্ৰজন কৰি আহি বসতি কৰাসকলৰ ভিতৰত যে অকল হিন্দু ধৰ্মৰ বা হিন্দু সমাজব্যৱস্থাৰ লোক আছিল তেনে নহয়, বাৰভূঞাসকল অহা সময়তো ইয়াত ইছলাম ধৰ্মাৱলম্বী বা ইছলামিক সমাজব্যৱস্থাৰ লোকো আছিল। * মুছলমান ধৰ্মৰ পীৰ আৰু ধৰ্মপ্ৰচাৰকসকলে তেতিয়াও ধৰ্মপ্ৰচাৰ কৰিছিল। ঠায়ে ঠায়ে বেলেগ বেলেগ উপজাতি, জনজাতি সমাজো আছিল।**

সংস্কৃতিৰ উপাদান বুলিলে একমাত্ৰ ধৰ্মীয় দৰ্শন, আচাৰ, চিন্তা, গীত-মাত-বাদ্য, চিত্ৰকলা, সৌন্দৰ্যৰ ধাৰণা আদিবোৰেই নহয়; আৰ্থ-সামাজিক বিধি-ব্যৱস্থা, জীৱন-পদ্ধতি, উৎপাদন-কৌশল তথা উৎপাদন-সম্পৰ্ক আদি ব্যৱহাৰিক উপাদান আদিও সংস্কৃতিৰ গুৰুত্বপূৰ্ণ উপাদান। আকৌ এইবোৰেই ধৰ্মীয় দৰ্শন, আচাৰ, চিন্তা ইত্যাদিৰ ভেঁটি প্ৰস্তুত কৰে। নামনি অসমত উল্লেখিত সময়ত ইছলামিক আৰু হিন্দু, লগতে উপজাতিসকলৰ মাজত সাংস্কৃতিক সমন্বয়ৰ প্ৰক্ৰিয়াও তেতিয়ামানে আৰম্ভ হৈ গৈছিল।

(ৰজাই ভূমিদান দিয়া 'শাসনাৱলী' ফলি আদিৰ উদ্দেশ্য অকল পুণ্য কৰাটোৱে নাছিল, বৰঞ্চ একমাত্ৰ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল ভ্ৰাম্যমান জনজাতিয়-আৰ্থ-সামাজিক অৱস্থাৰ বিপৰীতে নিৰ্দিষ্ট অঞ্চলত স্থায়ী, বসতি, খেতি-বাতিৰ ব্যৱস্থা তথা সমাজ স্থাপন কৰাৰ প্ৰচেষ্টাও মূলতঃ এনে উদ্দেশ্যৰ ভিতৰত আছিল।)

**সংস্কৃতিৰ উপাদানবোৰ কাৰো বাবে আছুতীয়া বা এদনীয়া হৈ নৰয়। এটা সংস্কৃতিয়ে আন এটাৰ পৰা উপাদান সংগ্ৰহ কৰে আৰু তাৰ দ্বাৰা নিজৰ সমৃদ্ধি ঘটায়। ইয়েই অনবৰত চলি অহা সংশ্লেষণ-সমন্বয় প্ৰক্ৰিয়া।** আছুতীয়াকৈ থকা বিভিন্ন জনগোষ্ঠীবোৰ এটাৰ সংস্পৰ্শলৈ আনটো যিমানেই ব্যাপকভাৱে বা সোনকালে আহে সিমানেই এনে প্ৰক্ৰিয়া ব্যাপক আৰু খৰতকীয়া হয়। ইয়াৰ ফলত দুয়োটা জনগোষ্ঠীৰ সংস্কতিয়ে বিকাশ লাভ কৰে।

তেনেদৰেই সমন্বয়ৰ মাজেৰে কামৰূপ ৰাজ্যৰ সংস্কৃতিয়ে গঢ় লৈছিল। ইয়াত হিন্দুধৰ্মৰ প্ৰভাৱ বেছি থকাৰ কথাও ইতিমধ্যে কোৱা হৈছে। এনে সংস্কৃতিৰ বিস্তাৰ ব্ৰহ্মপুত্ৰ নদৰ উত্তৰপাৰে পূবলৈ চুতীয়া ৰাজ্যৰ সীমালৈকে আৰু দক্ষিণপাৰে বৰ্তমান নগাঁও জিলাৰ উত্তৰ অংশক সামৰা বুলি অনুমান কৰিব পাৰি। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে চুতীয়া ৰাজ্যৰ নামনিৰ ভৈয়ামৰ বৰাহী, মৰাণ আৰু কছাৰী ৰাজ্যত এনে সংস্কৃতিৰ বিস্তাৰ সমানে হৈছিল বুলিব নোৱাৰি।

---

** 'ইসলাম সংস্কৃতি' শীৰ্ষক অধ্যায়টোত থকা সাৰণি দ্ৰষ্টব্য।*

ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণ-পূবৰ পৰা পাটকাই পৰ্বতমালাৰ মাজেৰে অসমলৈ অহা তাই-আহোমসকলৰ সংস্কৃতি পোনতে হিন্দু-আৰ্য সংস্কৃতিৰ দৰে একে নাছিল। তাই-আহোম সংস্কৃতিৰ ৰূপ বেলেগ আছিল। উল্লেখিত ব্ৰহ্মপুত্ৰ উপত্যকাৰ অংশ উত্তৰ-পূব আৰু দক্ষিণ-পূবৰ চুকটোত চুতীয়া, মৰাণ, কছাৰী, নগা, নৰা আদিৰ বাসভূমিত (বৰ্তমানৰ লখিমপুৰ, ডিব্ৰুগড় আৰু অ-বিভক্ত শিৱসাগৰ জিলা অঞ্চলত) শ্ৰীমন্তশঙ্কৰদেৱৰ মতাৱলম্বী বংশীগোপালদেৱ, বদলা আতা অনিৰুদ্ধদেৱ ইত্যাদি ধৰ্মপ্ৰচাৰক আৰু তেওঁলোকৰ অনুগামীসকলৰ উজনিত ধৰ্মবিস্তাৰ কৰাৰ প্ৰতিক্ৰিয়া অপেক্ষাকৃতভাৱে অধিক (কামৰূপ, নগাঁও অ-বিভক্ত জিলা অঞ্চলৰ তুলনাত) সংঘাতপূৰ্ণ, বৈচিত্ৰ্যময় ধৰণৰ হৈছিল। কাৰণ তাৰ অধিবাসীসকলৰ সমাজখন বাকী হিন্দুপ্ৰধান সমাজ থকা ঠাইবোৰৰ দৰে নাছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত তাই-আহোমসকলে প্ৰৱেশ কৰি ৰাজ্য বিস্তাৰ কৰাৰ সময়ত জনগোষ্ঠী অধ্যুষিত এলেকাবোৰ তলত দিয়াদৰে আছিল বুলি বুৰঞ্জীবিদ এগৰাকীয়ে তেখেতৰ গৱেষণাগ্ৰন্থত উল্লেখ কৰিছে।[১৭]

| জনগোষ্ঠীৰ নাম আৰু অধ্যুষিত ৰাজ্য | সীমা | | | |
|---|---|---|---|---|
| | উত্তৰ | দক্ষিণ | পূব | পশ্চিম |
| | | ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত | | |
| (ক) বাৰভূঞাৰ ৰাজ্য | হিমালয় পৰ্বতমালা | ব্ৰহ্মপুত্ৰ নদ | চি চি নদী | গাঙ বিহালী |
| (খ) চুংগী (ডফলা) | হিমালয় পৰ্বতমালা | ব্ৰহ্মপুত্ৰ নদ | গাং বিহালী | ভৈৰৱী নদী |
| (গ) দৰঙী ৰজাৰ ৰাজ্য | হিমালয় পৰ্বতমালা | ব্ৰহ্মপুত্ৰ নদ | ভৈৰৱী নদী | মানাহ নদী |
| | | ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰ আৰু উপত্যকাৰ উত্তৰ-পূব অংশে | | |
| (ঘ) চুতীয়া ৰাজ্য | পৰ্বতমালা | বুঢ়ীদিহিং নদী | ব্ৰহ্মকুণ্ড | চিচি নদী |
| (ঙ) মৰাণ ৰাজ্য | বুঢ়ীদিহিং নদী | দিচাং নদী | চফ্ৰা নদী | ব্ৰহ্মপুত্ৰ নদ |
| (চ) বৰাহী ৰাজ্য | দিচাং নদী | দিখৌ নদী | নগাহাট | দৰহীফিকা |
| (ছ) কছাৰী ৰাজ্য | দিখৌ নদী | পাহাৰ (Hills) | পাহাৰ (Hills) | ধনশিৰী নদী |

শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মৰ আগতেই ব্ৰহ্মপুত্ৰ উপত্যকাত ১২৪০-৪৫ খ্ৰীঃত গৌড়ৰ ৰজাই (কামৰূপ কমতাৰ পশ্চিম সীমাৰ সিপাৰে থকা) উজনিৰ চুতীয়া ৰাজ্য আক্ৰমণ কৰিছিল। তাৰো আগত ১২০৬ খ্ৰীঃত মহম্মদ ইবন বখতিয়াৰে কামৰূপ (বৰ্তমানৰ) জিলাৰ পূব সীমাৰ বৰনদী পাৰ হৈ দৰঙত (বৰ্তমানৰ) সোমাইছিল। আনকি আন এগৰাকী ৰজা হাসামুদ্দিন আৱাজ ১২২৬ খ্ৰীঃত নগাঁও (অ-বিভক্ত) জিলালৈ সোমাই গৈছিল।[১৮] গৌড়, কমতা আদি ৰাজ্যৰ সতে চুতীয়া ৰজাৰ সম্পৰ্ক আছিল। গতিকে নামনি অসম, মধ্য অসম (ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে) আৰু উজনিৰ চুতীয়া ৰাজ্যলৈকে ভাটিদেশৰ সভ্যতাৰ সামাজিক প্ৰভাৱ থকা বুলি অনুমান কৰিব পাৰি। আমি আগতে কৈ অহা দৰে এনে প্ৰভাৱ উজনিৰ পিনে শিথিল আৰু নামনিৰ পিনে গভীৰ আছিল।

নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰকসকলৰ কিছুসংখ্যকৰ জীৱনী উল্লেখ কৰা হৈছে। এইসকলৰ পূৰ্বপুৰুষসকলৰ কামৰূপলৈ বা কামৰূপ ৰাজ্যৰ মাজেৰে হোৱা প্ৰব্ৰজনৰ কথাও ইতিমধ্যে

কোবা হৈছে। শ্ৰীশঙ্কৰদেৱ প্ৰমুখ্যে ধৰ্ম প্ৰচাৰকসকলৰ পৰিয়ালবোৰ তথা বাৰভূঞাসকল ভাটিদেশৰ পৰা ৰজাসকলৰ পৃষ্ঠপোষকতাতে ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰব্ৰজন কৰিছিল। কমতা অধিপতি দুৰ্লভনাৰায়ণে সাতঘৰ কায়স্থ আৰু সাতঘৰ ব্ৰাহ্মণ এনেদৰেই আনিছিল। এইসকলৰ আচাৰ-বিচাৰ আদি তেওঁলোকৰ আগৰ কালত অহাসকলৰ সৈতে অমিল দেখা যায়।

পুৰাণ বৰ্ণিত পৰশুৰাম আখ্যান অৱলম্বন কৰি গুণাভিৰাম বৰুৱাই লিখিছে[১] —

এই আখ্যানৰ দ্বাৰাই আৰ্যসকলৰ দেশ অধিকাৰ আৰু ভ্ৰমণ আৰু ব্ৰাহ্মণৰ এক উপনিবেশ সংস্থাপন হোৱাৰ বিৱৰণ অৱগত হ'ব পাৰি। চাৰিওফালে হীনাচাৰি অনাৰ্য জাতি থকাত সেইসকলে সইতে ব্ৰাহ্মণসকলৰ সমাগম হ'ল। সেইকাৰণেই বাপুসকল হীনাচাৰি হ'বলৈ ধৰিলে। মিশমীবিলাকৰ মাজতো কেতবিলাকে বামুণ বুলি অভিমান কৰে। + + + যিবিলাকে নামনিৰ (মিচিমি পৰ্বতৰ) হাবুঙ্গঁ অঞ্চলত সেইসকলেই ব্ৰাহ্মণ থাকিল। আৰ্যাৱৰ্তৰ পৰা যি ব্ৰাহ্মণ ইয়াৰ পাছে ইয়ালৈ আহে সেইসকলৰ আগত হাবুঙ্গীয়া বাপুসকল হীনাচাৰিৰূপে পৰিগণিত হ'ল।

\+ + +

ক্ৰমে আৰ্যজাতিৰ প্ৰভাৱ অধিক হৈ অহাত এই দেশলৈ অনেক লোক ভাটিৰ পৰা আহে। কোনো প্ৰাচীন গ্ৰন্থত এনেকৈ লিখিছে— "লৌহিত্যৰ উত্তৰকুলত সদায় জাহ্নৱী গঙ্গা বয়* আৰু তাৰ উত্তৰকুলৰ ব্ৰাহ্মণাদিতকৈ দক্ষিণকুলৰ ব্ৰাহ্মণাদি জাতি হীনাচাৰি। এই কথাৰ দ্বাৰা এনেটো প্ৰমাণ হয় যে উত্তৰকুল প্ৰদেশ আৰ্যাৱৰ্ত বা ভাটিৰ নিকটৱৰ্তী হোৱাৰ নিমিত্তে সেই ঠাইলৈ সদায় আৰ্যজাতিৰ গমনাগমন হৈছিল। দক্ষিণকুলৰ লোকসকলে সইতে তিমান সম্পৰ্ক নাছিল আৰু এইবিলাক তাৰ পুৰ্বে আহি বাস কৰা লোক। এতিয়াও কামৰূপত দক্ষিণ আৰু উত্তৰকুলৰ ব্ৰাহ্মণসকলৰ মাজত কন্যাদান বা গ্ৰহণ নহয়।"

*(গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীৰ ৰচনাকাল খ্ৰীঃ ১৮৭৫, ২য় অধ্যায় চাওক।)*

এইখন বুৰঞ্জীৰ ওপৰোক্ত ধাৰণাৰ সকলোখিনি কথা মানি লোৱাত অসুবিধা নথকা নহয়। তথাপি আগতে অহা হিন্দুসকলৰ আদিবাসীসকলৰ সৈতে হোৱা সমাগমৰ ফলত জন্মা সংস্কৃতিক পিছৰ চামে গ্ৰহণ কৰিবলৈ টান পোৱাৰ ইংগিত আমাৰ বিচাৰৰ বাবে তাৎপৰ্যপূৰ্ণ।

**সূত্ৰ নিৰ্দেশ ঃ**


১। *A Stastical Account of Assam*, 1879, Vol. I

২। Dr. H.K. Barpujari, *(Ed.) The Comprehensive History of Assam*, Vol. III

৩। *মনুসংহিতা-মেধাতিথিভাষ্য*

৪। নিতে নিতে তাতে গৈয়া মিছিমি ব্ৰাহ্মণে।
তণ্ডুলাদি দ্ৰব্য দিয়া পুষিলা যতনে।। ১১০
ৰামানন্দদ্বিজ ৰচিত *শ্ৰীবংশীগোপালদেৱৰ চৰিত;*


---

** এতিয়াও এনে বিশ্বাসৰ বশৱতী হৈ অশোকাষ্টমী তিথিত হিন্দুসকলে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ ঠায়ে ঠায়ে পুণ্যস্নান কৰে।*

গুণাভিৰাম বৰুৱাৰ *আসাম বুৰঞ্জীত* হিন্দু পিছপৰা সম্প্ৰদায় কিছুমানৰো সুকীয়া পুৰোহিত শ্ৰেণী তথা ব্ৰাহ্মণ থকাৰ কথা উল্লেখ আছে।

৫। 'অৰীতি বৌধমতে দেশ নষ্ট বেদ এৰি (কৰ)।। এইখিনিতে ঘোষা মাতিছে ঃ কবি গুৰুজনে।। অন্ন যোনি জিতো নকৰে বিচাৰ ঃ জাতিকুল ভৈল ভ্ৰষ্ট। বৈষ্ণৱৰ বেশ ঃ ধৰিয়া ফুৰয় ঃ বেদপথ কৰি নষ্ট।। হৰি নাম ধ্বজ কৰি ঃ বেদপথ পৰিহৰি।। শাস্ত্ৰৰ বিচাৰে ঃ নজানে ভকতি ঃ পৰমাৰ্থ মতিমূঢ়।। হৰি হৰি হৰি ঃ কিনো ভৈল ইতো ঃ কৃষ্ণৰ মায়াৰ বল' ইত্যাদি।

ড° মহেশ্বৰ নেওগ, (সম্পা.) *গুৰুচৰিত কথা,* ছেদ।। ৬৯৪।।

\+ \+ \+

'তেহে সে বোলে মহাৰাজ তোমাৰ গৃহে অনু সন্যাসি এটা আছে হইনে? আমি নহ'লে মেল দিয়ে ঃ কাক চিন্তে ঃ ৬৫ (খ) বোলে বাপ আপুনাৰ দৰে এক ব্ৰহ্মকহে চিন্তে, অনাচাৰ নাই ঃ বোলে মাতাচোঃ পাছে মতালে ঃ বোলে জৰ নুবাৰো জাব বোলে ধৰি গতাই আন ঃ গুৰুজনে মতাত নাহে ঃ কিব ঃ ধৰি আনিলৈগে ঃ গুৰু ভাগৱত পুৰাণৰ শ্লোক সংস্কৃত দি সোধে কাক চিন্ত ধাম কে পূজ ঃ সি বাৰেপতি কই বোলে হামু এক ব্ৰহ্মক চিন্তো ঃ গুৰু বোলে ই বৌদ্ধাচাৰ খেদি পেলোৱা ঃ ৰজা গতাই খেদালে।। ড° মহেশ্বৰ নেওগ, *প্ৰাগুক্ত গ্ৰন্থ,* ছেদ ৩৬৯,

৬। *Censun of India,* 1891, Vol. I, Chap X

৭। D.D. Kosambi, *An Introduction to the Study of Traditional History.*

৮। ড° বাণীকান্ত কাকতি, *প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা*

৯। শ্ৰীশঙ্কৰদেৱ, *কীৰ্তন-ঘোষা,* (দশাৱতাৰ বৰ্ণন)

১০। শ্ৰীশঙ্কৰদেৱ, *নিমি-নৱসিদ্ধ সংবাদ*

১১। Dr. Hazra, *The Studies of Upapuranas*

১২। Dr. M. Saikia, *Assam Muslim Relation and its Cultural Significance*

১৩। (ক) *গৌড়ের ইতিহাস,* (খ) *গুৰুচৰিত,* ৰামচৰণ ঠাকুৰ কৃত (গ) দণ্ডবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত* দ্ৰষ্টব্য

১৪। ড° সূৰ্যকুমাৰ ভূঞা, *কামৰূপৰ বুৰঞ্জী,* আৰু ওপৰোক্ত ৭নংত উল্লেখিত গ্ৰন্থ।

১৫। Dr. P. Gogoi, *The Tai and the Tai Kingdoms* . p. 266

১৬। ৭নংত উল্লেখিত গ্ৰন্থ।

১৭। গুণাভিৰাম বৰুৱা, *আসাম বুৰঞ্জী,* অ.প্ৰ.প.সং, পৃঃ১২

# নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকল ঃ জীৱন বৃত্তান্ত

## শ্ৰীমন্ত শঙ্কৰদেৱ

পণ্ডিত-গৱেষকসকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম খ্ৰীঃ ১৪৪৯ আৰু তিৰোভাৱ খ্ৰীঃ ১৫৬৮ বুলি ঠাৱৰ কৰিছে। আমি সেই সিদ্ধান্তৰ ওপৰত ভৰ দি তেওঁৰ জীৱনকাল প্ৰায় ছকুৰি বছৰ বুলি মানি লৈছোঁ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱন-লীলাই উজনিৰ পৰা কোচবেহাৰলৈ এক বিস্তীৰ্ণ অঞ্চল জুৰি অসম-কামৰূপ সামৰি লৈছিল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান মধ্য অসমৰ বৰ্তমান নগাঁও জিলাৰ বৰদোৱাৰ ওচৰৰ আলিপুখুৰী, কৰ্মস্থান বৰ্তমানৰ মাজুলি, উত্তৰ লখিমপুৰ তথা উজনি, বৰ্তমান দৰং জিলা, কামৰূপ তথা মধ্য আৰু নামনি আৰু ভাটিৰ কোচবেহাৰ অৰ্থাৎ প্ৰাচীন কামৰূপ ৰাজ্যৰ ইমূৰৰ পৰা সিমূৰলৈ এই বিস্তীৰ্ণ অঞ্চল। ভাটিৰ কোচবেহাৰত তেওঁৰ জীৱনলীলা সামৰণি :

তেওঁৰাই দীঘলীয়া জীৱনকালত বিভিন্ন অঞ্চলত বাস কৰিছিল। এই দীঘলীয়া সময়ছোৱাত; এই বিস্তীৰ্ণ অঞ্চলত, ঠায়ে ঠায়ে, সময়ে সময়ে, ৰাজনৈতিক, আৰ্থ-সামাজিক অৱস্থাৰো বেলেগ বেলেগ ধৰণৰ পৰিবৰ্তন হৈছিল। নিজে বাৰভূঞা শিৰোমণি পৰিয়ালৰ মুখ্য হোৱা বাবে বিভিন্ন ৰাজপুৰুষ, ৰজাঘৰৰ লগত প্ৰত্যক্ষ বা পৰোক্ষ সংস্পৰ্শলৈ আহিছিল। এইবোৰৰ অৰ্থাৎ ৰাজনৈতিক ধামখুমীয়াৰ মাজত তেওঁৰাই এনে এটা ধৰ্মীয় পদ্ধতি প্ৰচাৰৰ নেতৃত্ব লৈছিল যিটো ৰাজধৰ্ম নাছিল। আনহাতে প্ৰচাৰিত ধৰ্মীয় ধাৰণা বা আচাৰ-নীতিৰ অনুৰূপ সমাজ পদ্ধতি আৰু সাংস্কৃতিক বাতাবৰণ গঢ়াৰ ক্ষেত্ৰত তেওঁৰাই আৰু তেওঁৰ সহচৰ, অনুগামী ধৰ্মপ্ৰচাৰকসকলে নিজ-নিজ ভূমিকা পালন কৰিছিল।

এনে পৰিস্থিতিত তেওঁসকলৰ ভূমিকা সম্পৰ্কে খৰচি মাৰি চাবলৈ হ'লে সেই সময়ছোৱা সম্পৰ্কে বিচাৰ কৰিব লাগিব।

সেই সময়ত উল্লেখিত ভূমিখণ্ডত ৰাজনৈতিক উত্থান-পতন, ৰাজশক্তিৰ সাল-সলনি আৰু সামাজিক অস্থিৰতা বৰকৈ হৈছিল। কেতিয়াবা সংযোগ-সহযোগিতা, কেতিয়াবা অত্যাচাৰ-সংঘাত-আক্ৰমণৰ মুখামুখি হ'ব লাগিছিল। অকল ধৰ্মপ্ৰচাৰৰ প্ৰক্ৰিয়াতেই নহয়, ব্যক্তিগত জীৱনতো এনে পৰিস্থিতিৰ উদ্ভৱ হৈছিল।

শ্ৰীশঙ্কৰদেৱ আৰু আনসকলৰ সম্পৰ্কে জানিবলৈ বিভিন্নজনে লিখা চৰিতপুথি কেখনমান পোৱা যায়। দুই-এক ৰজাঘৰীয়া বুৰঞ্জী-পুথি, ভূমিদান পত্ৰ আদিতো অলপ অচৰপ কথা আছে। তাৰ উপৰি পোৱা যায়, সত্ৰৰ শিষ্য-সেৱকসকলৰ এটা প্ৰজন্মৰ পৰা পিছৰটোলৈ মুখ বাগৰি অহা জনবিশ্বাস বা কিম্বদন্তীত পৰিণত হোৱা কথা আৰু কিছুমান

সত্ৰৰ বিৱৰণ। চৰিতপুথিবোৰৰ উদ্দেশ্য বুৰঞ্জী প্ৰণয়ন নাছিল। চৰিতপুথি ৰচোঁতাসকল তেৰাসকলৰ অনুগামী সহচৰ বা গুণমুগ্ধ তথা শিষ্য-সেৱক। এইসকলৰ আৱেগ-অনুভূতিৰ প্ৰভাৱ পৰাটো অতি স্বাভাৱিক। বুৰঞ্জীৰ সমল থাকিলেও কিন্তু সেইবোৰ বুৰঞ্জী নহয়। আন আন বুৰঞ্জীমূলক তথ্য বা বুৰঞ্জী ইত্যাদিৰ লগত চৰিতপুথিৰ বৰ্ণনাবোৰ ৰিজাই শ্ৰীমন্তশঙ্কৰদেৱ আৰু তেৰাৰ সময়ৰ সহচৰ, অনুগামী প্ৰধান পুৰুষসকলৰ ইতিহাস এখনৰ বাবে চেষ্টা কৰা উচিত। এইয়া অৱশ্যে অকল টানেই নহয় জটিল কাম। আমি ইতিমধ্যে 'মুখপাত' শিতানত এগৰাকী ইংৰাজ বিষয়া আৰু গৱেষক কেপ্টেইন ই টি ডেল্টনৰ এই সন্দৰ্ভত কৰা মন্তব্য এযাৰি উদ্ধৃত কৰিছো। সেই আষাৰ কথা মনত ৰাখিয়ে এই কামটো কৰিবৰ উচিত উপায় হ'ব।

তেৰাসকলৰ কৰ্ম-সময় অৰ্থাৎ পোন্ধৰশ-ষোড়শ শতিকাত অসম-কামৰূপৰ আৰ্থ-সামাজিক গাঁথনিৰ গঢ় দ্ৰুতভাৱে সলনি হোৱাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। এনে প্ৰক্ৰিয়াৰ বুনিয়াদৰ ওপৰতে তেৰাসকলে বাস কৰা কৰ্মভূমিত বাৰেবিধৰ, বাৰেজাতৰ, বাৰেগোষ্ঠীৰ একোটা বৃহৎ অংশক একেডাল ধৰ্মবিশ্বাসৰ ডোলেৰে বান্ধিবৰ চেষ্টা কৰিছিল। ৰাজনৈতিক শক্তিবোৰৰ ভূমিকাৰ মাজেদি আৰ্থ-সামাজিক গাঁথনিৰ গঢ় দিয়া হৈছিল যদিও ইয়াৰ সামাজিক দৰ্শন বা চিন্তাধাৰাৰ ৰূপটো আহিছিল ধৰ্মৰ পৰা।

সেয়েহে তেওঁলোক প্ৰত্যক্ষ বা পৰোক্ষভাৱে ৰজাঘৰৰ বা ৰাষ্ট্ৰৰ অংশীদাৰ হওক বা নহওকেই, তেৰাসকলে ৰাষ্ট্ৰ বা ৰাজনীতিৰ সংস্পৰ্শৰ পৰা আঁতৰত ৰৈ কাম কৰাটো বাস্তৱসন্মত নাছিল।

এনেদৰেই বিশ্বৰ সকলোতে কোনো ধৰ্মই ৰাজনীতি বা ৰাষ্ট্ৰ তথা সমাজব্যৱস্থাৰ সতে কোনোপ্ৰকাৰ সম্পৰ্ক ৰহিত হৈ থকা সম্ভৱপৰ নাছিল।

শ্ৰীমন্তশঙ্কৰদেৱে অসম তথা নগাঁৱৰ আলিপুখুৰী বৰদোৱা অঞ্চলত জীৱনৰ আধাছোৱা কাল কটাই পিতৃভিঠা ত্যাগ কৰি আন ঠাইলৈ যোৱাৰ কাৰণ পাৰিবাৰিক বা ব্যক্তিগত নাছিল; প্ৰায় স্বাধীনভাৱে এই অঞ্চলত শঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰ- ৰাজধৰৰ দিনৰে পৰা তিনি পীৰি ৰাজত্ব বা শাসন চলোৱাৰ পিছত বাৰভূঞাসকলৰ সীমান্তৱৰ্তী কছাৰী ৰাজশক্তিৰ স'তে হোৱা সংঘৰ্ষই তেওঁ আন ঠাইলৈ উঠি যোৱাৰ কাৰণ আছিল। বাৰভূঞাসকলতকৈ শক্তিশালী ৰাজশক্তি এটা কোচ-কমতা-কামৰূপত অভ্যুদয়, কছাৰী ৰাজশক্তিৰ বল বৃদ্ধি আদিৰ বাবে মধ্য অসমৰ বৰদোৱা অঞ্চলত বাৰভূঞাসকলে মুকলিমূৰীয়াকৈ থকাৰ স্বাধীনতা বিঘ্নিত হ'ব বুলি ভাবিয়েই সেই ঠাই পৰিত্যাগ কৰিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰকূলৰ ৰৌটা, ভলুকাগুৰি, কোমোৰাকুটা আদি ঠাইত অলপ দিন ৰৈ তাত সুচল নোপোৱাত উজাই গৈ বৰ্তমান লখিমপুৰ জিলাৰ গাংমৌ পায়গৈ। তাত কিছু বছৰ কটাই মাজুলিৰ ধুৱাহাটাত থিতাপি লাগে।

ব্ৰহ্মপুত্ৰৰ উত্তৰকূলৰ উক্ত ঠাইবোৰৰ সৰহ ভাগেই এটা সময়ত চুতীয়া ৰাজ্যৰ অন্তৰ্গত আছিল। চুতীয়া ৰাজ্যৰ সমাজ-ব্যৱস্থা, সংস্কৃতিৰ ৰূপ আদি বাৰভূঞাসকলৰ চিনাকি— হিন্দু-সংস্কৃতিৰ লগত বহু পৰিমাণে মিলা। চুতীয়া ৰাজ্যৰ এটা অংশক হাবুং বোলা হৈছিল। হাবুং ৰাজ্যৰ ভাটি অংশত ভূঞাসকলে শাসন কৰা আৰু ভূঞাসকলক দমন কৰাৰ বাবে

১৫১২ খ্ৰীঃত আহোমৰাজ চুহুমুং বা স্বৰ্গনাৰায়ণে (১৪১৭-১৫৩৯ খ্ৰীঃ) আক্ৰমণ চলোৱাৰ তথ্য বুৰঞ্জীবিদে দিছে[১]। চুতীয়া ৰজাৰ লগত আহোম ৰজাৰ ১৫১৩ খ্ৰীঃ, ১৫২০ খ্ৰীঃ আৰু ১৫২২ খ্ৰীঃত কেইবাখনো ৰণ লাগে। চুতীয়া ৰজা পৰাভূত হয়। আহোম ৰজাই চুতীয়া ৰাজ্য জয় কৰি তাৰ পৰা পূজ্য— বিগ্ৰহ, সোণৰ মেকুৰী আদি সম্পদৰ উপৰিও কেতবোৰ কাৰিকৰ যথা, সোণাৰি, কঁাহৰ বাচন-বৰ্তন তৈয়াৰ কৰা কঁহাৰ আৰু ব্ৰাহ্মণ, কায়স্থ, গণক, কলিতা আদি হিন্দু সমাজ-ব্যৱস্থাৰ পাৰদৰ্শী মানুহক নিজৰ ৰাজ্যলৈ লৈ গৈ ৰাজধানীত বহুৱায়।[২]

প্ৰায় তেনে সময়তেই বাৰভূঞাসকল গৈ গাংমৌ ধুৱাহাট আদি অঞ্চল পায়গৈ। মুঠতে এইটো অনুমান কৰিব পৰা যায় যে যি ঠাইত আৰু য'ত য'ত শ্ৰীমন্তশঙ্কৰদেৱকে ধৰি আন বাৰভূঞাসকলে বসতি কৰিছিল সেইবোৰ ঠাইত আগৰপৰাই হিন্দু সংস্কৃতিৰ সতে পৰিচয় থকা অধিবাসী আছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি তিব্বত, চীন আদিৰ সতে উত্তৰ ভাৰতৰ বণিজ পথ থকাৰ কথা বহুতো ইতিহাসবিদ পণ্ডিতে কৈছে। এনে স্থলপথ আৰু জলপথৰ কাষৰত প্ৰাচীন মঠ-মন্দিৰ আদিৰ অৱস্থানেও সেইবোৰ ঠাইত উত্তৰ ভাৰতৰ হিন্দু সংস্কৃতিৰ লগত পৰিচিত জনবসতি থকাৰ অনুমান সমৰ্থন কৰে। আনকি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ কপিলী নদীৰ উপত্যকাত আৱিষ্কৃত নানান প্ৰত্নতাত্ত্বিক উপাদানেও এনে সংস্কৃতিৰ সংস্পৰ্শ থকা জনবসতিৰ ইংগিত দিয়ে।

ব্ৰহ্মপুত্ৰ নদৰ উত্তৰপাৰৰ ভৰলী নদীৰ পৰা পূবলৈ শদিয়া অঞ্চললৈ চুতীয়া ৰাজ্য বিস্তৃত আছিল। চুতীয়া সভ্যতা আহোম সভ্যতাতকৈ হিন্দু সমাজ-সংস্কৃতিৰ বেছি ওচৰ চপা আছিল। সেইকাৰণেই সম্ভৱতঃ শ্ৰীমন্তশঙ্কৰদেৱ তথা বাৰভূঞাসকলে এনেবোৰ ঠাই পচন্দ কৰিছিল।

১৫১৬ খ্ৰীঃত সাতষষ্ঠী বছৰ বয়সত শ্ৰীমন্তশঙ্কৰদেৱৰ পৰিয়ালটো বৰদোৱাৰ পৰা গৈ ইঠাই সিঠাইত অলপ অলপ কাল কটাই গাংমৌলৈ যায়। গাংমৌ সেইসময়ত অন্যতম ভূঞা কেতাখাঁৰ অধীনত থকা বুলি হৰিনাৰায়ণ দত্তবৰুৱাই ধাৰণা কৰে।[৩] এই গাংমৌত শ্ৰীমন্তশঙ্কৰদেৱৰ পৰিয়ালৰ পিতামহ জয়ন্তা আৰু মাধৱ স্বৰ্গী হৈছিল। তাৰ পিছত ধুৱাহাটা বা ভূঞাহাটালৈ গৈ তাত ১৮ বছৰ কাল বাস কৰে। ধুৱাহাটাৰ নাম পিছলৈ বেলগুৰি হয়।

ধুৱাহাটাৰ বৰ্তমান অৱস্থান মাজুলিত। হৰিনাৰায়ণ দত্তবৰুৱাৰ ধাৰণা মতে — "সেই সময়ত মাজুলিখান বৰ্তমান কালৰ দৰে নাছিল। বৰ্তমানৰ লুইত সুঁতিয়েই সেই সময়ৰ ব্ৰহ্মপুত্ৰ আছিল আৰু মাজুলিৰ ভিতৰৰ টুনী নৈয়ে শিৱসাগৰৰ দিখৌ নৈ আছিল। এই দিখৌ, দিচাং আৰু বুঢ়ীদিহিং আদিৰ লগ হৈ শিৱসাগৰৰ গেলাবিলছোৱা হৈছিল আৰু সি লুইতৰ লগত যোগ হৈছিল। + + আহোম ৰজাসকলে বহুত দিনলৈ এই ঠাই জলাতক আৰু হাবিতলীয়া দেখি অধিকাৰ কৰিবলৈ বিশেষ মনযোগ দিয়া নাছিল; সেইকাৰণে ইয়াত প্ৰাচীন ভূঞা বংশৰ কিছুমান মানুহে স্বাধীনভাৱেই বাস কৰিছিল।"

আহোম ৰজা স্বৰ্গনাৰায়ণৰ সময়ত (১৪৯৭-১৫৩৯ খ্ৰীঃ) ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে ৰাজ্য বহল হ'বলৈ ধৰে। সেই সময়ত মুছলমানেও ১৫২৭ খ্ৰীঃত কলিয়াবৰলৈ আৰু ১৫৩২

খ্ৰীঃত দিকৰাইলৈ খেদি আহি আহোমৰ লগত ৰণ কৰে।

আহোম ৰাজ্যৰ প্ৰভাৱ দিনে দিনে বঢ়াত প্ৰভু শ্ৰীশঙ্কৰে অনুমান ১৫১০ খ্ৰীঃত গাংমৌ ত্যাগ কৰি স্বাধীনভাৱে বাস কৰেহি। যি ঠাইত প্ৰভু বাস কৰিছিল পৰৱৰ্তী কালত সি বেলগুৰি বুলি খ্যাত হয়।[৪]

সময়ৰ অনুমানৰ ইফাল সিফাল হ'লেও দত্তবৰুৱাৰ ধাৰণা একেবাৰে অগ্ৰাহ্য কৰিব নোৱাৰি।*

ভাটিৰ পিনে প্ৰাচীন গৌড় কমতা ৰাজ্যৰ হিন্দু ৰজা পৰাভূত হোৱা আৰু সেইবোৰ ঠাইত ইছলামধৰ্মী ৰাজশক্তিৰ আক্ৰমণ হোৱাত বৰদোৱাত থকাটো নিৰাপদ বুলি নাভাবি ভাটিফালে নগৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলেদি উজনিলৈ যোৱা বুলি ভাবিব পাৰি।

কছাৰীৰ স'তে সংঘৰ্ষৰ সম্ভাৱনা সম্পৰ্কে দত্তবৰুৱাৰ ধাৰণা এনেধৰণৰ— "উত্তৰে ভূঞা পোৱালি, দক্ষিণে ৰাজবংশী বা ৰাজপোৱালি কেৱে কাকো সৰু বোধ নকৰে। সুঁতিবোৰ মৰাত ভূঞাৰ ৰাজধানী কছাৰী ৰাজ্যৰ ওচৰ চপাৰ দৰে হ'ল; কছাৰীবিলাকে ভূঞাসকলক ভাল নোপোৱা হৈ আহিল— সামান্য এটা কাৰণতে উভয়ৰে ভিতৰত ৰণ চলিবলৈ ধৰিলে। একেৰাহে কেইবাবছৰে ৰণ চলিল; ভূঞাসকলে অন্যায়কৈ কছাৰীবিলাকক বধ কৰিবলৈ ধৰিলে। ... ইয়াৰ উপৰি প্ৰভুৱে ভাবিলে কছাৰীবিলাকে যিদৰে ক্ৰমে হেচি আহিছে, ভৱিষ্যতে সদায় ৰণ-বিগ্ৰহত লিপ্ত থাকিলেহে ৰাজ্য ত্যাগ কৰি উত্তৰ পাৰ ৰক্ষা কৰিব পৰা হ'ব। ... সেইকাৰণে প্ৰভুৱে দক্ষিণকুলৰ ৰাজ্য ত্যাগ কৰি উত্তৰ-পাৰ হোৱাকে স্থিৰ কৰিলে। শ্ৰীশঙ্কৰদেৱে ভূঞাসকলক আগেয়ে ব্ৰহ্মপুত্ৰ পাৰ কৰি পঠালে; পিছত নিজে সিবিলাকৰ সৈতে প্ৰথমতে ভলুকাগুৰিত, পিছত কুমোৰাকুটাত কিছুদিন থাকি ব্ৰহ্মপুত্ৰেদি উজাই গ'ল।"(প্ৰাগুক্ত)

আহোম ৰাষ্ট্ৰ-গাঁথনিৰ ওপৰৰ স্তৰটোৰ কথা জনা যায়। কিন্তু শ্ৰীমন্তশঙ্কৰদেৱ আহোম ৰাজ্যত থকা কালত প্ৰজাৰ স্বৰত সমাজ গাঁথনিৰ ৰূপটো কেনে আছিল তাক জনা নাযায়। কাৰণ তেতিয়ালৈকে খেল-পাইক পদ্ধতি সংগঠিত হোৱা বুলি জনা নাযায়।

বুৰঞ্জীৰ পৰা জনা যায় যে আহোম ৰজাই ভূঞাসকলক উত্তৰ পাৰৰ (ব্ৰহ্মপুত্ৰ) পৰা দুঘৰ এঘৰকৈ নি আহোম ৰাজ্যৰ ইঠাই-সিঠাইত সিঁচৰতি কৰি থৈছিল, ৰজাঘৰে একে

***** আমি আন এঠাইত আলোচনা কৰিছো যে হিন্দুধৰ্মলৈ আকৰ্ষিত কৰাৰ পদ্ধতি হিচাপে অনাহিন্দু সমাজৰ মুখিয়াল বা ৰজাসকলক হিন্দুৰ পৌৰাণিক দেৱ-দেৱীৰ লগত জড়িত কৰিছিল। আহোম শক্তি ক্ৰমাৎ পৰাক্ৰমী হৈ উঠাত ৰজা চৌহুমুঙক (Hso-Hun-Mong) ব্ৰাহ্মণসকলে স্বৰ্গৰ দেৱৰাজ ইন্দ্ৰৰ বংশোদ্ভৱ বুলি ঘোষণা কৰি তেওঁৰ নাম স্বৰ্গনাৰায়ণ থয়। স্বৰ্গৰাজ ইন্দ্ৰ বশিষ্ঠ মুনিৰ শাপত ম্লেচ্ছ হৈছিল আৰু নৰাৰজা চেংটামৰ ঘৈণীৰ শ্যামৰ সৈতে গোপন সহবাসৰ ফলত আহোম ৰাজবংশৰ প্ৰথমজনাৰ জন্ম হৈছিল বুলি এটা কাহিনী উদ্ভাৱনৰ মাজেৰে এনেদৰে জড়িত কৰা হৈছিল। স্বৰ্গনাৰায়ণ তথা 'স্বৰ্গদেৱ' আখ্যাৰে সেয়ে আহোম ৰজাসকলক সম্বোধন কৰা হয়। (গেইট চাহাবৰ অসম বুৰঞ্জী আৰু ড° পদ্মেশ্বৰ গগৈৰ গৱেষণা গ্ৰন্থ দ্ৰষ্টব্য।) চৌহুমুং তথা স্বৰ্গনাৰায়ণ ৰজাৰ দিনৰ পৰা আহোমসকলে ৰাজকীয় ব্যৱহাৰত হিন্দুৰ শকাব্দ (বছৰ গণনাৰ পদ্ধতি বা লেখ) গ্ৰহণ কৰিবলৈ লয়। এনেবোৰ কথালৈ মন কৰিলে ধাৰণা কৰিব পাৰি যে স্বৰ্গনাৰায়ণ চৌহুমুং ৰজাৰ দিনৰ পৰাই হিন্দুৰ সংস্পৰ্শলৈ আহোম ৰজাসকল ক্ৰমাৎ বেছিকৈ আহে।*

ঠাইতে ভূএগ্রাসকল থুপ খাই থকাটো নিবিচাৰিছিল। এই ভূএগ্রাসকলক 'বিদেশী' বহিৰাগত বুলি ৰজাঘৰে সন্দেহ কৰিছিল আৰু তেওঁলোকৰ আনুগত্যত বৰ বিশ্বাস কৰা নাছিল। কাৰণটো ৰাজনৈতিক আছিল। ভাটিৰ উদীয়মান কোচ কমতা ৰাজশক্তিৰ স'তে ভূএগ্রাসকলক যোগাযোগ থকা বুলি সম্ভৱতঃ সন্দেহ কৰিছিল। চৰিতপুথিৰ পৰা এনে ইংগিত পোৱা যায়।

ৰামানন্দ দ্বিজৰ চৰিতত এই ভূএগ্রাসকলক 'ভটিয়া' (ভাটিৰ পৰা অহা) আখ্যা, আহোম ৰজাই দিয়া বুলি আছে।

*স্বৰ্গৰাজ্য সন্দিকাইক মাতিয়া পাঞ্চিলা।।*
*হস্তী ধৰিবাক তুমি আপুনি যায়োক।*
*তোমাৰ লগত চলি যাওক সৰ্বলোক।।*
*সন্দিকাই ৰাজ আজ্ঞা শুনিয়া সম্প্ৰতি।*
*দিবোৰক গৈলা হস্তী ধৰিবাক প্ৰতি।।*
*লগতে হেঙ্কাৰি নিলা বাহুয় ভূএগ্রাক।*
*চতুৰ্ভিতি হস্তীক ধৰিলা প্ৰজা জাক।।*
*আনলোক দিলা তিনি ভিতি ৰাখিবাক।*
*একে পাশে ৰক্ষা দিল **ভটিয়া ভূএগ্রাক**।।*
***ভটিয়া ভূএগ্রাৰ** ফালে হস্তী পলাই গৈলা।*
*দেখি ভূএগ্রা সব মহা শোকাবিষ্ট ভৈলা।।*[৮]

দৈত্যাৰি ঠাকুৰ চৰিতত আছে—

*এক কালে **ভূএগ্রা ধৰা লাগিল দেশত**।*
***আছিল যতেক ভূএগ্রা পলাল সমস্ত**।।*
*পলাইলা শঙ্কৰদেৱ জোৱাইক এৰিয়া।*
*মাধৱ সহিতে দুইকো আসামে ধৰিয়া।।*[৯]

শ্ৰীমন্তশঙ্কৰদেৱৰ এইগৰাকী জোঁৱায়েকৰ নাম ৰামচৰণ ঠাকুৰ চৰিতত 'হৰি' আৰু ৰামানন্দ দ্বিজৰ চৰিতত 'মনুগিৰি' বুলি আছে।

এই সন্দৰ্ভত খাঁ চৌধুৰী আমানত উল্লা খাঁ ৰচিত **কোচবেহাৰৰ ইতিহাসত** এই ঘটনা সম্পৰ্কে থকা কথাখিনি তাৎপৰ্যপূৰ্ণ। তাত আছে— কাহি নগৰে অবস্থিত কমতাৰাজেৰ কৰ্মচাৰী এবং শ্ৰীশঙ্কৰদেবেৰ জামাতা মনুগিৰিকে আহোমেৰা বধ কৰে।[৮]

হৰিনাৰায়ণ দত্তবৰুৱাই প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্তত (পৃঃ৫২) এই দুৰ্ঘটনা সম্পৰ্কে বিশ্লেষণ কৰি লিখিছে— ধুএগ্রাহাটত প্ৰভু ওঠৰ বছৰ থকাৰ পাছত মাজুলিৰ ওপৰত আহোম ৰজাৰ বিশেষ দৃষ্টি পৰে আৰু তাক খাচ দখললৈ নিবলৈ যত্ন কৰা যেন লাগে। ... **আহোম ৰাজে নামনিৰ ফালৰ পৰা অহা মানুহ মাজুলিত প্ৰায় স্বাধীনভাৱে বাস কৰাটো পচন্দ কৰা নাছিল। সেইকাৰণে মাজুলীত ভূএগ্রাৰ আৰু ভকতৰ ওপৰত উৎপীড়ন আৰম্ভ কৰে।**

গাংমৌত শ্ৰীমন্তশঙ্কৰদেৱ থকা কালত সম্ভৱতঃ সেই ঠাইডোখৰকলৈ আহোম আৰু চুতীয়া ৰজাৰ বিবাদ আছিল। আহোম আৰু চুতীয়া ৰণৰ (১৫১২-১৫২০ খ্ৰীঃ) কুপ্ৰভাৱ

তাত পৰাটো সম্ভৱ। সেয়ে অপেক্ষাকৃত নিজঞ্জাল মাজুলিলৈ ভূএগ্রাসকলৰ লগত শ্ৰীমন্তশঙ্কৰদেৱেও উঠি গৈ ভূএগ্রাহাটা বা ধুএগ্রাহাটা বেলগুৰিত থিতাপি ল'লৈগে। তাতে ওঠৰ বছৰ কাল থাকিল। সেই ঠাইৰ পৰা আহোম ৰাজ্য পৰিত্যাগ কৰি (অনুমানিক খ্ৰীঃ ১৫৪৩) কামৰূপলৈ ভটিয়ালে।

শ্ৰীমন্তশঙ্কৰদেৱ মধ্য অসম আৰু উজনিত থকা কালত আহোম ৰাজত্বত ক্ৰমে চুচেনফা (১৪৩৯-৮৮ খ্ৰীঃ), চুহেনফা (১৪৮৮-৯৩ খ্ৰীঃ), চুপিমফা (১৪৯৩-৯৭ খ্ৰীঃ) চুহুমুং বা স্বৰ্গনাৰায়ণ (১৪৯৭-১৫৩৯ খ্ৰীঃ) আছিল। ভাটিৰ কোচ-কামৰূপৰ ৰাজশাসন ক্ৰমে ১৪৯৩-১৫২৯ খ্ৰীঃলৈ হুছেইন ছাহ নবাব, ১৪৯৬-১৫১০ খ্ৰীঃলৈ বিশ্বসিংহ আৰু তেওঁৰ পিছত মহাৰাজ নৰনাৰায়ণ আছিল। মহাৰাজ নৰনাৰায়ণ ১৪৯৬ খ্ৰীঃৰ পৰা ১৫৮৭ খ্ৰীঃলৈ অৰ্থাৎ শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ ১৯বছৰ পিছলৈ জীয়াই আছিল। কোচৰাজৰ সেনাপতি শুক্লধ্বজ বা চিলাৰায়ৰ মৃত্যু হয় ১৫৭১ খ্ৰীঃত। মহাৰাজ নৰনাৰায়ণৰ দিনতে ১৫৮১ খ্ৰীঃত সোণকোষ নদী সীমা কৰি পূবৰ অংশ ৰাজ্য চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱ নাৰায়ণক গটাই দিয়া হয়।

চিলাৰায়ৰ মৃত্যুৰ তিনিবছৰ আগতে কোচবেহাৰত ১৫৬৮ খ্ৰীঃত শ্ৰীশঙ্কৰদেৱৰ তিৰোধান হয়।

১৪৯০ খ্ৰীঃত আহোম আৰু কছাৰীৰ মাজত হোৱা ৰণৰ সময়ত শ্ৰীমন্তশঙ্কৰদেৱ বৰদোৱাত আছিল। আহোমে চুতীয়া ৰাজ্য অধিকাৰ কৰা সময়ত তেৰা আছিল গাংমৌত। ১৫৩৯ খ্ৰীঃত আহোমে কছাৰী ৰজাক পৰাভূত কৰি কলং পাৰলৈকে ৰাজ্য বহলায়। সেই সময়ত শ্ৰীমন্তশঙ্কৰদেৱ ধুএগ্রাহাটা বা বেলগুৰিত আছিল।

শ্ৰীমন্তশঙ্কৰদেৱে বেলগুৰি-ধুএগ্রাহাটা তথা উজনি বা আহোম ৰাজ্য পৰিত্যাগ কৰি কোচৰজাৰ অধীন কামৰূপত সোমোৱাৰ প্ৰায় তিনিবছৰ পিছত কোচৰাজ নৰনাৰায়ণে উজনিৰ (লখিমপুৰ) নাৰায়ণপুৰত নিজা সেনাবাহিনীৰ লগ হৈ আহোমৰ বিপক্ষে ৰণ কৰিছিল।

গৌড়, কমতা বা কামৰূপ হিন্দু ৰজাৰ অধীনত থকা কালত ভূএগ্রাসকলে হিন্দু সমাজব্যৱস্থাত থকা উচ্চ বৰ্ণৰ সামাজিক স্থান আৰু সা-সুবিধা পাইছিল। মধ্য অসমত থকা কালত স্বতন্ত্ৰ সামন্ত ৰজাৰ সুবিধা ভোগ কৰিছিল। কিন্তু এই ভূএগ্রাসকলে আহোম ৰাজত্বত সেই সময়ত প্ৰৱৰ্তিত সমাজ ব্যৱস্থাত বিশেষ তেনে কোনো মৰ্যাদাপূৰ্ণ সুবিধা লাভ কৰা নাছিল। কাৰণ তেতিয়ালৈকে হিন্দু সমাজব্যৱস্থাৰ আৰ্হি পদ্ধতি আহোম ৰাষ্ট্ৰই গ্ৰহণ কৰা নাছিল। ভূএগ্রাসকল আনৰ দৰে সাধাৰণ প্ৰজাৰ স্থানত আছিল। ৰামচৰণ ঠাকুৰ ৰচিত চৰিতত আছে—

বাৰভূএগ্রা লোক যত একথান বৈলা তত
বাঢ় ভূএগ্রা আছে সেহি থানে।
**অহম ৰজাৰ তলে খাটে সব লোক যত**
**আনো কিছু নাই ৰজা বিনে।।**

ভূএগ্রাসকলৰ আনুগত্যত সন্দেহৰ আহোমৰাজৰ ৰাজনৈতিক কাৰণ আছিল। মনুগিৰি

কমতাৰাজৰ কৰ্মচাৰী থকা কথাটো সঁচা নে অনুমান, এই কথাৰো বিচাৰ কৰাৰ সমল আমি পোৱা চৰিতপুথি কেখনত নাপাওঁ। কিন্তু এই কথা সঁচা যে 'ভটিয়া' ভূঞাসকলে ভাটিৰ ৰাজনৈতিক ঘটনা সম্পৰ্কে সজাগ আছিল।

দৈত্যাৰি ঠাকুৰ চৰিতত আছে—[৯]

নৰনাৰায়ণ নামে আছে এক ৰাজা।
পৰম পণ্ডিত ধৰ্মপন্থে পালে প্ৰজা।।
শুক্লধ্বজ নামে তানে ভাই শোভনয়।
**ধুঞাহাটা হন্তে শুনে লোক সমস্তয়।।**
গীত কবিতা গুণ শুনয় ৰাজাৰ।
তাৰ ৰাজে যাইবে মন সমস্ত প্ৰজাৰ।।
**সেহি সময়ত নাৰায়ণ ৰজা।**
**মাৰিবে আসাম ৰাজ্য সাজি গৈল প্ৰজা।।**
**আগন্থুৱা লোক পাচে কৰি বাৰ্তা দিলা।**
**আপোন ইচ্ছায়ে লোক সমস্তে আসিলা।।**
যাৰ যত বিত্ত নাৱ ভৰায়া আনিলা।
শুনা সবে আৰো যেন বৃত্তান্ত মিলিলা।।

**ভূঞাসকলৰ ওপৰত আহোমৰাজৰ নিৰ্যাতনৰ কাৰণটো যিদৰে ৰাজনৈতিক তেনেদৰে শ্ৰীমন্তশঙ্কৰদেৱে ধুঞাহাটা বেলগুৰি তথা আহোম ৰাজ্য এৰি অহাৰ কাৰণটোও কোনো ব্যক্তিগত বেজাৰজনিত নহয়, ৰাজনৈতিক পৰিস্থিতিগতহে।**

এই ক্ষেত্ৰত এগৰাকী বিদ্বান, শ্ৰীমন্তশঙ্কৰদেৱৰ সম্পৰ্কে চৰ্চা আৰু গৱেষণাৰত পণ্ডিতৰ **কিন্তু আহোম ৰাজ্যত ভূঞাসকলে বেছিদিন সুখেৰে কটাবলৈ নাপালে। নামধৰ্ম বিদ্বেষীসকলৰ উচটনিত আহোম ৰজাই তেওঁলোকৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিলে** বক্তব্যৰ যথাৰ্থতা বিচাৰযোগ্য।[১০]

আহোম ৰজাৰ ভূঞা নিৰ্যাতনৰ স'তে নামধৰ্মৰ কিবা প্ৰাসংগিকতা আছে বুলি ইতিহাসৰ তথ্যৰ পৰা ভাবিবলৈ টান হয়। বৰঞ্চ **নামধৰ্ম বিদ্বেষীৰ উচটনি** কাৰণটো অবাস্তৱ বুলিহে মনে ধৰে।

কমতা কোচৰাজ্যত নবাবৰ শাসন গুচি তাত কোচ ৰাজশক্তি স্থাপিত হোৱাত ভূঞাসকলে আনন্দিত হোৱাৰ কাৰণটো আছিল আহোমৰাজে সেই সময়ত উচ্চ বৰ্ণৰ হিন্দুসকলক শাসন ব্যৱস্থাত প্ৰাধান্য নিদিয়াটো। আনহাতে বাৰাণসী-কাশীত পঢ়ি-শুনি শিক্ষালাভ কৰি অহা মহাৰাজ নৰনাৰায়ণে এনেসকলৰ মৰ্যাদা, পাণ্ডিত্য, কুশলতা আদিৰ প্ৰতি সজাগ আছিল। আদিতে গৌড় ৰজাৰ পৰা বাৰভূঞাসকলে যেনে পৃষ্ঠপোষকতা পাইছিল তেনে পৃষ্ঠপোষকতা কোচৰজাৰ পৰাও পাবলৈ আশা কৰিছিল যেন লাগে। **সেইকাৰণে 'ভাটিয়া ভূঞা'সকলে কোচ ৰাজত্বৰ অভ্যুত্থানত ৰং পাইছিল।**

কোচ ৰাজশক্তিয়ে আহোমৰাজ্য আক্ৰমণ কৰাৰ বা-বাতৰি ভূঞাসকলক আগতীয়াকৈ জনাইছিল বুলি চৰিতকাৰে কৈছে।

যি সময়ত শ্রীমন্তশঙ্কৰদেৱ আৰু ভূঞাসকলে আহোম ৰাজ্য এৰি কামৰূপলৈ ভটিয়ালে সেই সময়ত কোচ ৰাজসিংহাসনত মহাৰাজ নৰনাৰায়ণ আৰু ৰাজসেনাপতি চিলাৰায়। আহোম ৰাজ্য আক্ৰমণৰ প্ৰস্তুতি আৰম্ভ হৈ গৈছে। কোচবেহাৰৰ পৰা উত্তৰ লখিমপুৰৰ নাৰায়ণপুৰলৈ ৰাজভ্ৰাতা গোহাঁইকমলৰ নেতৃত্বত 'গোহাঁই কমল আলি' বন্ধা কাম আৰম্ভ হৈছে। আহোম ৰাজ্য আক্ৰমণৰ সময়ত নাৰায়ণপুৰত কোচ ৰাজ্যৰ কোঠ নিৰ্মাণৰ কাম চলিছে। সম্ভৱতঃ এনেবোৰ প্ৰস্তুতিৰ কথাকে চৰিতকাৰে বৰ্ণনা কৰিছে।

শ্ৰীমন্তশঙ্কৰদেৱে ভটিয়াই গৈ অৱশেষত নামনি অসমৰ বৰ্তমান বৰপেটা জিলাৰ বৰলঝাৰ বা পাটবাউসীত থিতাপি লাগে। তাতেই কোচৰজাই তেৰাক বাউসী অঞ্চলৰ গোমস্তা তথা ৰাজবিষয়া প্ৰতিনিধি পাতে।

***কোচবেহারের ইতিহাসত*** পোৱা যায় "**রাজা শঙ্করদেবকে বরপেটা মহলের শাসনের অধিকার প্রদান করিয়াছিলেন, কিন্তু তিনি গ্রহণ করিতে সম্মত ছিলেন না।** শঙ্করদেব বরপেটার তন্তুবায়(তাতী) দিগের দ্বারা বৃন্দাবনী বস্ত্র নামক ১২০ হাত দীর্ঘ এবং ৬০ হাত বিস্তৃত এক খণ্ড বস্ত্র রাজাকে উপায়ন বস্ত্র প্রদান করিয়াছিলেন এবং পুরস্কারস্বরূপ উক্ত মহালের শাসনকার্য হইতে অব্যাহতি লাভ করিয়াছিলে; **পর জ্ঞাতিভ্রাতা রামরায় ঐ পরিত্যক্ত কার্যের ভার গ্রহণ করিয়াছিলেন।"**

সেই সময়ত শ্ৰীমন্তশঙ্কৰদেৱৰ বয়স ৯০ বছৰৰ অধিক আছিল। ৰামৰায় অকল তেৰাৰ জ্ঞাতিভায়েই নহয়, অনুজপ্ৰতিম সহচৰ বন্ধু, একে পৰিয়ালৰ মানুহ। শ্ৰীমন্তশঙ্কৰদেৱ ধুঞাহাটত থকা কালত ৰামৰায়ৰ যোগেদি আহোম ৰাজঘৰৰ লগত যোগাযোগ ৰখা বুলি '*গুৰুচৰিত কথা*' আৰু ৰামানন্দ দ্বিজৰ চৰিত্তত পোৱা যায়। ড° মহেশ্বৰ নেওগে চৰিতকাৰসকলৰ বুৰঞ্জী জ্ঞান নথকা বুলি মানিও ঠাৱৰ কৰিছে "জগতানন্দই আহোম ৰজাৰ পৰা ৰামৰায় উপাধি পোৱা কথাটো সঁচা। + + + বোধহয় সেই সময়ত ৰামৰায়ৰ লগত চৰকাৰী সম্পৰ্ক আছিল।"

ৰামৰায়ে পৰিয়ালটোৰ বৈষয়িক দিশবোৰ চোৱা-চিতা কৰিছিল। এখন চৰিতপুথিমতে ইহলীলা সামৰণৰ আগতে শ্ৰীমন্তশঙ্কৰদেৱে ৰামৰায়ক কৈ গৈছিল —[11]

শুনিয়োক ৰামৰায় তুমি প্ৰিয়তম ভাই
তোমাৰ আগত কহো আমি।
পালিবাহা জ্ঞাতি মিত্ৰ কৰা তুমি দঢ় চিত্ত
নকৰিবা চিন্তা দুখ তুমি।।

এইগৰাকী ৰামৰায়ৰ কন্যা 'কমলাপ্ৰিয়া'ৰ (অন্য নামে 'ভুৱনেশ্বৰী'), লগতে যুৱৰাজ কোচৰজা সেনাপতি চিলাৰায়ৰ বিয়া হৈছিল। চৰিতপুথি কোনোখনত কোৱা হৈছে যে কন্যাগৰাকীৰ সৌন্দৰ্যত মোহিত আৰু আকৰ্ষিত হৈ যুৱৰাজ চিলাৰায়ে এই বিবাহ কৰে। ৰূপত মোহিত হোৱাটোৱেই বিয়াখনৰ একমাত্ৰ কাৰণ হ'ব নোৱাৰে। এই বিয়াই শ্ৰীমন্তশঙ্কৰদেৱৰ পৰিয়ালটোক আৰু লগতে ভূঞাসকলকো, কোচ ৰাজশক্তিৰ ওচৰ চপাই আনিছিল ৰাজনৈতিক দিশৰ পৰাও। সেই সময়ত চিলাৰায় সেনাপতিয়ে *গুৰুচৰিত কথাৰ* ভাষাৰ কথাৰে ক'বলৈ গলে[12] চিলাৰায় দেৱানে "বেশচন কৈ অসম ৰাজ্য ফুৰি শনি

চৰিলত গ'ল বেহাৰে। দেখি গ'ল শুকুলা হাতী মণিকঃ ঘাইকঃ তেহে মানুহ চিপাহি লস্কৰ লৈ উত্তৰে নৰনাৰায়ণ দখিনে চিলাৰায় (বিৰাম) কাজি অনেক সেনা লৈ যুদ্ধ খেলেহি।"

**মনত ৰাখিবলগীয়া যে বেলগুৰি ধুএগ্রাহাটা অর্থাৎ আহোম ৰাজ্য এৰি শ্ৰীমন্তশঙ্কৰদেৱ কোচ-কামৰূপ ৰাজ্য সোমোৱাৰ তিনি বছৰৰ ভিতৰতে কোচে আহোম ৰাজ্য আক্ৰমণ কৰিছিল।**

স্বাভাৱিকতে আহোম ৰাজ্যত বাস কৰি অহা ৰাজনৈতিক জ্ঞানসম্পন্ন বাৰভূএগ্রাসকলৰ অভিজ্ঞতা আৰু আনুগত্য আহোম-ৰাজ্য আক্ৰমণৰ ক্ষেত্ৰত কোচৰজাৰ বাবে অতি প্ৰয়োজনীয় আছিল। কোচৰাজ্যৰ পূবৰ পিনে সীমাত বাৰভূএগ্রাসকলক বিষয়াৰ উপযুক্ত মৰ্যাদা দি ৰখাটোও কোচৰজাৰ উচিত প্ৰশাসনিক বিবেচনা আছিল। সেই সন্দৰ্ভত ভূএগ্রাসকলৰ শিৰোমণি পৰিয়ালৰ কন্যাৰ পাণিগ্ৰহণৰ তাৎপৰ্য যে ৰাজনৈতিক তাত সন্দেহ নাই।

ক'বলৈ গ'লে ভূএগ্রাসকল তথা শিৰোমণি ভূএগ্রা-পৰিয়ালেও বৰদোৱা এৰাৰ পিছত ধুএগ্রাহাটা আৰু তাকো ৰাজনৈতিক কাৰণত এৰিবলগা হৈ পূৰ্বৰ প্ৰতিষ্ঠা হেৰুৱাইছিল। এই প্ৰতিষ্ঠা পুনৰ স্থাপন কৰাৰ ক্ষেত্ৰত এই বৈবাহিক সম্বন্ধই সহায় কৰিছিল। গতিকে কোচৰাজঘৰ আৰু শিৰোমণি ভূএগ্রাৰ মাজৰ এই বৈবাহিক সম্পৰ্ক দুইটাৰে প্ৰীতিবন্ধনৰ মাইলৰ খুটিস্বৰূপ হৈছিল। (মহাৰাজ নৰনাৰায়ণেও আন এগৰাকী ভূএগ্রাৰ কন্যাক বিয়া কৰাইছিল বুলি জনা যায়।)[১৩]

এই বিবাহে যে অকল ৰাজনৈতিক উদ্দেশ্যহে সাধন কৰিছিল তেনে নহয়। শ্ৰীমন্তশঙ্কৰদেৱৰ ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত কোচৰজাঘৰৰ সংস্পৰ্শই যথেষ্ট সহায় কৰিছিল বুলি ভবাৰ থল আছে। **কোচৰাজশক্তিৰ বাবে শ্ৰীমন্তশঙ্কৰদেৱৰ ধৰ্মপ্ৰচাৰক হিচাপে থকা ভূমিকাতকৈয়ো তেৰাৰ ৰাজনৈতিক অভিজ্ঞতা মূল্যবান আছিল। কোচ ৰাজদৰবাৰত শ্ৰীমন্তশঙ্কৰদেৱৰ পাৰিষদৰ ভূমিকাৰ উদাহৰণ বুৰঞ্জীপুথিত পোৱা যায়—**[১৪]

চিলাৰায়ে বোলে হয়, গো-ব্ৰাহ্মণৰো পীড়া নহৈব। অন্যায়ুদ্ধে যেন ৰাজ্য বশ হয় তেমন উপায়কে দিয়া। ব্ৰাহ্মণে বোলে আমি আৰ কি উপায় দিম।। ১৫৯।।"

"চিলাৰায়ে বোলে গোমথা (গোমস্তা) শঙ্কৰ, আৰু কি উপায় আছে? শঙ্কৰদেৱে বোলে আৰ আছে। সেই দেশৰ পাত্ৰ-মন্ত্ৰীৰ মনক বুজি অনেক ৰূপ সুবৰ্ণ দি বৰাব লাগে। যদি এনে কৰিবা অনায়াগে পাৰিবা।"

ধৰ্মপ্ৰচাৰক হ'লেও শ্ৰীমন্তশঙ্কৰদেৱ সংসাৰী আছিল। তেৰাই নিজৰ বৰপুত্ৰক ধৰ্মপ্ৰচাৰৰ পিনে নাটানি বৈষয়িক জ্ঞানসম্পন্ন বিষয়ী হোৱাটোকেহে বিচাৰিছিল। সেয়ে পাটবাউসীত থাকোঁতে বৰপুত্ৰ ৰামানন্দক মজুমদাৰী বিদ্যা-শিক্ষাত নিয়োগ কৰিছিল। এনে মজুমদাৰী বিদ্যাটো ৰাজহ-সংগ্ৰহৰ প্ৰশাসনিক কৌশলৰ শিক্ষা। (আৰবী শব্দ 'মজঅম' মানে আদায় কাৰ্য আৰু 'দাৰ' অধিকাৰী অৰ্থত প্ৰত্যয়।) প্ৰসংগক্ৰমে ক'ব পাৰি যে সেই সময়ৰ অৰ্থাৎ পোন্ধৰ-যোল শতিকাৰ 'কিতাবত মঞ্জৰী' (বকুল কায়স্থৰ) জ্যোতিষ চূড়ামণি আদি সাঁচিপতীয়া পুথিৰ সন্ধেদ পোৱা গৈছে (*Descriptive Catalogue of Assamese Manuscripts :* Hem Chandra Goswami, 1930)। মাটিৰ পৰিমাণ জোখা, ৰাজহৰ হিচাপ ৰখা ইত্যাদি বিষয় এনে শিক্ষাৰ অন্তৰ্ভুক্ত আছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ

প্ৰয়াণৰ সময়ত ৰামানন্দ কোচবেহাৰত আছিল। সম্ভৱতঃ তাত থাকি কিবা ৰাজঘৰীয়া কাম কৰিছিল।[১৫]

শ্ৰীমন্তশঙ্কৰদেৱ মহাৰাজ নৰনাৰায়ণৰ গুণমুগ্ধ আছিল আৰু তেৰাই ৰজাৰো প্ৰীতি পাইছিল। মহাৰাজ নৰনাৰায়ণ কোনো এটা বিশেষ ধৰ্ম-সম্প্ৰদায়ৰ সতে একান্ত অনুগত নাছিল। সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল আছিল। অথচ কোনো এটা বিশেষ ধৰ্ম বা ধৰ্ম-সম্প্ৰদায়ৰ সৈতে সাঙোৰ খালে ৰজাৰ ভাবমূৰ্তি পক্ষপাতমূলক হৈ কিছুমানৰ বাবে বেয়া হ'ব পাৰে বুলি সজাগ আছিল। ৰজাই কোনো শৰণ ল'ব নোখোজা বা শ্ৰীমন্তশঙ্কৰদেৱেও তেওঁক শৰণ দিব নোখোজা কথাৰ অৰ্থ হ'ল ৰজাৰ ধৰ্মনিৰপেক্ষ ভাবমূৰ্তি এটা ৰখা।

মহাৰাজ নৰনাৰায়ণে আহোমৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰা সময়ৰ কথা দৰং *ৰাজবংশাৱলীত* (সমুদ্ৰনাৰায়ণ) এনেদৰে আছে—

প্ৰথম নিশাত দেখা দিলা সদাসিৱ।
বোলে আপোনাৰ ৰীতি এৰিলিহি কিয়।।
কছাৰীৰ মতে এভো কৰিয়ো নাচন।
তোৰ জয় হৈবো কৈলো স্বৰূপ বচন।।
এহি বুলি মহাদেৱ অন্তৰ্ধান ভৈলা।
চেতন লভিয়া ৰাজা সম্ভাৰ চপাইলা।।
সোণকোষ নদীৰ তীৰত থানা গাৰি।
পাতিলা নাচন যত আনিয়া কছাৰী।।
হংস পাৰ মদ ভাত মহিষ শূকৰ।
কুকুৰা ছাগল উপহাৰ নিৰন্তৰ।।
পাতিলা নাচন তথা মাদল বজাই।
সবাৰো মাজত ভুলিন্ত দেওধাই।।

*(দৰং ৰাজবংশাৱলী*, পৃঃ৬৩-৬৪)

মহাৰাজ নৰনাৰায়ণৰ ৰাজ্যত ধৰ্ম-আচৰণৰ পদ্ধতি তথা ধৰ্মক লৈ কছাৰী আৰু ব্ৰাহ্মণৰ (হিন্দু) মাজত বিবাদ হৈছিল।। এই বিবাদ নিস্পত্তিৰ বাবে মহাৰাজে দিয়া আদেশ এনে আছিল—

গোহাঁই কমল আলি মধ্যে সীমা কৰি।
উত্তৰৰ ফালে আছে যতেক কছাৰী।।
সেহিফালে দেৱালয় আছে যত যত।
কোচে মেচে পূজিবেক মোহোৰ বাক্যত।।
দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব।
এহি নিবন্ধনে সবে ধৰ্ম প্ৰবৰ্তিব।।
ভোট কছাৰী যে তই মদভাত দিবি।
মাটিৰ কাৰণে মোক সোণা ঘোৰা দিবি।।

*(দৰং ৰাজবংশাৱলী*, পৃঃ ৬৪)

কোনো কোনো চৰিতকাৰে উল্লেখ কৰিছে যে মহাৰাজ নৰনাৰায়ণে শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰত শৰণ লোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল কিন্তু তেৰাই ৰজাক শৰণ নিদিলে। ৰজাক শৰণ দিব নোখোজাটোৱে শ্ৰীমন্তশঙ্কৰদেৱৰ ৰাজনীতি প্ৰজ্ঞাৰ চিনাকি দিছিল। কিন্তু ৰজাই শৰণ ল'ব খোজা কথাটো মহাৰাজ নৰনাৰায়ণে অনুসৰণ কৰা ধৰ্মনিৰপেক্ষ নীতিলৈ চাই সঁচা বুলি মনে নধৰে।

মহাৰাজ নৰনাৰায়ণৰ লগত প্ৰথম সাক্ষাতৰ বিৱৰণী চৰিতত আছে—[১৬]

সিংহাসনে বসি ৰাজা শঙ্কৰক দেখি।
পৰম বিস্ময় হুয়া আছন্ত নিৰিখি।।
শঙ্কৰৰ তেজে নৃপতিক ধৰষিল।
উঠিয়া চৌৰাত আসি ৰাজায়ে বুলিল।। ৭৭৭
একগল মানে মাটি ৰাজাৰ চৌৰাত।
সাত খটখটি উঠিবাক লাগে তাত।।
ৰন্ত একোবাৰে একো খটখটি উঠি।
কৰন্ত ৰাজাক বৰ্ণাই স্তব একগুটি।। ৭৭৮
একো খটখটি উঠি ৰন্ত একোবাৰ।
আসিয়ো শঙ্কৰ ৰাজে মাতে পূৰ্ণবাৰ।।
আঠু ঘষাই সাতো খটখটিত উঠিল।
ৰাজাক বৰ্ণাই এক ভটিমা মাতিল।।৭৭৯

\+ \+ \+

ৰাজাৰ আগত 'মধু দানৱ দাৰণ।
দেৱবৰং' ইটো স্তোত্ৰ কৈলা নিৰূপণ।।
শুনিয়া বিস্ময় ভৈলা নৰনাৰায়ণে।
শঙ্কৰদেৱক চাহি বুলিলেক মনে।। ৭৮০

শ্ৰীমন্তশঙ্কৰদেৱৰ গীত, কবিত্ব, প্ৰজ্ঞা আৰু ধৰ্মীয় দিশৰ পৰা মহাৰাজ নৰনাৰায়ণ তেৰাৰ গুণমুগ্ধ আৰু সন্মানৰ পাত্ৰ আছিল। **কিন্তু দুয়োৰে মাজৰ সম্পৰ্কটো আছিল ৰজা ৰাজানুগত এগৰাকী বিশিষ্ট প্ৰজাৰ।**

শ্ৰীমন্তশঙ্কৰদেৱৰ নৰনাৰায়ণৰ প্ৰতি থকা ৰাজভক্তি আৰু ৰাজপ্ৰীতিৰ নমুনা তেখেতৰ নিজ ৰচনাৰ মাজত থৈ গৈছে। এই ৰচনাৰ নাম ৰাজভটিমা। দুটি ৰাজভটিমা হৰিনাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা সংকলিত "*শ্ৰীশঙ্কৰ-বাক্যামৃত*"ত (১ম সংস্কৰণ) দিয়া আছে।

**ৰাজভটিমা (১)**

জয় জয় মল্ল নৃপতি ৰসবান। যাকেৰি গুণগণ সম নাহি আন।।
নিজ কুল কুমুদ প্ৰকাশিত ইন্দু। গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু।।
সভা এক পাত্ৰ আপন মহাৰাজ। দেৱক মধ্যে যৈসে সুৰৰাজ।।
আপন ভুজবলে দণ্ডিয়ে ৰাজকুল। পাৰত সকলহি কাজ।।

জয় জয় ঈশ্বৰ পাদ প্ৰসাদ। মল্লদেৱ কৰু ৰাজ।।
নাটক ভাটক পশ্চিম দেশক। যত যত পণ্ডিত আৱে।।
ঘোটক কম্বল বহুত ৰজত ৰূপ। আপনহি মনপুৰি পাৱে।।
অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত। বিপক্ষত আপন জান।।
মানে দুৰ্যোধন আপন পুণ্যজন। দানে কৰ্ণ সমান।।
মল্লত যুদ্ধত আপন দৃষ্টিত। তুহু বিনে নাহি আন।।
আপন গুণ যশে ব্যাপিয়ে ধৰণী। নৃপতি মধ্যত পেখি।।
নীল উতপল পেখিয়ে শৰীৰক। মৃণাল সদৃশ ভূজ দেখি।।
বাহু বক্ষস্থল কটি মধ্যে দেখিয়ে। কামিনী হোৱে বৰ লাজ।।
যেসে ৰাজহংসক গমনী। গহীন-গম্ভীৰ মৃগৰাজ।।
কহলো তয়ুগুণ হামু শিশুমতি। মৰষ সকল মহু দোষ।।
কহয় শঙ্কৰ নাজানো সভাসদ। পাত্ৰ মধ্যে ই কথা পোষ।।

**ৰাজভটিমা (২)**

হাসি সভাসদ কহো বহু থিৰ।
মল্ল নৃপতিক সম নাহিকয় বীৰ।।
কাশী বাৰাণসী গৌড় পৰ্যন্তে।
মল্ল নৃপতিক সবে মহিমা কহন্তে।।
পায়া ঘোটক দেশ অশেষ।
ভাটক সকলে গুণ গাৱে নিশেষ।।
আপন মন বঞ্চিত সকলহি পাই।
আনন্দে মল্ল বিলাস গাই।।
ঐসন নৃপতি কহবো* নাহি পেখি।
উদয়গিৰিত যৈসে দেৱতা সমাজ।
স্বৰ্গক মধ্যে যৈসে দেৱৰাজ।।
ঐসব গুণ কহে পশ্চিম মাজে।
তাহেক শুনিল পাৎসা সমাজে।।
উমৰাসবক আনিয়ে বাত বোল।
এতি বেৰি গাডাৰা ঘাট মাৰিয়া তোল।।
পাঠান সকল যদি বিলাসিত হোই।
ওৱা হোৱা পাৎসা দেখি নাহি কোই।।
যৈসে ৰাহু গৰসিত সুৰ।
আৱত পাঠান তেজি নিজ পুৰ।।
পাঠান সকলে কহে গাডাৰা ঘাট মাৰি যাঞু।

---

* *সম্ভৱতঃ শব্দটো 'কবহো' (কেতিয়াও) হ'ব লাগে ঃ ছপাৰ ভুল।*

হাৰাম বাম হাতে ৰুটিয়া খাঞু।।
যুদ্ধ লগাৱল অতি বৰ টানে।
খেদল চেদল পলাৱল প্ৰাণে।।
পুনৰপি উমৰা সকল সব আৱে।
গলয়া পটুকা বান্ধি শৰণ সোমাৱে।।
মুৰুখ শঙ্কৰ নাজানে সকল।
জয় মল্ল নৃপতিৰ চৰণ যুগল।।

তিৰোধানৰ সময়ত শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰত নিজপুত্ৰ ৰামানন্দ আৰু ভ্ৰাতৃপ্ৰতিম ৰামৰায় আছিল। তেৰাৰ যি বিষয়-সম্পত্তি আছিল সিবোৰ উত্তৰাধিকাৰী হিচাপে পোলৈ এৰিলেও নাম-ধৰ্ম প্ৰচাৰ আন্দোলনৰ নেতা হিচাপে তেৰাৰ প্ৰিয় শিষ্য অনুগামী শ্ৰীমাধৱদেৱ পুৰুষক নিয়োগ কৰি থৈ গৈছিল।

এই কথাত শ্ৰীমন্তশঙ্কৰদেৱৰ আত্মীয়-স্বজন আনকি কিছুসংখ্যক অনুগামীৰ মনতো আক্ষেপ বৈ গৈছিল। শ্ৰীমাধৱদেৱ সম্পৰ্কে চৰ্চাৰ ক্ষেত্ৰত এই সম্পৰ্কে আলচ কৰাৰ থল ওলাব। এইখিনিতেই জনা প্ৰয়োজন যে শ্ৰীমন্তশঙ্কৰদেৱৰ উপৰিপুৰুষৰ গুৰি উত্তৰ ভাৰতৰ আছিল। কান্যকুব্জ (বৰ্তমানৰ কাণপুৰ, উত্তৰ প্ৰদেশ অঞ্চলৰ) বা কনৌজৰ পৰা লণ্ডাদেৱ বোলাজন গৌড়দেশলৈ আহিছিল। চৰিতপুথিত পোৱামতে তেওঁৰ উপৰিপুৰুষৰ বংশলতা এনে ঃ প্ৰেমপূৰ্ণনন্দগিৰী→ কৃষ্ণগিৰী→ সুৱৰ্ণগিৰী→ গন্ধৰ্বগিৰী→ ৰামগিৰী→ হেমগিৰী→ হৰিবৰগিৰী→ কৃষ্ণকান্তি(কন্যা)→ লণ্ডাদেব।

লণ্ডাদেব কান্যকুব্জ বা কনৌজৰ পৰা গৌড়ৰাজ্যলৈ অহা সময়টো প্ৰত্যেক পীৰিৰ (generation) মাজৰ ব্যৱধান ২৫/৩০ বছৰকৈ ধৰি অনুমান কৰিব পৰা যায়। শ্ৰীমন্তশঙ্কৰদেৱৰ পৰা উপৰিপুৰুষ লণ্ডাদেৱলৈ ছয় পীৰি (লণ্ডাদেৱ→ চণ্ডীবৰ→ ৰাজধৰ→ সূৰ্যবৰ→কুসুম্বৰ→ শ্ৰীশঙ্কৰদেৱ, জন্ম ১৪৪৯ খ্ৰীঃ) **এনে সূত্ৰ অনুসৰি শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষ উত্তৰ ভাৰতৰ কনৌজৰ পৰা গৌড়ৰাজ্যলৈ অহা সময় তেৰ শতিকাৰ শেষ বা চৈধ্য শতিকাৰ আৰম্ভণি হ'ব।**

অহাৰ কাৰণটো আছিল ৰাজনৈতিক। সেই সময়ত উত্তৰ ভাৰতত লাহে লাহে ভিন্নধৰ্মী ভিন্ন সমাজ পদ্ধতিৰ (যবন-মুছলমান) ৰাজশক্তিৰ অভ্যুত্থান হোৱাৰ লগে লগে হিন্দু সমাজৰ সামন্তধৰ্মী উচ্চবৰ্ণৰ লোকে নিজৰ প্ৰতিপত্তি আৰু সামাজিক সুবিধাৰ ক্ষেত্ৰত নিৰাপদ অনুভৱ কৰিব পৰা নাছিল। সেয়ে দাঁতিকাষৰীয়া হিন্দু ৰাজ্যবোৰলৈ গৈ থিতাপি লগাৰ চেষ্টা কৰিছিল যেন লাগে।

উত্তৰ-ভাৰতৰ পৰা ভাৰতৰ উত্তৰ-পূব অঞ্চললৈ তাৰ ৰাজ্য তথা শাসকে বৰ্ণহিন্দু আমদানি কৰাৰ কথা বংগদেশৰ আৰু নেপালৰ ইতিহাসতো পোৱা যায়। বহু ক্ষেত্ৰত ৰজাসকল আৰ্যহিন্দু বংশোদ্ভৱ নহ'লেও তেওঁলোকে হিন্দুধৰ্ম আৰু হিন্দু সমাজপদ্ধতি গ্ৰহণ কৰিছিল। উত্তৰ-পূব অঞ্চলক উত্তৰ ভাৰতৰ পিনে ম্লেচ্ছদেশ বোলা হৈছিল। হিন্দু সমাজপদ্ধতিৰ লগত আদিতে এনে ঠাইবোৰৰ সমাজপদ্ধতিৰ মিল নথকা বুলি ধাৰণা কৰিব পৰা যায়। বহুতে অনুমান কৰে যে উত্তৰ-পূব ভাৰতৰ প্ৰাচীন সমাজব্যৱস্থা জনজাতি

চৰিত্ৰৰ আছিল। কালক্ৰমত তাৰ মাজৰ পৰা সামন্তবাদৰ গঁজালি মেলে। হিন্দু সভ্যতাৰ সামাজিক আইন-বিধি পদ্ধতি আদি সামন্তবাদৰ বাবে উপযোগী আছিল। হিন্দু সমাজব্যৱস্থাৰ কেতবোৰ বিশেষ দিশৰ গুণী জ্ঞানী লোকক উত্তৰ-পূৰ্বলৈ আমদানি কৰাৰ কাৰণটোও সেইটোকে বুলি ভাবিবৰ থল আছে। (**আহোম ৰাজত্বৰ এটা স্তৰতো একেটাকে কৰা হৈছিল।**)

আগতে ইয়াৰ আদিবাসীকলৰ সমাজপদ্ধতি বা গঠনৰ মাজত গুণকৰ্ম অনুসৰি জাতিভেদ প্ৰথা নাছিল। সমাজখন হিন্দুকৃত (Hinduised) হোৱাৰ পিছত এনে প্ৰথা সমাজত সোমাল। বংগদেশত একালত যি হিন্দু সমাজৰ ব্যাপক বিকাশ হৈছিল তাত ৰজা এগৰাকীয়ে (বল্লাল সেন) সমাজৰ জাতিকুলৰ কথাটো পুনৰ বিচাৰ আৰু বিন্যাস কৰিছিল। যিবোৰে উত্তৰ ভাৰতৰ আদি-অৱস্থানৰ প্ৰমাণ দেখুৱাব পাৰিছিল সেইসকলক কুলীন বুলি চিনাক্ত কৰা হৈছিল। (আহোম ৰাজত্বতো সঁচা-ব্ৰাহ্মণ চিনাক্ত কৰাৰ বাবে ৰজাঘৰে 'লেকাই চেতিয়া'ক বিশেষ বিষয়া নিয়োগ কৰিছিল।)

চৰিতপুথিত সঠিক বুৰঞ্জীচেতনা থকাটো আশা কৰিব নোৱাৰিলেও তাত এইদৰে সানমিহলি সমাজৰ পৰা 'উচিত জাত' বিচৰা প্ৰক্ৰিয়াৰৰ কথা পোৱা যায়।[১৭]

'আদি বিক্ৰমাদি গৌৰেশ্বৰ ঃ তাৰ পাছে ভোজৰাজ ঃ তাৰ পাছে (পাচ ?) পুৰুষ ঃ পাছত অৰাজ্য হ'ল ঃ তেহে একবৰ পাচা (আকবৰ বাদচাহ) ঃ হ'ল। হৈ ব্ৰাহ্মণ, ক্ষেত্ৰিয়, বৈশ্য, শূদ্ৰকে মুখ্যকে সবে জাতিকে ধৰি বুৰঞ্জীফলি, মহজৰ দেখাই বুজাবে নুৱাইলে কুল মাৰি যবন কৰে, চণ্ডীবৰক ধৈলেহি ঃ বুৰঞ্জী পুস্কৰ্ণিত পেলাই থৈছিল জাল জকাই পল' জুলুকি বাই চাই নাপাই দুখ-কষ্ট পাৰে বসি আছে। তেহে বৰ অগাধ কাছ পৃষ্ঠে তুলি দিলে ঃ চণ্ডীবৰে হৰ্ষে নি ৰাজাক দেখাই জাত ৰখালে।"

এখন পুথিত আছে[১৮]

কনৌজ নগৰ ধাম শস্যে মৎস্যে অনুপাম
বাৰভূঞা আছিল তথাত।
সবে হয়ে মহাতেজী ৰাজাৰ বিশ্বাসভোজী

অসি (যুদ্ধ) মসী (লিখা-পঢ়া), উভয়ে লগত।।
অকস্মাৎ পংগপাল যবনেৰ মহীপাল
কৈল গ্ৰাস কনৌজ নগৰ।
দেশ ভৈল হাহাকাৰ যবনে কৰে মহামাৰ
ৰজা প্ৰজা হৈল একাকাৰ।।

ইয়াৰ পৰা অনুমান কৰিব পাৰি যে যবন বা পাঠানৰ আক্ৰমণত ছেদেলি-ভেদেলি হৈ কান্যকুব্জৰ পৰা শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষ গৌড়ৰাজ্যলৈ আহিছিল আৰু এৰি অহা ঠাইৰ নামেৰে কনৌজপুৰ নাম দি তাৰে এটা অঞ্চলত বাস কৰিছিল। ইছলামধৰ্মী ৰাজশক্তি বলবান হোৱাত উত্তৰ ভাৰতৰ পৰা বৰ্ণহিন্দু সমাজৰ বহু অংশ ভাৰতৰ আন অংশলৈ প্ৰব্ৰজন কৰাৰ ক্ষেত্ৰত ধৰ্মীয় দৰ্শনৰ প্ৰশ্নটোতকৈয়ো বৰ্ণভিত্তিক আৰ্যহিন্দুসমাজ গাঁথনিৰ

আৰ্থ-সামাজিক নিৰাপত্তাৰ প্ৰশ্নটোৱেহে বিশেষভাৱে প্ৰভাৱিত কৰা বুলি ভাবিব পৰা যায়। (কামৰূপত প্ৰথম পাঠান তুৰ্ক আক্ৰমণ হয় ১২০৬ খ্ৰীঃত।)

*চণ্ডীবৰে গৌড়ৰজাৰ আদেশত আশীখন ঢাল (আশীজন ৰণুৱা) লৈ উজাই আহি কামৰূপ জিলাৰ হাজো আৰু বৰনদীৰ মাজৰ লেঙামাগুৰিত থাকে। অকল তেঁৱেই নহয়, শ্ৰীদামোদৰদেৱৰ উপৰিপুৰুষেও আহি এই অঞ্চলতে (ৰত্নেশ্বৰ গ্ৰামত) বাস কৰিছিল অৰ্থাৎ প্ৰব্ৰজন কৰা বৰ্ণহিন্দু সমাজৰ এটা অংশ চণ্ডীবৰৰ লগতে আহিছিল। লেঙামাগুৰিলৈ* গৌড়ৰাজ্যৰ কনৌজপুৰৰ পৰা চৈধ্য দিনৰ বাটৰ দূৰত্ব হয় বুলি এখন চৰিতপুথিত আছে।

হাজো অঞ্চলত ভোটসকলৰ আহ-যাহৰ প্ৰভাৱ আছিল। (এতিয়াও ভূটান পাহাৰৰ নামনিত ভূটীয়াসকলে হাজোৰ হয়গ্ৰীৱ মন্দিৰলৈ নিজৰ নিয়মে পূজা দিবলৈ আহে; সেইটো তেওঁলোকৰ পীঠস্থান বুলি ভাবে।)

ভোটৰ সতে চণ্ডীবৰৰ যুদ্ধ হয়। তেওঁৰ পুত্ৰ ৰাজধৰ আৰু কিছু মানুহক ভোটে ধৰি লৈ যায়। ( সেই সময়ত মানুহ ধৰি নি গোলাম হিচাপে আনত বিক্ৰী কৰা পদ্ধতি আছিল।) ভোটৰ লগত যুঁজ কৰি চণ্ডীবৰে নিজৰ পুত্ৰ আৰু মানুহবোৰক উদ্ধাৰ কৰি আনিলে। পিছত তেওঁৰ পৰিয়ালটো আৰু উজনিলৈ গৈ নগাঁও জিলাৰ টেম্বুৱানী পায়। টেম্বুৱানীৰ পৰা ওচৰৰে আলিপুখুৰীত বসবাস কৰে।

ৰাজধৰে টেম্বুৱানীত ৬২ বছৰ বাস কৰিছিল। চৰিত পুথিত আছে—

> দুইধিক ৰাজধৰ বংসৰ যে ষাঠি।
> দেখি জলসব শস্য কৰে মাটি।।
> আলিপুখুৰি যে গ্ৰাম এক আছে।
> সবলোকে তাহিকে গৈলন্ত উঠি পাছে।।

বৰ্তমান নগাঁও জিলাৰ আলিপুখুৰীতে শ্ৰীশঙ্কৰদেৱৰ জন্ম হয় (১৪৪৯ খ্ৰীঃ) আৰু তিৰোভাব হয় কোচবেহাৰ চহৰৰ সমীপত (১৫৬৮ খ্ৰীঃ)।[১৯]

**শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱনকাল ঃ ১৪৪৯ খ্ৰীঃ- ১৫৬৮ খ্ৰীঃ = ১১৯ বছৰ, প্ৰায় ছয়কুৰি বছৰ**

জন্মৰ পৰা প্ৰায় ৬৭/৬৮ বছৰ বয়সলৈ (১৪৪৯-১৫৪৭ খ্ৰীঃ) বৰ্তমানৰ নগাঁও জিলাৰ বৰদোৱা-আলিপুখুৰী অঞ্চল (এই সময়ছোৱাৰ ভিতৰত ১২ বছৰ প্ৰথম তীৰ্থভ্ৰমণৰ কালকো সামৰা হৈছে।)

১৫১৮ খ্ৰীঃ ৬ মাহ -- বৰ্তমানৰ দৰং জিলাৰ ৰৌতা

১৫১৮-২৩ খ্ৰীঃ ৪ বছৰ ৬ মাহ — বৰ্তমানৰ লখিমপুৰ জিলাৰ গাংমৌ

১৫২৩-২৪ খ্ৰীঃ ৬ মাহ — কাংকিনী

১৫২৪-৪২ খ্ৰীঃ ১৮ বছৰ মাজুলীৰ ধুৱাহাটা (ভুঞাহাটা) বা বেলগুৰি

১৫৪২-৪৩ খ্ৰীঃ ৬ মাহ — ঐ গজলাসুঁতি

প্ৰায় ৯১/৯২ বছৰ বয়সত ১৫৪৩ খ্ৰীঃত উজনিৰ পৰা আহোম ৰাজ্য এৰি কোচৰাজ্যৰ কামৰূপলৈ আহে।

১৫৪৩-৪৪ খ্ৰীঃ ৬ মাহ — বৰ্তমানৰ বৰপেটা জিলাৰ কাপলা

১৫৪৪-৪৬ খ্ৰীঃ ২ বছৰ বৰপেটাৰ ওচৰৰ চুণপোৰা, কমাৰকুছি

১৫৪৬-৬৪ খ্ৰীঃ ১৮ বছৰ — বৰলকাৰ, পিছৰ নাম পাটবাউসী

১৫৬৪-৬৮ খ্ৰীঃ বছৰ — ২য় বাৰ তীৰ্থযাত্ৰা আৰু কোচবিহাৰ

(কোচবিহাৰৰ সমীপত তনু ত্যাগ কৰে।)

## সাহিত্য কৃতি

(ক) বৰদোৱা-আলিপুখুৰীত থাকোতে ঃ (১৪৪৯-১৫১৭ খ্ৰীঃ)

হৰিশ্চন্দ্ৰ উপাখ্যান, ভক্তি-প্ৰদীপ, উৰেষা বৰ্ণন, ৰুক্মিণী হৰণ, কেইটামান বৰগীত, অজামিলোপাখ্যান, অমৃত মন্থন, প্ৰহ্লাদ চৰিত্ৰ, হৰমোহন, বলিচলন, গজেন্দ্ৰোপাখ্যান, ধ্যান-বৰ্ণন আৰু গুণমালাৰ একাংশ

(খ) ধৌৱা, গাংমৌ, কাংকিনী, ধুৱাহাটী, গজলাসুঁতি ঃ (১৫১৮-১৫৪৩ খ্ৰীঃ)

নামাপৰাধ, পত্নীপ্ৰসাদ, কীৰ্তন-ঘোষাৰ শিশুলীলা, ৰাসক্ৰীড়া, কংসবধ, গোপী-উদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছা পূৰণ, অক্ৰূৰৰ বাঞ্ছা পূৰণ আৰু কেইটামান বৰগীত।

(গ) কামৰূপ-কোচৰাজ্যত (১৫৪৩-১৫৬৮ খ্ৰীঃ)

বলিচলন, অনাদিপতন, কীৰ্তন-ঘোষাৰ বাকীখিনি, শ্ৰীমদ্ভাগৱতৰ প্ৰায় আটাইখিনি, ৰামায়ণৰ উত্তৰাকাণ্ড, কিছু বৰগীত, ভটিমা, ৰাজভটিমা আৰু ইতিমধ্যে উল্লেখ কৰাৰ বাহিৰে আন সকলোবোৰ ৰচনা। (সাহিত্য কৃতিৰ তথ্য ড° মহেশ্বৰ নেওগৰ লেখাৰ পৰা।)

### সূত্ৰ নিৰ্দেশ ঃ


১। Dr. P. Gogoi, *The Tai and the Tai Kingdom*, p.248-5

২। *Ibid*, p.288-289

৩। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত*

৪। *Ibid*

৫। ৰামানন্দ দ্বিজ কৃত, *গুৰুচৰিত*, ছেদ ২৭৯১

৬। ৰামানন্দ দ্বিজ কৃত, *গুৰুচৰিত*, ছেদ ৭০১৩

৭। দৈত্যাৰি ঠাকুৰ কৃত, *গুৰুচৰিত*, ছেদ ৪১৫

৮। খান চৌধুৰী আমানত উল্লা আহমদ : *কোচবেহারের ইতিহাস* (Reprint 1990), পৃঃ ১০১

৯। দৈত্যাৰি ঠাকুৰ কৃত, *গুৰুচৰিত*, ছেদ ৪৩৯-৪৪১

১০। শঙ্কৰদেৱ সংঘ ঃ *মহাপুৰুষ মাধবদেৱৰ বাক্যামৃত* ঃ পাতনি

১১। ৰামচৰণ ঠাকুৰ কৃত, *গুৰুচৰিত*, ছেদ ৩৮৯২

১২। *গুৰুচৰিত কথা*, ছেদ ২১০-২১৫

১৩। খান চৌধুৰী আমানত উল্লা আহমদ, *কোচবেহারের ইতিহাস*, পৃঃ ১০১ (পাণ্ডুৰ প্ৰতাপ ৰায় ভূঞাৰ কন্যা ভানুমতীক নৰনাৰায়ণ আৰু প্ৰতাপ ৰায় ভূঞাৰ ভ্ৰাতৃকন্যা চন্দ্ৰপ্ৰভাক চিলাৰায়লৈ বিয়া দিয়া হৈছিল।)

১৪। ড° সূৰ্যকুমাৰ ভূঞা, সম্পাদিত, *সাতসৰী অসম বুৰঞ্জী* ঃ ছেদ ১৫৫৯-১৬০

১৫। ভণ্ডাৰত দেবানৰ কাকত পুৰিলা।

কাকতীসবক আনি দেৱানে সুধিলা।।
কাকত পুৰিল আউল মিলিল বিস্তৰ।
কেনমতে লেখাজোখা হইবে কাকতৰ।। ১৫৩৪
শুনিয়া কায়স্থ সবে দিলন্ত উত্তৰ।
আমাৰ নায়ক জানা পুত্ৰ শঙ্কৰৰ।।
শুনা মহাৰাজ তান্ত পুছিবে লাগয়।
তেন্তেসে কহিবে পাৰে কৰিয়া নিৰ্ণয় ।। ১৫৩৫
(ৰমানন্দ দ্বিজ কৃত *গুৰুচৰিত*)

১৬। দৈত্যাৰি ঠাকুৰ কৃত, *মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত*

১৭। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ১০-১১

১৮। ৰঘুপতিৰ *গোমথা বংশাৱলী* (*প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্তৰ পৰা উদ্ধৃত।*)

১৯। *নতুন পৃথিৱী,* ৪ৰ্থ বছৰ, ১ম সংখ্যা ঃ এই লেখকৰ প্ৰবন্ধ "শ্ৰীশঙ্কৰদেৱ প্ৰসঙ্গত" আৰু ড° মহেশ্বৰ নেওগৰ পুথি *শ্ৰীশ্ৰীশঙ্কৰদেৱ।*

# শ্ৰীমাধৱদেৱ

মাধৱদেৱৰ জন্মকাল সম্পৰ্কে *গুৰুচৰিত কথা*-ত আছে ঃ "**জেঠ মাহৰ ৰবিবাৰৰ অমাৱস্যা তিথি ভৰণী নৈক্ষত্ৰ ১৪১১**।। এদিন জাএন্তে দুই প্ৰহৰ নিশা ছদ্ম নৰদেহা বেকত হৈছে গুৰুজন।।"

একেখন চৰিততে আকৌ পোৱা যায় ঃ "শ্ৰীশঙ্কৰদেৱৰ তিনিকুৰি পঞ্চৰ বৰ্ষজোৱাত ঃ শ্ৰীমাধৱদেৱৰ একুৰি বাহ্ৰু বৰ্ষ জাএন্তে লাগ পাইছে ধুৱাহাটা বেলগুৰিত (আঠ বৰ্ষৰ পাচত।)"[১]

শ্ৰীশঙ্কৰদেৱৰ জন্ম ১৪৪৯ খ্ৰীঃত বুলি ধৰিলে শ্ৰীমাধৱদেৱক লগ পোৱা সময় হয় ১৫২৪ খ্ৰীঃত। ১৫২৪ খ্ৰীঃত বয়স ৩২ বছৰ হ'লে শ্ৰীমাধৱদেৱৰ জন্মকাল হ'ব ১৪৯২ খ্ৰীঃত। গুৰুচৰিতত কোৱা দৰে ১৪১১ শক তথা খ্ৰীঃ ১৪৮৯ চন নহয়; (নাইবা শ্ৰীশঙ্কৰদেৱৰ জন্মকাল, একেটা সূত্ৰ অনুসৰি ১৪৪৯ খ্ৰীঃ নহৈ ১৪৪৬ খ্ৰীঃহে হ'ব।) জন্মবৰ্ষৰ এই খেলিমেলিটো উনুকিয়াই থোৱা হ'ল।

ৰামানন্দ দ্বিজ ৰচিত চৰিত পুথিত জন্মৰ তিথি আৰু মাহ দিয়া আছে। এই তিথি আৰু মাহৰ লগত *গুৰুচৰিত কথা*-ৰ তথ্যৰ মিল নাই। মাধৱদেৱৰ পিতৃয়ে—

> ভাৰ্যা সমন্বিতে পাচে উঠিলা নাৱত।
> বঞ্চিলন্ত গৈয়া পাচে নাৰানপুৰত।।
> বাসা কৰি ৰৈলা পাচে বালিয়ে গ্ৰামত।
> জন্মিলা মাধৱদেৱ সেহি সময়ত।।
> **শুক্ল নৱমী তিথি বৈশ্যাগ মাসত।**
> দিবাভাগে জন্মিলন্ত দুই প্ৰহৰত।।
> পিতৃৰ মাতৃৰ দেখি আনন্দিত মন।
> বৃদ্ধকালে পুত্ৰ আসি ভৈল উতপন।।[২]

দৈত্যাৰি ঠাকুৰ বিৰচিত চৰিতপুথিত দিন, কাল, সময়ৰ কথা উল্লেখ নাই। শ্ৰীমাধৱদেৱৰ জন্ম ঠাই বৰ্তমান উত্তৰ লখিমপুৰ জিলাৰ নাৰায়ণপুৰ অঞ্চলত। কিন্তু তাৰো নিৰ্দিষ্ট ঠাই সম্পৰ্কেও ভিন্ন ভিন্ন মত পোৱা যায়। বংশ আঁতি-গুৰি সম্পৰ্কে ৰামানন্দ দ্বিজ ৰচিত চৰিতত আছে—

> জন্মিলা মাধৱদেৱ কায়স্থ কুলত।
> আছিলন্ত পিতৃ তান বাণ্ডকা দেশত।।

**শঙ্কৰৰ মাধৱৰ বংশ যত যত।**
**একেলগে আছিলন্ত কনৌজপুৰত।।**
কমতাক যিকালত আইলা চণ্ডীবৰ।
পিতৃৰ উপৰি বংশ মাধৱদেৱৰ।।
সেহিবেলা ৰহিলন্ত বাণ্ডুকা দেশত।
সদাচাৰী বুলি প্ৰসংশয় লোক যত।।[৪]

শ্ৰীমাধৱদেৱৰ পিতৃৰ নাম গোবিন্দগিৰী ওৰফে বৰকনাগিৰী ওৰফে নামকনাগিৰী বুলি জনা যায়। ভাটিৰ (বৰ্তমান বাংলাদেশৰ) ৰংপুৰ জিলাৰ বাণ্ডুকাত তেওঁ বাস কৰিছিল। তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হোৱাত পুত্ৰজনক বিয়াবাৰু কৰাই দি বণিজ কৰিবলৈ জলপথেদি উজাই আহিছিল। তেওঁ তাসম কামৰূপত আৰু ভাটিৰ নিজ ঠাইৰ মাজত অহা-যোৱা কৰি বেহা-বেপাৰ কৰিছিল। কা· ৰূপ-অসমলৈ অহাৰ কাৰণ আছিল— এই ঠাইত তেওঁৰ জ্ঞাতি-মিত্ৰ বহুত আছিল (শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষৰ দৰে উজাই অহা)। ৰামানন্দ দ্বিজ ৰচিত চৰিতত আছে—

বাণিজ্যৰ মনে আইলা আসাম দেশক।।
জ্ঞাতি মিত্ৰ গণ তাৰ অনেক আছয়।
সিকাৰণে বৰডবাত ৰৈলা মহাশয়।।
তৈৰপৰা চলি যায় নাবানপুৰক।
বৈসানিক (পণ্য) লৈয়া যায় বাণ্ডুকা দেশক।।
এহিমতে আয়াযাত কৰিয়া সম্প্ৰতি।
কিছুমান ধন উপাৰ্জিলা মহামতি।।
বৰডবা গ্ৰামে একঘৰ মনুষ্যৰ।
ভোৰণ কৰিলা কন্যা কায়স্থ কুলৰ।।
বিধি চাইয়া বিবাহ কৰিলা অনন্তৰ।।
তেৱে জানিবাহা মাতৃ মাধৱদেৱৰ।।
**শঙ্কৰদেৱৰ জানা উপৰিবংশৰ।**
**সম্বন্ধ আছয় তান অনেক পূৰ্বৰ।।**[৫]

দেখা যায় শ্ৰীশঙ্কৰদেৱ আৰু মাধবদেৱৰ পিতৃপুৰুষসকল আগৰে পৰাই পৰস্পৰে পৰিচিত আছিল। দ্বিতীয়বাৰ বিয়া কৰাই ন-কইনা লৈ বৰকনাগিৰীয়ে বাণ্ডুকালৈ গৈ তাত পাঁচ বছৰ থাকি আকৌ বৰদোবালৈ উভতি আহে। আকৌ এবাৰ তালৈ আহিব খোজাত বণ্ডুকাৰ জ্ঞাতি-মিত্ৰসকলে বাধা কৰিলে কাৰণ "কামৰূপে ৰজা নাই ভৈলা অৰাজক। ধন বিত্তি কাঢ়ি লৈয়া মাৰিবে প্ৰাণক।।"[৬]

ইতিমধ্যে কছাৰীয়ে বৰদোৱাত আক্ৰমণ উপদ্ৰৱ কৰিব ধৰিলে। (ভূঞা) প্ৰজা সমন্বিতে হাবিৰ মাজলৈ গৈ লুকাই থাকিল। তেনেদৰে বৰকনাগিৰীয়েও পলাই লুকাই থাকোঁতে নিশা তেওঁৰ ভৃত্যসকলে যি লামলাকটু লোটা বাটি গুপ্ত বস্ত্ৰ বিত্ত অলংকাৰ আছিল, সৰ্বস্ব লৈ তেওঁক নিঠৰুৱা কৰি পলাল, তেওঁৰ "খাইবেক খুটিবেক যে আৰ একো নৰহিলা"

অৱস্থা হ'ল। হাবিৰ পৰা বাজ ওলাই লুইতৰ পাৰলৈ অহাত তেওঁৰ লগত আগতে একেলগে বেপাৰ-বণিজ কৰা সাউদ এজনক পাই সাউদজনৰ নাৱতে উঠি কপৰ্দকহীন অৱস্থাত নাৰায়ণপুৰ পালেগৈ। নাৰায়ণপুৰ অঞ্চলত শ্ৰীমাধৱদেৱৰ জন্ম হয়। শ্ৰীমাধৱদেৱে তাতেই গুৰুগৃহত থাকি ব্যাকৰণ, পুৰাণ, কাব্যকোষ, ভাগৱত আদি শাস্ত্ৰৰ লগতে কায়স্থ শাস্ত্ৰ (কায়থেলি) আদি অধ্যয়ন কৰে।

পৰিয়ালৰ দুৰৱস্থা, পিতাকৰ বয়স হৈছে; গতিকে কোৰেৰে মাটি চহাই ধানখেতি কৰি পিতৃ-মাতৃৰ পোহপালৰ দায়িত্ব কম বয়সৰ পৰাই শ্ৰীমাধৱদেৱে ল'বলগাত পৰিছিল।

পিতাক তথা পৰিয়ালটোৰ আৰ্থিক অভাৱ আৰু দুৰ্দশাৰ সময়ত কাৰ কাৰ পৰা অৱজ্ঞা আৰু কাৰ পৰা সহানুভূতি পাইছিল— তেনে কথাবোৰ চৰিতপুথিবোৰত পোৱা যায়।

শ্ৰীমাধৱদেৱৰ পৰিয়ালটো তাৰ পিছত উজাই গৈ হাবুং দেশত পিতাকৰ এগৰাকী মিত্ৰৰ আশ্ৰয়ত থাকে।

শ্ৰীমাধৱদেৱে পৈতৃক বৃত্তি বেহা-বেপাৰত মনোযোগ দি নাৱেৰে লুইতেদি ভাটি দেশলৈ অহা-যোৱা কৰিলত এবাৰ তেওঁ নাৱত বেমাৰত পৰিল, মৰিব বুলি ভাবি তেওঁক বণ্ডুকাঘাটত পেলাই থৈ লগৰীয়া নাৱৰীয়াসকল গুচি আহিল। শ্ৰীমাধৱদেৱ আশাতীতভাৱে নৰিয়াৰ পৰা আৰোগ্য লাভ কৰি উভতি আহিল। তেৱা আছিল শাক্তধৰ্মত বিশ্বাসী। দেৱী দুৰ্গাৰ প্ৰতি কৃতজ্ঞতাৰ (বা মানত কৰাৰ) বাবে পূজাত ছাগলী বলি দিব খুজি তেওঁৰ ভনী-জোঁৱাইক ছাগলী বিচাৰিবলৈ পাচিলে।

পঠা ছাগলী অনা-ননাৰ প্ৰসংগত ভনী-জোঁৱাই ৰামদাসৰ লগত উখনা-উখনি লাগিল। ৰামদাস আছিল শ্ৰীমন্তশঙ্কৰদেৱৰ গুণমুগ্ধ। পৰিণতিত শ্ৰীমাধৱদেৱ গৈ শ্ৰীশঙ্কৰদেৱৰ ওচৰ পালেগৈ। পোনতে তৰ্কবাদ আৰু তাৰ পিছত শ্ৰীমন্ত শঙ্কৰদেৱক গুৰু মানি শ্ৰীমাধৱদেৱ আমৰণ শ্ৰীমন্তশঙ্কৰদেৱৰ অভিন্ন অনুগামী সেৱক, সহচৰ হৈ থাকিল। শ্ৰীশঙ্কৰ-মাধৱৰ মিলনৰ সময়ৰ কথা আগতে কোৱা হৈছে।

গুৰুচৰিত কথাত শ্ৰীমাধৱদেৱৰ তিৰোভাৱৰ সময় "ভাদ্ৰ মাহে, কৃষ্ণা পঞ্চমীত, সাতাইশ দিন জাঞ্ৰতে পূৰ্বভদ্ৰা নৈক্ষত্ৰে মঙ্গলবাৰে" ৰাজশক ১৫১৮ শক (১৫৯৬ খ্ৰীঃ) বুলি দিয়া আছে।[৭]

শ্ৰীমাধৱদেৱৰ জীৱনকাল সেয়ে এটা মত অনুসাৰে ১০৪ বছৰ আৰু আনটো মত অনুযায়ী ১০৭ বছৰ (আগতে এই সম্পৰ্কে আলচ কৰা হৈছে)।

শ্ৰীশঙ্কৰদেৱক লগ পাবৰে পৰা (১৫২৪ খ্ৰীঃৰ পৰা) তেৱাৰ প্ৰয়াণৰ কাললৈ (১৫৬৮ খ্ৰীঃ) দীৰ্ঘ দুকুৰি চাৰি বছৰ শ্ৰীমাধৱদেৱ তেওঁৰ গুৰুৰ ছাঁৰ দৰে হৈ আছিল। শ্ৰীশঙ্কৰদেৱৰ ধাৰণাত শ্ৰীমাধৱদেৱ আছিল—

বুকে হাতে দিয়া শঙ্কৰে বোলন্ত
শুনিয়ো মাধৱ তুমি।
ইটো প্ৰাণ এৰে সমান তোমাক
মানি আছো মনে আমি।।

সবাতো অধিক তুমি প্ৰিয়তম
নিশ্চয় জানিবা তাক।
তুমি আমি ভিন নুহিকো জানিবা
কহিলোহো সত্যবাক।।[৮]

\+ + +

তান মোৰ কিছু নাহিকে অন্তৰ
জানিবা নিশ্চয় কৰি।
মাধৱ আমাৰ পৰম বান্ধৱ
মোৰ প্ৰাণ এৰে সৰি।।[৯]

আদিকাণ্ড ৰামায়ণ আৰু ৰাজসূয় কাব্য, জন্ম-ৰহস্য, নাম-মালিকা, ভক্তি-ৰত্নাৱলী আৰু নামঘোষা, অৰ্জুন ভঞ্জন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লেটোৱা, ভোজন বিহাৰ, ব্ৰহ্মামোহন, ৰাসঝুমুৰা, ভূষণ হৰণ আৰু কোটোৱাখেলা, বৰগীত আৰু ভটিমা আদি মাধৱদেৱৰ সাহিত্যকৃতি।

শ্ৰীমাধৱদেৱে শেষকালত কামৰূপ এৰি কোচবিহাৰলৈ যায়। তাৰ ৰজা মহাৰাজ লক্ষ্মীনাৰায়ণে তেৰাক সসম্মানে গ্ৰহণ আৰু আশ্ৰয়দান কৰে। ৰজাই শ্ৰীমাধৱৰ প্ৰচাৰিত ধৰ্মমতকে ৰাজধৰ্ম স্বৰূপে ঘোষণা কৰা বুলি কথিত আছে। এই সময়ত তেৰাই কেবাখনো গ্ৰন্থ ৰচনা কৰে। ৰাজমন্ত্ৰী বিৰুপাক্ষ কাৰ্যীৰ অনুৰোধত শ্ৰীমন্তশঙ্কৰদেৱে অনোৱা উৰিষ্যাৰ ৰাজা গজপতিৰ দ্বাৰা সংস্কৃত ভাষাত ৰচিত 'নাম-মালিকা' গ্ৰন্থৰ অনুবাদ কৰে। শ্ৰীমাধৱদেৱৰ বিৰচিত ভক্তিৰত্নাৱলী, শ্ৰীকৃষ্ণৰ জন্ম-ৰহস্য আৰু আদিকাণ্ড পুথি কোচবিহাৰৰ ৰাজকীয় পুস্তকালয়ত আছিল।[১০] এনে ৰচনাবোৰৰ চৰিত্ৰ বিচাৰ কৰিলে শ্ৰীমাধৱদেৱৰ গভীৰ প্ৰজ্ঞাৰ চিনাকি ওলাই পৰে।

এই ৰচনাৰাজি শ্ৰীশঙ্কৰদেৱৰ অনুকৰণেই নহয়, তেৰাৰ সাহিত্য-চিন্তাৰ সম্পূৰকহে। শ্ৰীমাধৱদেৱ দৃঢ়মনা আৰু উচ্চ ব্যক্তিত্বৰ অধিকাৰী হ'লেও ফলৱতী বৃক্ষৰ ভৰত গছ দোঁ খোৱাৰ দৰে গুৰুভক্তি, ধৰ্মীয় আনুগত্য আৰু পাণ্ডিত্য-প্ৰজ্ঞাৰ ভৰত সততে নিজকে পৰিচয় দিছিল—

নোহো জানো আমি চাৰি জাতি চাৰিও আশ্ৰমী নোহো আতি
নোহো ধৰ্মশীল দান ব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্তা পদ কমলৰ
দাসৰো দাসৰ তান দাস ভৈলো আমি।।[১১]

সামাজিক প্ৰতিষ্ঠাৰ ক্ষেত্ৰত শ্ৰীশঙ্কৰদেৱ আছিল বাৰভূঞাসকলৰ শিৰোমণি, সামন্তধৰ্মীয় অভিজাত পৰিয়ালৰ পৰা অহা। দামোদৰদেৱ আন নহ'লেও হিন্দু সমাজ ব্যৱস্থাৰ উচ্চতম বৰ্ণ ব্ৰাহ্মণ সন্তান, সেইগুণে সমাজত সন্মানজনক স্থানৰ অধিকাৰী। তাৰ বিপৰীতে কায়স্থ কুলৰ হ'লেও শ্ৰীমাধৱদেৱ বেহা-বেপাৰ কৰা সৰু সাউদৰ পুত্ৰ। পিতাকে নাৱেৰে সাউদালি বা বেহা-বেপাৰ কৰি জীৱিকা অৰ্জন কৰিছিল। যিখিনি ধন-বিত, সম্পত্তি গোটাইছিল তাকো ভৃত্যসকলে অপহৰণ কৰি নিয়াত নিঠৰুৱা হৈ মিত্ৰৰ আশ্ৰয়ত জীৱনৰক্ষা

কৰিবলগীয়াত পৰিছিল।

শ্ৰীমাধৱদেৱে কিবা কৰিব পৰা হ'লত কোদালেৰে মাটি চহাই ধান আৰ্জি পৰিয়ালটো পোহ-পাল দিবলগা হৈছিল। খেতি-পথাৰত নিজৰ হৈ বা পৰৰ বাবে কায়িক শ্ৰম কৰা, নাৱেৰে দূৰণিলৈ গৈ বেপাৰ কৰা ইত্যাদি জীৱন-সংগ্ৰামৰ অভিজ্ঞতা তেওঁৰ আছিল।

শ্ৰীমাধৱদেৱে নিজৰ প্ৰভূত ধীশক্তি, দৃঢ়তা আৰু ধৈৰ্যৰ দ্বাৰা নিজকে প্ৰতিষ্ঠা কৰিছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰত তেৰাই নতি স্বীকাৰ কৰিছিল দীৰ্ঘ বাদ-বিতৰ্কৰ পিছত, নীতি-তত্ত্ব আৰু ব্যক্তিত্ব সম্পৰ্কে পতিয়ন যোৱাৰ পিছত। শিষ্যত্ব গ্ৰহণ কৰাৰ পিছৰে পৰা শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোভাৱ পৰ্যন্ত শ্ৰীমাধৱদেৱ সহচৰ, সহযোগী, অনুগামী সেৱকৰ ভূমিকা নিষ্ঠাৰে পালন কৰি থাকিল। আনকি নিজে দাৰপৰিগ্ৰহ সংসাৰ নকৰিও শ্ৰীশঙ্কৰদেৱৰ বিধবা পত্নী, পিতৃহীন নাতিল'ৰাৰ ৰক্ষণা-বেক্ষণৰো দায়িত্ব পালন কৰিছিল। এই ক্ষেত্ৰত শ্ৰীমন্তশঙ্কৰদেৱৰ জ্ঞাতি বংশ-পৰিয়ালৰ লোকৰ সহায়-সহযোগ পোৱা দূৰৰে কথা— বিৰূপ আচৰণহে পাইছিল।

চৰিতপুথিবোৰে সন্তেদ দিয়ে যে শ্ৰীমন্ত শঙ্কৰদেৱে শ্ৰীমাধৱদেৱৰ পাণ্ডিত্যৰ মোল যিদৰে উপলব্ধি কৰিছিল, তেৰাৰ ব্যক্তিত্ব আৰু ধৰ্মীয় প্ৰজ্ঞাৰ গভীৰতাৰ ভূ পাইছিল তাক আন কেৱে উপলব্ধি কৰিব পৰা নাছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ পিছতহে এই কথা ভালদৰে প্ৰকাশ পালে। এই মনীষী দুগৰাকীৰ যোগাযোগ সাহচৰ্যৰ ফলত বৈষ্ণৱ ভাগৱতী ধৰ্মৰ মৰ্মকথা জনচিত্তাত প্ৰোথিত তথা জনপ্ৰিয় হৈছিল।

সামন্তযুগৰ শ্ৰেণী বৈষম্যৰ বাবেই সম্ভৱতঃ শ্ৰীমাধৱদেৱক শ্ৰীমন্তশঙ্কৰদেৱৰ জ্ঞাতিৰ বহুতেই অৱজ্ঞা আৰু উপলুণ্ডা কৰিছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱিত কালতে শ্ৰীমাধৱদেৱে কাপ-মৈলাম হাতত লোৱা দেখি তেওঁক পেংলাই কৰাৰ কথা চৰিত পুথিত পোৱা যায়। আনকি তেৰাৰ গুৰুজনাৰ তিৰোধানৰ পিছত গুৰুজনাৰ পৰিয়াল তথা গুৰুপত্নী আৰু বোৱাৰীয়েকৰ খা-খবৰ লোৱাত এনে কিছুমানে বিৰূপ মন্তব্য কৰিছিল।

শ্ৰীশঙ্কৰদেৱৰ তিৰোধানৰ এবছৰৰ পিছত তেৰাৰ পুত্ৰ ৰামানন্দৰো দেহান্ত হৈছিল। তেৰাৰ পৰিয়ালৰ অৱশিষ্ট বিধবা আৰু নাবালক কেইটাক ভালদৰে চাবলৈ জ্ঞাতিসকলৰ কেৱে নাছিল যেন অনুমান হয়। আনকি এজনে শ্ৰীমন্তশঙ্কৰদেৱৰ বিধবা বোৱাৰীয়েক এগৰাকীক প্ৰভাৱশীল সামন্তধৰ্মী লোকৰ ওচৰত গতাবলৈহে চেষ্টা কৰিছিল।

অতি নিষ্ঠাৰে আৰু ইমানবোৰ উপলুণ্ডা-অপমান সহিও শ্ৰীমাধৱদেৱে গুৰুজনাৰ পৰিয়ালৰ প্ৰতি দায়িত্ব পালন কৰিছিল, আনকি গুৰুপত্নী আৰু গুৰু-নাতিক তেওঁ থকা সুন্দৰীদিয়ালৈকে পাটবাউসীৰ পৰা অনাই ৰাখি গুৰু-নাতিৰ শিক্ষাৰ দিহা কৰিছিল।

শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ (১৫৬৮ খ্ৰীঃ) পিছত ৰাজনৈতিক প্ৰেক্ষাপটৰ দ্ৰুত পৰিবৰ্তন ঘটে। ১৫৭১ খ্ৰীঃত শ্ৰীমন্তশঙ্কৰদেৱৰ পৃষ্ঠপোষক মহাবীৰ চিলাৰায়ৰ মৃত্যু হয়। কোচৰাজ্যত ৰাজপৰিয়ালৰ কন্দলৰ পৰিণতি হিচাপে মহাৰাজ নৰনাৰায়ণে ৰাজ্যৰ পূব অংশ সোণকোষ নদীৰ পূবৰ পিনে থকা ৰাজ্যভাগ চিলাৰায় পুত্ৰ ৰঘুদেৱ নাৰায়ণক দিয়ে (১৫৮১ খ্ৰীঃ)। তাৰ কেইবছৰমানৰ পিছত মহাৰাজ নৰনাৰায়ণৰ মৃত্যু হয় (১৫৮৭ খ্ৰীঃ)। নৰনাৰায়ণৰ মৃত্যুৰ পিছত কোচবেহাৰৰ ৰাজপাটত নৰনাৰায়ণ পুত্ৰ লক্ষীনাৰায়ণ উঠে।

আনহাতে চিলাৰায়পুত্ৰ ৰঘুদেৱনাৰায়ণে নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰে। এই দুই ৰজাৰ মাজত কেবাখনো যুদ্ধ হয়। ৰঘুদেৱনাৰায়ণে বংগৰ ৰজা ইশা খাঁ আৰু লক্ষীনাৰায়ণে মোগল সম্ৰাটৰ সহায় লৈ বিবাদখন দীৰ্ঘস্থায়ী কৰে। এনে এটা অশান্তিকৰ পৰিস্থিতিত শ্ৰীমাধৱদেৱে ৰঘুদেৱনাৰায়ণৰ দখলত থকা কামৰূপৰ পৰা কোচবেহাৰলৈ যায় আৰু তাতে আঢ়ৈবছৰ (ৰামৰাম আতৈৰ বাৰীত ছমাহ, খৰিয়া দলৈ বাৰীত ভেলা মধুপুৰে ২বৰ্ষ (*গুৰুচৰিত কথা*) থাকি ১৫৯৬ খ্ৰীঃত পৰলোক গমন কৰে।

শ্ৰীশঙ্কৰৰ পৰৱৰ্তী ২৮বছৰ শ্ৰীমাধৱদেৱৰ জীৱন ঘটনাবহুল।

গুৰুজনাই ধৰ্মৰাজ্যৰ ভাৰ শ্ৰীমাধৱদেৱৰ হাতত গতাই যোৱা কথাত বহুতে বেয়া পাইছিল আৰু এনে বিৰূপ মনোভৱ প্ৰকাশ কৰিছিল। সম্ভৱতঃ এনে বিৰূপ মনোভাব থকা প্ৰভাৱশালী লোকৰ পৃষ্ঠপোষকতাতে শ্ৰীশঙ্কৰদেৱৰ দুই অনুগামী গুৰু দেৱদামোদৰ আৰু শ্ৰীমাধৱদেৱ দুজন দুফালে গৈছিল। শ্ৰীমাধৱদেৱক শ্ৰীমন্তশঙ্কৰদেৱে ধৰ্মৰাজ্যৰ প্ৰধান পতাত অকল যে শ্ৰীদামোদৰদেৱ বা শ্ৰীমন্তশঙ্কৰদেৱৰ জ্ঞাতিৰ কিছুমানে অসন্তোষ প্ৰকাশ কৰিছিল তেনে নহয়, লগৰ সহকৰ্মী কিছুমানেও এনে ব্যৱস্থাত আনন্দিত হোৱা নাছিল।

শ্ৰীমন্তশঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ ডাঙৰ হ'লত এই ধৰ্মৰাজ্যৰ মুখ্য পদ তেওঁলোকক দিয়াৰ বাবেই এঠাইত এখন ধৰ্মসভা পাতি শ্ৰীমাধৱদেৱক অপদস্থ কৰাৰ বৰ্ণনা গুৰুচৰিত কথাত আছে— সেই সভাখনত ঠাকুৰ আতা, ৰাম, বনগএগাগিৰী, সমাজৰ লেখত লোৱা চৌধুৰী, পাটোৱাৰী, মেনা, তালুকদাৰ, ঠাকুৰীয়া আৰু আন প্ৰজা গোট খাইছিল। তাত শ্ৰীমাধৱদেৱৰ সখি, শ্ৰীমন্তশঙ্কৰদেৱৰ অন্যতম লেখত লবলগীয়া অনুগামী নাৰায়ণদাস ঠাকুৰ আতাই শ্ৰীমাধৱক কৈছিল—[১২]

"বাপ কাৰ বস্তু সৰ্বসৰে তোম্ৰা চহকী বোলাইছা। এ মোৰ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বিতৰে তিনি ৰাজ্য সুখী হ'ল। এতিয়া তাৰাৰ পুত্ৰ নাতিক সোধোতাও নাই দুখ কালত। সেই ৰামৰায়-ৰামানন্দ ঠাকুৰে লগতে নাছিল। কিব ধৰ্ম নথৈ তোম্ৰালৈ কৈ গ'ল। তাৰাকো দি গ'ল। এতিয়া তোম্ৰা সেই গৃহস্থৰ বস্তুকে নাতি-পুত্ৰক দি প্ৰতিপালন কৰিব নেপাই— এতেকে সেই গুৰু নাতি দুতি শঙ্কৰ পুযোত্তম ঠাকুৰ— হুলহুতে তেহে শিৰ হুই।"

তেতিয়া শ্ৰীশঙ্কৰৰ নাতি পুৰুষোত্তম ঠাকুৰৰ ষোল বছৰ বয়স।

সমাজ আৰু ৰজাঘৰে শ্ৰীমন্ত শঙ্কৰদেৱক আৰু তেওঁৰ প্ৰচাৰিত ধৰ্মক স্বীকৃতি দিছিল। ৰজাঘৰৰ এনে স্বীকৃতি প্ৰজাৰ বাবে গুৰুত্বপূৰ্ণ আছিল। কাৰণ ধৰ্মীয় প্ৰধানৰ পদটোৱে ৰজাৰ পৃষ্ঠাপোষকতা আৰু প্ৰজাৰ আনুগত্য দুয়োটা বহন কৰিছিল। সমাজৰ প্ৰতিপত্তিশালী এচামে শ্ৰীমাধৱদেৱৰ দৰে উদাসীন, বৈষয়িক প্ৰতিষ্ঠাবিহীন লোকে এনে উচ্চ মৰ্যাদা পোৱাত বেয়া পাইছিল। এইসকলে শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মবস্তু মৰ্মবস্তু-সুলভ ধৰ্মৰ মাজেৰে হ'ব পৰা সামাজিক তথা বৈষয়িক প্ৰতিষ্ঠাৰ দিশটোৰ পিনেহে লক্ষ্য ৰাখিছিল।

শ্ৰীমাধৱদেৱে সেই সভাতে কৈছিল— "জাপি, লাঠি, কৰঙ্গাৰ কঠ মোৰ অধিকাৰ, ভূঞ্জিবহে মই ভিক্ষা কৰি।" (দ্বিজ হৰিনাৰায়ণ ঠাকুৰ কৃত গুৰুচৰিত)।

শ্ৰীমাধৱদেৱে শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্যতম নাতি চতুৰ্ভুজ ঠাকুৰক (হৰিচৰণৰ পুত্ৰ) আৰু গুৰুজনাৰ বিধৱা-পত্নীক সুন্দৰীদিয়াতে ৰাখি নাবালকগৰাকীৰ শিক্ষা-দীক্ষাৰ দায়িত্ব

লৈছিল। শ্ৰীশঙ্কৰদেৱৰ এচাম ভকতেই শ্ৰীমাধৱদেৱক ধৰ্মীয় গুৰুৰ মৰ্যাদা দিবই নুখুজিছিল।

শ্ৰীমন্তশঙ্কৰদেৱে নিজ পুতেক বা ভায়েকক নিদি শ্ৰীমাধৱদেৱৰ দৰে "জাপি লাঠি কৰঙ্গাৰ কঠ মোৰ অধিকাৰ ভূঞ্জিবহো মই ভিক্ষা কৰি" চলাৰ বাবে সংকল্পবদ্ধ ত্যাগী আৰু আন সকলো প্ৰকাৰে যোগ্যজনক প্ৰধান ধৰ্মাচাৰ্যৰ দায়িত্ব দি থৈ যায়। কাৰণ ধৰ্মীয় চিন্তা-দৰ্শন তথা ধৰ্ম কোনো বিষয়-সম্পত্তি নহয়। ধৰ্মবস্তু, বিষয়-সম্পত্তি মাটি-বাৰী স্থাবৰ-অস্থাৱৰ সম্পত্তি আয়-আৰ্জন আৰু বিষয়ভিত্তিক মৰ্যাদা আদিৰ কথা বিবেচনাত আধ্যাত্মিক জ্ঞান দৰ্শন আদিৰ গুণাগুণৰ কথাটো তল পৰাৰ কাৰণ আছিল ৰজাঘৰীয়া স্বীকৃতিত, ডা-ডাঙৰীয়াৰ সমৰ্থনত গঢ় লোৱা সামাজিক মৰ্যাদা আৰু শিষ্য-সেৱকৰ দান আদিৰ লগত জড়িত বৈষয়িক কথাবোৰহে। যিমানে শিষ্য-সেৱকৰ সংখ্যা বৃদ্ধি পাই আহিছিল তিমানে সহকৰ্মী সতীৰ্থসকলৰ মাজত নেতৃত্ব লৈ আঁৰিয়া-অৰিৰ দিশটো জড়িত হৈ পৰিছিল।

এগৰাকী প্ৰধান উচ্চ জ্ঞান-মানসম্পন্ন নিষ্ঠাবান ত্যাগী পুৰুষ, যাক গুৰুজনাই মুক্তকণ্ঠে স্বীকৃতি দি ধৰ্মৰাজ্যৰ প্ৰধান পাতি গৈছিল তেওঁৰ বিপৰীতে যোল বছৰীয়া কিশোৰ এগৰাকীক থিয় কৰোৱা কথাটোৱে তাৰ ইংগিত দিয়ে।

আগতে বৰ্ণোৱা ঘটনাৰ পিছত কেবাগৰাকীও সমৰ্থবান সহচৰ সতীৰ্থই শ্ৰীমাধৱদেৱৰ লগ এৰিছিল। তেৰাই বৃদ্ধ বয়সত "সহাই নাই সাৰথি নাই মইনো অকলে কি কৰিম" বুলি অনুভৱ কৰি নিজৰ ভাগিন থকা গুৱাগাছালৈ টালি-টোপোলা বান্ধি সুন্দৰীদিয়া এৰি যাবলৈ ওলোৱা সময়ত শ্ৰীমথুৰাদাস বুঢ়াআতাই আহি তেৰাক জোৰকৈ বৰপেটালৈ লৈ গৈছিল।

"সহাই সাৰথি নাই, মইনো অকলে কি কৰিম" বুলি[১৩] অনুভৱ কৰা শ্ৰীমাধৱদেৱক নি মথুৰাদাস বুঢ়াআতাই বৰপেটা পোৱালেগৈ। বৰপেটাত কোনো ডা-ডাঙৰীয়া বা বৰলোকৰ পৃষ্ঠপোষকতা পোৱা নাছিল। এহাল নিঃসন্তান, বাৰীৰ খৰি-কঠাল বিক্ৰী কৰি জীৱন-নিৰ্বাহ কৰা, বুঢ়া-বুঢ়ীয়ে নিজৰ বাৰীখনকে হৰিগৃহ কৰিবলৈ এৰি দিছিল। সাধাৰণ ভকতসকলে পুৰ্ণোদ্যমে হৰিগৃহ সজাত লাগিল। দক্ষিণৰ পৰা 'কৃষ্ণাই আতৈ, তেওঁৰ বেটা ৰামকাৰিকৰ ঃ বিভীষণ আতৈ এই তিনিও সুতাৰ (বাঢ়ৈ) লাগিল। উৎসাহ-উদ্দীপনাৰে ভকতসকলে বাঁহ, কাঠ, কৰ্মী যোগাৰ কৰি সাধাৰণ শ্ৰেণীৰ লোকৰ সহযোগত সুন্দৰ হৰিগৃহ সজালে। ই চাৰিওপিনৰ প্ৰজাক আকৰ্ষণ কৰিলে। শ্ৰীমাধৱদেৱক কেন্দ্ৰ কৰি আকৌ ভক্ত, আতাপুৰুষ আৰু প্ৰজা বৰপেটাত গোট খালে। বৰপেটা সত্ৰৰ আদি কথা এয়েই।

সুন্দৰীদিয়াত নিসংগ হৈ পৰা নিজকে নিঃসহায় অনুভৱ কৰা শ্ৰীমাধৱদেৱে সাধাৰণ শ্ৰেণীৰ ভকত-প্ৰজাৰ সাহচৰ্যত আকৌ হেৰোৱা উদ্যম ওভোতাই পালে।

এই কথাত শ্ৰীমাধৱদেৱৰ বিৰোধীসকলে (সম্ভৱতঃ সেই সময়ৰ ডাঙৰ মানুহ কিছুমানে) ৰাজঘৰত গোচৰ দিলে।[১৪]

"বাউসীত এজন মহাজন আছে, নামত মাধও ঃ ৰূপে সুবৰ্ণে এটা গৃহ কৰি যৌৱন স্ত্ৰী নচাই সাবটি সভাতে লই" (ইত্যাদি) "ৰাজাই ৰাগঁকে সুৰানন্দক দিলে ঃ বোলে দুহেজাৰ টকা লৈ ধৰি আনগৈ।"

ভকতসকলৰ শ্ৰমদানেৰে বৰপেটা সত্ৰগৃহ সাজি উলিয়াইছে। সুৰানন্দক টকা ক'ৰ পৰা দিব? সুৰানন্দই তদন্ত কৰি দেখিলে যে অভিযোগবোৰ মিছা। ঘৰ-দুৱাৰ তালাচী কৰি

দেখিলে ধন-সোণ নাই। তথাপিও ৰজাৰ ওচৰলৈ ধৰি লৈ গ'ল।

ৰজাৰ ব্যৱহাৰত বেজাৰ পাই শ্ৰীমাধৱদেৱে বৃদ্ধ কালত দেশান্তৰী হ'বলগা হ'ল।

"তেহে গুৰুজনে বলাই নৰসিংহই বোলে ই ৰঘুৰ দেশত নেথাকো বুলি আহিছো।" বলাই নৰসিংহ আদিয়ে ৰঘুদেৱনাৰায়ণৰ ৰাজ্য কামৰূপৰ সীমা সোণকোষ নদীৰ চকী পাৰ কৰাই দিলে। তেৰাই কোচবেহাৰৰ লক্ষীনাৰায়ণৰ ৰাজ্যলৈ গ'ল। তাতেই থাকোতে তেৰাৰ তিৰোভাৱ হ'ল। তেতিয়া তেৰাৰ বয়স আছিল ১০৪ বছৰ, মতান্তৰে ১০৭ বছৰ। তিৰোভাৱ স্থান ভেলামধুপুৰ ঃ 'ভাদ্ৰ মাহৰ কৃষ্ণা পঞ্চমী, সাতাইশ দিন জাএগতে পূৰ্বভদ্ৰা নৈক্ষত্ৰে মঙ্গলবাৰে ইতি ৰাজশকত।১৫১৮।।' (ইংৰাজী ১৫৯৬ চন)।[১৫]

শ্ৰীমাধৱদেৱৰ আজ্ঞাপৰ প্ৰধান প্ৰচাৰক আছিল ১) মথুৰাদাস বুঢ়াআতা (বৰপেটা সত্ৰ) ২) ৰামচৰণ ঠাকুৰ (সুন্দৰীদিয়া, গুৱাকছা আদি সত্ৰ) ৩) বৰবিষ্ণু আতা (চমৰীয়া সত্ৰ) ৪) কেশৱচৰণ বা ভাটৌকুছি আতা (বৰজহা সত্ৰ) ৫) পঢ়িয়া আতৈ বা পঢ়িয়াপাৰৰ গোপাল (হেৰামদৈ সত্ৰ) ৬) লেচাকনীয়া গোবিন্দ আতৈ (খটৰা সত্ৰ) ৭) ভৱানীপুৰীয়া গোপাল আতা (কালঝাৰ সত্ৰ) ৮) শ্ৰীহৰি আতা (লাইআটি সত্ৰ) ৯) পদ্মআতা ওৰফে বদলা আতা (কমলাবাৰী সত্ৰ)। ইয়াৰ উপৰি শ্ৰীদেৱদামোদৰৰ ওচৰত শৰণ লৈ, সাত বছৰ কাল শ্ৰীমাধৱদেৱৰ ওচৰত থাকি শ্ৰীবংশীগোপালদেৱ শ্ৰীমাধৱদেৱৰ পৰামৰ্শত উজনিলৈ গৈছিল।

**সূত্ৰ নিৰ্দেশ ঃ**


১। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ৯৮

২। ঐ ,, ১০৯১

৩। ৰামানন্দ দ্বিজ কৃত, *শ্ৰীগুৰুচৰিত,* ছেদ ৩৬৩-৩৬৪

৪। ঐ ঐ ৩৪২-৩৪২

৫। ঐ ঐ ৩৪৭-৩৪৮

৬। ঐ ঐ ৩৫০

৭। ড° মহেশ্বৰ নেওগ, সম্পাদিত, প্ৰাগুক্ত গ্ৰন্থ, ১০৯১-১০৯২

৮। দৈত্যাৰি ঠাকুৰ কৃত, *মহাপৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত,* ছেদ ৯১৩

৯। ঐ ঐ ৯২৩

১০। খাঁন চৌধুৰী আমানত উল্লা আহমদ, *কোচবিহারের অতিহাস* ঃ পৃঃ ১৫১-৫২, (১৯৯০ খ্ৰীঃৰ পুনমুৰ্দ্ৰণ)

১১। *নাম-ঘোষা,* ছেদ ৬৭০

১২। প্ৰাগুক্ত গ্ৰন্থ, ছেদ, ৬১২-৬৯৮

১৩। ঐ ঐ ৬৩৯

১৪। ঐ ঐ ৭৯৯

১৫। ঐ ঐ ১০৯২

# শ্ৰীদামোদৰদেৱ

শ্ৰীদামোদৰদেৱৰ বংশলতা এনেধৰণৰ ঃ গৌতম→ সতানন্দ→ বংশীনন্দ→ পৰমানন্দ→ উমানন্দ→ সহজানন্দ→ শিৱানন্দ→ অচ্যুতানন্দ→ ভবানন্দ→ কৃষ্ণানন্দ→ সিদ্ধানন্দ→ সদানন্দ→ শ্ৰীদামোদৰদেৱ।[১]

আমাৰ আলোচ্য এইগৰাকী বৈষ্ণৱধৰ্ম প্ৰচাৰক শ্ৰীদামোদৰদেৱৰ জন্মকাল জনা টান। কিন্তু চৰিতপুথিৰ বৰ্ণনামতে তেওঁৰ পিতাক সদানন্দ শ্ৰীমন্তশঙ্কৰদেৱৰ বন্ধু আছিল, দামোদৰ নামটোও শ্ৰীমন্তশঙ্কৰদেৱে ৰখা বুলি চৰিতত পোৱা যায়। আনহাতে বৰদোৱা অঞ্চলত শ্ৰীমন্তশঙ্কৰদেৱে বাস কৰা সময়ৰ ভিতৰতে শ্ৰীদামোদৰদেৱৰ জন্ম। ৰামৰায় ভণিত *গুৰুলীলা* (শ্ৰীদামোদৰদেৱ চৰিত্ৰ) আৰু ৰামচৰণ ঠাকুৰৰ শ্ৰীমন্তশঙ্কৰদেৱৰ চৰিত মিলাই চাই অনুমান কৰিব পাৰি যে কমপক্ষেও শ্ৰীমন্তশঙ্কৰদেৱতকৈ শ্ৰীদামোদৰদেৱ ডেৰকুৰি বছৰৰ সৰু, অৰ্থাৎ পোন্ধৰ শতিকাৰ আঠৰ দশকৰ আগতে শ্ৰীদামোদৰদেৱৰ জন্ম হোৱা নাছিল।

শ্ৰীদামোদৰদেৱৰ জন্মস্থান বৰদোৱাৰ সমীপৰ 'নলচা গ্ৰাম' আছিল। কিন্তু তেওঁৰ পৰিয়ালটো অৰ্থাৎ পিতাকেও তথা উপৰিপুৰুষেও শ্ৰীমন্তশঙ্কৰদেৱৰ আজোককাকে এসময়ত থকা বৰ্তমানৰ কামৰূপ জিলাৰ হাজো আৰু বৰনদীৰ মাজৰ লেঙামাগুৰিৰ পৰা টেম্বুৱানী আলিপুখুৰী বৰদোৱা অঞ্চললৈ (বৰ্তমানৰ নগাঁও জিলা তথা মধ্য অসম) উঠি যোৱাৰ দৰে হাজো অঞ্চলৰ গৰুড়াচলৰ উত্তৰ দিশৰ ৰত্নেশ্বৰ গাঁৱৰ পৰা বৰদোৱা সমীপৰ নলচা গাঁৱলৈ উঠি গৈছিল। (গৰুড়াচল এটা টিলা; তাৰ ওপৰত মুছলমানৰ পবিত্ৰ স্থান পোৱামক্কা আছে।)

সেহি বেলা যাই নলচা গ্ৰামত
মনত হৰিষে অতি
অনুক্ষণে পাচে সদানন্দ দ্বিজে
কৃষ্ণত কৰে ভকতি।। ৮৯।।

\+ \+ \+

আঠ চাৰিদিনে শঙ্কৰৰ পাশে যায়
মনত হৰিষ অতি ইষ্টতা বঢ়ায়
কোনোবেলা শঙ্কৰেও তান গৃহে যান্ত
দেখি সদানন্দে অতি হৰিষ লভন্ত।। ৯৮।।

+ + +

পুত্ৰ জন্মিবাৰ কথা শঙ্কৰে শুনিয়া
পূৰ্বে কথা স্মৰি সিটো আনন্দ লভিলা।।
দামোদৰ নাম শঙ্কৰেও উচ্চাৰিলা।
দামোদৰ নাম থৈবা শঙ্কৰে বুলিলা।। ১০৬।।

শ্ৰীদামোদৰদেৱক তেওঁৰ পিতাক সদানন্দই শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰলৈ লৈ গ'ল। দামোদৰদেৱ আৰু শ্ৰীমন্তশঙ্কৰদেৱৰ মাজত প্ৰীতিপূৰ্ণ সম্পৰ্ক স্থাপন হোৱা দেখি শ্ৰীদামোদৰদেৱৰ পিতৃয়ে আনন্দ পাইছিল।

কতদিনে দামোদৰ সমৰ্থ ভৈলন্ত।
পিতৃৰ লগত শঙ্কৰৰ পাশে যান্ত।। ১২৩।।

+ + +

এহিমতে দামোদৰ শঙ্কৰ সহিতে।
ইষ্টতা বাঢ়িল পাছে দুহান তহিতে।।
শঙ্কৰেও কোনোবেলা তান গৃহে যান্ত।
দেখি সদানন্দ অতি হৰিষ লভন্ত।। ১২৬।।

শ্ৰীমন্তশঙ্কৰদেৱৰ সতে শ্ৰীদামোদৰদেৱৰ সম্পৰ্ক পিছলৈকেও আছিল।।[8]

শ্ৰীমন্তশঙ্কৰদেৱে ধুৱাহাটা বা বেলগুৰি ত্যাগ কৰি কামৰূপলৈ অহাৰ সময়ত বাটতে নলচা গাঁৱত শ্ৰীদামোদৰদেৱক লগ পোৱাৰ কথা গুৰুলীলাত উল্লেখ আছে। সেই সময়ত শ্ৰীদামোদৰদেৱৰ মাকৰ দেহান্ত হৈছিল।

আন জ্ঞাতিগণে তথা শোক কৰিলন্ত।
দামোদৰে মাতৃকাৰ্য কৰিবাৰ চান্ত।।
সেহি সময়ত এক কথা ভৈল জাত।
ভূঞা ধৰা লাগিলেক অসম ৰাজ্যত।।১৩৬
শঙ্কৰ আসিলা সেহি সময় ইঠাই।
ৰামৰাম দেৱ আৰু মাধৱ গোসাঞি।।
আৰা তিনজনে ইঠাইক আসিলন্ত।
ভাতৃ পুত্ৰ সমে দামোদৰ ৰহিলন্ত।। ১৩৭
পশ্চিমক আমি যাওঁ শঙ্কৰে জনাইলা।
আমিও যাইবো দামোদৰেও বুলিলা।।
ইঠাইত মাতৃকাৰ্য কৰোঁ সমাপত।
হেন শুনি শঙ্কৰৰ হৰিষ মনত।। ১৩৮

এনেদৰে তেওঁ নলচা গাঁৱৰ পৰা ভটিয়াই কামৰূপৰ পিতৃপুৰুষে এৰি যোৱা ৰত্নেশ্বৰ গাঁৱত সোমাল। তাত তেওঁৰ অওহী-বওহী কিছুমান সম্ভৱতঃ আছিল। তাত কিছুদিন থকাৰ পিছত নাৱেৰে নন্দগ্ৰামলৈ আহি তিনিদিনমান জিৰাই-শতাই ভটিয়াই গয়াজানেৰে সোমাই বৰপেটা বিল পায়। বৰপেটা বিলৰ ঘাটতে শ্ৰীশঙ্কৰদেৱৰ ভায়েক ৰামৰায়ৰ লগত দেখা

হয়। ৰামৰায়ৰ পৰামৰ্শমতে বিয়াসপাৰাত ঘৰ সাজি ৰয়। বিয়াসপাৰাত লগালগি বৰলচুগু বিয়াসপাৰা তথা বৰলঝাৰ গাঁৱত শ্ৰীমন্তশঙ্কৰদেৱ আছিল। (এই বিয়াসপাৰা আৰু বৰলঝাৰক সামৰি বাউসী মহলৰ মুখ্য ঠাই পাটবাউসী নামে জনা যায়।)

এই পাটবাউসীতেই শ্ৰীমন্তশঙ্কৰদেৱ আৰু শ্ৰীদামোদৰদেৱৰ আকৌ লগালগি হয়। মতান্তৰে শ্ৰীশংকৰদেৱৰ নিৰ্দেশনাত শ্ৰীশঙ্কৰদেৱৰ অনুগত বন্ধু ব্ৰাহ্মণ ৰামৰাম গুৰুৰ ওচৰত তেওঁ আনুষ্ঠানিক শৰণ লয়, তাতে শ্ৰীদামোদৰদেৱৰ শ্ৰীমাধৱদেৱৰ সতেও পৰিচয় আৰু বন্ধুত্ব হয়। পাটবাউসীতেই (বিয়াসপাৰা) শ্ৰীদামোদৰৰ নৱজাত কন্যা আৰু পত্নী বিয়োগ হ'লত তেওঁ দুনাই বিবাহ কৰাৰ ইচ্ছা নকৰিলে। শ্ৰীমন্তশঙ্কৰদেৱৰ লগত বহি শ্ৰীমাধৱদেৱ, ৰামৰামগুৰু আৰু নাৰায়ণদাস ঠাকুৰআতা আদিৰ লগত কৃষ্ণ-কথা চৰ্চা কৰিব ধৰিলে।

পাটবাউসীতে সত্ৰ সজাৰ বাবে কোচৰজাৰ গোমস্তা ৰামৰায়ে শ্ৰীদামোদৰদেৱক মাটিৰ দিহা কৰি দিছিল। ৰামৰায়কৃত গুৰুলীলা মতে তেওঁৰ লগত বাৰ গৰাকী ভক্তই পৰম আনন্দে হৰিগুণ গান কৰি আছিল। সেই কেইগৰাকী হ'ল যথা—

বিষ্ণুদাস পায়োনিধি পৰমাযে নন্দ।<br>
ৰাতুল চৰণ মধু আৰু কৃষ্ণানন্দ।।২১৩<br>
ৰামানন্দ আৰু হৰি ৰঘুনাথ তথা।<br>
জগন্নাথ ৰামদাস শুনে হৰিকথা।।<br>
ৰামৰায় জানিবাহা আৰু একজন।<br>
আৰা সবে হৰিকথা শুনে অনুক্ষণ।।২১৪

উজনিৰ পৰা বংশীগোপালদেৱে শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰলৈ শৰণ ল'বলৈ আহিছিল। উজনিৰ পৰা আহি পোনতে শ্ৰীমাধৱদেৱৰ লগত দেখা কৰি দুয়োৰে আলোচনা মৰ্মে শ্ৰীদামোদৰদেৱৰ ওচৰত শৰণ ল'লে। শৰণ লোৱাৰ পিছত পুনৰ শ্ৰীমাধৱদেৱৰ থানত সাত বছৰ থাকে।[৫] বংশীগোপালদেৱে শ্ৰীমাধৱদেৱৰ লগতো শাস্ত্ৰ আলোচনা কৰিলে আৰু সিসকলৰ পৰামৰ্শমতে বংশীগোপালদেৱে উজনিলৈ নব-বৈষ্ণৱ ভাগৱতী ধৰ্ম প্ৰচাৰৰ বাবে উভতিল।

শ্ৰীদামোদৰদেৱ মহাৰাজ নৰনাৰায়ণৰ সংস্পৰ্শলৈ অহাৰ কথা গুৰুলীলাত পোৱা নাযায়। পৰীক্ষিত নাৰায়ণ (চিলাৰায়ৰ নাতিল'ৰা) ৰঘুদেৱ নাৰায়ণৰ পুত্ৰ। মহাৰাজ নৰনাৰায়ণ বাচি থকা কালতে কোচৰাজ্য দুভাগ কৰি পূবৰ খণ্ড সোণকোষ নদী সীমা কৰি ৰাজ্যখন চিলাৰায় পুত্ৰ ৰঘুদেৱ নাৰায়ণক দিছিল। ৰঘুদেৱ নাৰায়ণৰ সোতৰ শতিকাৰ প্ৰথম ভাগতে মৃত্যু হ'লত পৰীক্ষিত নাৰায়ণ ৰজা হয়।

চৰিতকাৰে (*গুৰুলীলা* : ৰামৰায়) বৰ্ণনা কৰিছে, পৰীক্ষিতৰ দৰে পৰাক্ৰমী ভাল ৰজাজনেও মতিভ্ৰম হৈ বৈষ্ণৱক দ্বেষ কৰিব ধৰিলে। যি হওক, শ্ৰীদামোদৰদেৱ নিজে গৈ গদাধৰ নৈৰ পাৰৰ পৰীক্ষিত ৰজাৰ ৰাজধানী বিজয়পুৰ পালেগৈ। বিজয়পুৰ নগৰত প্ৰায় এবছৰমান ৰ'ল। এনেকৈ থকাৰ পিছত ৰজাই দামোদৰক নিজ ৰাজ্যৰ পৰা নিৰ্বাসন দিলে। ৰামৰায় কৃত *গুৰুলীলা মতে,*—

সেহি বেলা নৃপবৰে আদেশ কৰয়।
শুনা পাত্ৰ মন্ত্ৰী মোৰ বচন নিচয়।। ৫৪৪
দামোদৰ বৈষ্ণৱ আমাৰ নগৰত।
থাকিবাক নলাগয় বহু স্বৰূপত।।
এতিক্ষণে গুচি যাক মোৰ নগৰৰ।
সোণকোষ পাৰ কৰি থৈয়োক সত্বৰ।। ৫৪৫[৬]

পৰীক্ষিতনাৰায়ণৰ ৰাজ্যৰ পৰা বিতাড়িত হৈ শ্ৰীদামোদৰদেৱে নৰনাৰায়ণৰ পুত্ৰ লক্ষীনাৰায়ণৰ ভাগত পৰা কোচৰাজ্যত সোমাল। তাত ৰজাৰ পৃষ্ঠপোষকতাত ধৰ্মপ্ৰচাৰৰ অৰ্থে সত্ৰগৃহ স্থাপিত হ'ল। ৰজাঘৰৰ বহুত বিষয়াই তেখেতত শৰণ ল'লে।[৭] সাত বছৰ এনেদৰে কোচবেহাৰত থকাৰ পিছত তাতেই ১৫২০ শকৰ বহাগ মাহৰ প্ৰতিপদ তিথিত (১৫৯৮ খ্ৰীঃ) তিৰোভাৱ হয়।[৮]

ইতিহাসবিদ ড° পদ্মেশ্বৰ গগৈ (The Tai and Tai Kingdom of Assam) আৰু খান চৌধুৰী আমানত উল্লা আহম্মদৰ (কোচবেহারের ইতিহাস) তথ্য অনুসৰি কোচহাজোৰ ৰজা ৰঘুদেৱ নাৰায়ণৰ মৃত্যু হয় ১৬০৩ খ্ৰীঃত। তেওঁৰ পিছতহে পৰিক্ষীত নাৰায়ণ ৰজা হয়। সেইমতে শ্ৰীদামোদৰদেৱক নিৰ্বাসন দিয়া ৰজাজন ৰঘুদেৱ নাৰায়ণহে হোৱা সম্ভৱ।

আনহাতে শ্ৰীদামোদৰদেৱ প্ৰয়াত হয় ১৫৯৮ খ্ৰীঃত। মৃত্যুৰ সাত বছৰ আগতে (১৫৯১ খ্ৰীঃ) পৰিক্ষীত নাৰায়ণৰ ৰাজৰোষত পৰি শ্ৰীদামোদৰদেৱ কোচহাজো ৰাজ্যৰ পৰা বহিস্কৃত হোৱা বুলি পোৱা (ড° নেওগ ভক্তিগীত সংকলন ঃ ৰামৰায় ভণিত গুৰুলীলা) তথ্যত ৰজাজন কোন সেই প্ৰশ্ন উঠিব পাৰে।

শ্ৰীদামোদৰদেৱে তেওঁৰ ভতিজাক আদিক বা পৰিয়ালৰ কাকো তেওঁৰ পৰৱৰ্তী ধৰ্মাচাৰ্যৰ দায়িত্ব নিদি কেইগৰাকীমান শিষ্যক সেই দায়িত্ব গতাই গ'ল। যথা— উজনিত বংশীগোপালদেৱ, পাটবাউসী-বৰপেটাত কবিৰত্ন ওৰফে ভট্টদেৱ আৰু কোচবিহাৰ ৰাজ্যত পৰ্বানন্দ আৰু বলৰামৰ হাতত।

শ্ৰীদামোদৰদেৱে কোনো গ্ৰন্থ-পুথি আদি ৰচনা কৰাৰ সম্ভেদ পোৱা নাযায়। তেওঁৰ আজ্ঞামতে শিষ্য ভট্টদেৱৰ ৰচিত প্ৰথম অসমীয়া ভাষাৰ গদ্যপুথি '*গদ্য ভাগৱত*', '*কথা-গীতা*', '*কথা-ভাগৱত*'ৰ কথা সকলোৱে শুনিছে জানে।

ৰামানন্দ দ্বিজ আৰু দৈত্যাৰি ঠাকুৰ ৰচিত (*শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ*) গুৰুচৰিতত শ্ৰীদামোদৰদেৱৰ নাম শ্ৰদ্ধা সহকাৰে 'দামোদৰ গুৰু' বুলি উল্লেখ আছে। শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোভাৱৰ পিছত আৰু শ্ৰীমন্তশঙ্কৰদেৱৰ নাতিপুৰুষ পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰ ডাঙৰ নোহোৱালৈকে এফালে শ্ৰীমাধৱদেৱ আনফালে শ্ৰীদামোদৰদেৱ— এওঁলোক দুয়োজনৰ গাইগুটীয়া নেতৃত্বত নৱ বৈষ্ণৱ ভাগৱতী ধৰ্ম প্ৰচাৰ হৈছিল। এই সম্পৰ্কত এওঁলোক দুজনৰ নামৰ লগতে হৰিদেৱৰ নামো কোনো কোনোৱে লয়।

গুৰুলীলা (শ্ৰীদামোদৰদেৱ চৰিত)মতে শ্ৰীমন্তশঙ্কৰদেৱৰ পৰিয়ালৰ স'তে শ্ৰীদামোদৰৰ পিতৃৰ শ্ৰীদামোদৰ জন্মাৰ আগৰেপৰাই চা-চিনাকি আছিল। সেই চা-চিনাকি

পিছলৈকেও আছিল। কিন্তু দৈত্যাৰি ঠাকুৰ আৰু ৰামানন্দ দ্বিজৰ চৰিতত (শঙ্কৰ-মাধৱৰ) শ্ৰীদামোদৰদেৱৰ শ্ৰীশঙ্কৰদেৱৰ স'তে পৰিচয় তেওঁ পাটবাউসীত থকা কালৰ পৰাহে উল্লেখ কৰিছে। জীৱিকা-বৃত্তি হিচাপে পূৰ্বতে কোদালেৰে মাটি চহাই খেতি কৰাৰ কথা পিছৰ দুখন চৰিতত আছে।* গতিকে বিচাৰ কৰিব পাৰি যে শ্ৰীমন্তশঙ্কৰদেৱৰ দৰে সময়ৰ সামন্তধৰ্মী ৰাজনৈতিক আৰু বৈষয়িক প্ৰতিষ্ঠা শ্ৰীদামোদৰদেৱৰ নাছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ পিছত (*গুৰুলীলা*-মতে তেৰাৰ জীৱিত কালতে) তেৰাৰ পৰিয়ালৰ কোনোৱে কোনোৱে শ্ৰীদামোদৰদেৱৰ ওচৰত শৰণ লৈছিল বুলি কোৱা হৈছে।

শ্ৰীদামোদৰদেৱৰ আজ্ঞাপৰ প্ৰধান ধৰ্মপ্ৰচাৰকসকল আছিল যথা—

১। ভগবানদেৱ (গোবিন্দপুৰ)

২। মনোহৰদেৱ (কমলাথান শিংৰা সত্ৰ)

৩। ভট্টদেৱ বা গোপাল মিশ্ৰ (পাটবাউসী সত্ৰ, ব্যাসকুছি সত্ৰ)

৪। বলদেৱ (কোচবিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰ) আৰু

৫। সন্তদেৱ (কামৰূপৰ দক্ষিণ পাৰৰ গৰৈমাৰী সত্ৰ)।[৯]

**সূত্ৰ নিৰ্দেশ ঃ**

১। ৰামৰায় ভণিত, *গুৰুলীলা* (শৰৎ চন্দ্ৰ গোস্বামী প্ৰকাশিত), ছেদ ৭৮-৮১

২। ঐ ঐ ছেদ ৮৮-৮৯

৩। ঐ ঐ ১২৬, ১৩৭, ১৩৮ ছেদ ৯৮-১০৬, ১২৩,

৪। বহুতে ধাৰণা কৰে যে পাটবাউসীতেই প্ৰথমবাৰৰ বাবে শ্ৰীদামোদৰদেৱৰ সতে শ্ৰীমন্তশঙ্কৰদেৱৰ প্ৰথম চিনাকি হয়। এই ধাৰণা সম্ভৱতঃ শুদ্ধ নহয়।

৫। ৰামানন্দ দ্বিজ কৃত, *শ্ৰীশ্ৰীবংশীগোপালদেৱ চৰিত ঃ* ছেদ ১৪৩-১৬৮

৬। ১ নংত উল্লেখিত পুথি, ছেদ ৩৫৮

৭। খান চৌধুৰী আমানত উল্লা আহম্মদ, *কোচবেহারের ইতিহাস* ঃ (১৯৯০ মুদ্ৰণ), পৃঃ ১৫৮ (কোচবেহাৰত থকা সময়ত শ্ৰীদামোদৰদেৱৰ নিৰ্দেশত গোবিন্দ মিশ্ৰই *শ্ৰীমদ্ভাৱদ্গীত*-ৰ পদ্যানুবাদ কৰিছিল।)

৮। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *ভক্তিগীত সংকলন*, পৃঃ ৭৯

৯। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত*, পৃঃ ১০০

---

* *সেই সময়ৰ প্ৰথা মতে ব্ৰাহ্মণ আৰু কায়স্থই নাঙলৰ মুঠিত ধৰা নিষেধ আছিল।*

# শ্ৰীহৰিদেৱ

শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱন কালতে শ্ৰীহৰিদেৱে, কিছুমানৰ মতে শ্ৰীদামোদৰদেৱত শৰণ লৈছিল আৰু কিছুমানৰ মতে তেৰাই নিজাববীয়াকৈ ধৰ্মপ্ৰচাৰ কৰিছিল, শ্ৰীমন্তশঙ্কৰদেৱৰ লগত শ্ৰীহৰিদেৱৰ ধৰ্মালোচনা হৈছিল আৰু দুয়ো ইজনে সিজনক শ্ৰদ্ধা-ভক্তি কৰিছিল বুলি চৰিতপুথিত পোৱা যায়। হৰিদেৱৰ মূল সত্ৰ মানেৰী, বহৰি (বৰপেটা জিলাত) আদি তেৰাই নিজেই স্থাপন কৰা সত্ৰ।

শ্ৰীহৰিদেৱৰ উপৰিপুৰুষো চণ্ডীবৰ আদি বাৰভূঞাৰ লগত অহা বেদজ্ঞ বিপ্ৰৰ বংশধৰ আৰু বাৰভূঞাৰ সমাজতে বাস কৰা যেন লাগে।* অনুমান শ্ৰীমন্তশঙ্কৰদেৱে বৰদোৱা ত্যাগ কৰাৰ সময়তে শ্ৰীহৰিদেৱৰ পিতৃয়েও সেই ঠাই ত্যাগ কৰি লখিমপুৰৰ নাৰায়ণপুৰ নামৰ ঠাইত বাস কৰিছিল। শ্ৰীমন্তশঙ্কৰদেৱে ধুঞাহাটা ত্যাগ কৰাৰ পাচত শ্ৰীহৰি গুৰুদেৱেও নাৰয়ণপুৰ এৰি ভটিয়াই নামনি অসমৰ ব্ৰহ্মপুত্ৰৰ ওচৰত বহৰিত বাস কৰিছিল। বহৰিৰ পৰা শ্ৰীহৰিগুৰুৱে প্ৰায়েই পাটবাউসীলৈ অহা-যোৱা কৰিছিল আৰু তাত ধৰ্মচৰ্চা কৰিছিল।[১]

শ্ৰীহৰিদেৱৰ উপৰিপুৰুষ নৰোত্তম সম্পৰ্কে এখন চৰিতপুথিত আছে [২]

> আচিলন্ত নৰোত্তম দ্বিজ শিৰোমনী।
> কস্যপ বংশত জন্ম পণ্ডিতাগ্ৰগণী।।
> কান্যকুব্জ বাসী সিতো পৰম পণ্ডিত।
> বেদাচাৰ্য দৰ্শনজ্ঞ জগতে বিদিত।।

নৰোত্তম →কৃষ্ণদত্ত →হৰদত্ত →উমাকান্ত →পঞ্চানন্দ →সূৰ্যবড় →পদ্মনাভ →অজনাভ। এইজনা অজনাভে পিছত উজনিৰ নাৰায়ণপুৰ অঞ্চললৈ উঠি যায়। নাৰায়ণপুৰতে 'তেৰাৰ আঠচল্লিচ শকত' অজনাভৰ পুত্ৰ হৰিদেৱৰ জন্ম হয়। এইখন চৰিতমতে নাৰায়ণপুৰৰ ৰজাৰ লগত আন ৰজাৰ ৰণ লগাত বহুতো সেনা প্ৰজা ক্ষয় হ'লত তাৰ কাৰণ হিচাপে শ্ৰীহৰিদেৱৰ প্ৰতি ৰাজা বিৰূপ হ'ল আৰু তেওঁক ধৰি নিবলৈ পাচিলে। শ্ৰীহৰিদেৱে নিজৰ ভনীয়েকক লগত লৈ ভেলত(ভুৰ) উঠি লুইতেৰে ভটিয়াই আহি অশ্বক্ৰান্ত পালেহি। তাৰ পিছত এনেদৰে গৈ সাগৰ, সাগৰেদি জগন্নাথপুৰী পালে। তাতেই ভনীয়েক সুভদ্ৰাৰ দেহান্ত হ'ল। জগন্নাথৰ পৰা ভাৰতৰ বেলেগ বেলেগ ঠাইত তীৰ্থ ভ্ৰমণ কৰি তাৰ পৰা উভতি আহি তেওঁবহৰি গাঁৱত থিতাপি লৈছিল। মানেৰী আৰু বহৰিত বাহিৰেও মাহাৰা, জাগাৰা, বৈনাকুছি, বালী, হালধিবাৰী, কৈহাটী, নপ্তিপাৰা, পাৰেনা,

---

* *এই মতে শ্ৰীহৰিদেৱৰ জন্ম শ্ৰীশঙ্কৰদেৱৰ আগতে*

শুভা আদি হৰিদেৰী পন্থাৰ সত্ৰ। এইকেইখন সত্ৰ অ-বিভক্ত কামৰূপ জিলাত। নৱ-বৈষ্ণৱী ধৰ্মৰ চাৰি সংহতিৰ ভিতৰত হৰিদেৰী পন্থাৰ সত্ৰবোৰক ব্ৰহ্মাসংহতিৰ ভিতৰত ধৰে।

এনে সত্ৰবোৰৰ ভিতৰত প্ৰধান হ'ল— বহৰি, বইনাকুছি, বালীসত্ৰ, বেজকুছি, হালধিবাৰী, কৈহাটী, খানা, কুলবিল, মানেৰি, নগুিপাৰা, নমাটি, হৰিপুৰ, পাৰেনা, শুভা (আটাইবোৰ অ-বিভক্ত কামৰূপ জিলাত) আৰু দৰং জিলাৰ বৈনাৰা।

শ্ৰীহৰিদেৱৰ মুখ্য মেধি (আজ্ঞাৰপৰ ধৰ্মপ্ৰচাৰকসকল আছিল— যথা— ১। যদুমণি (মাহাৰ সত্ৰ) ২। হৰিচৰণ (জাগাৰা সত্ৰ) ৩। নাৰায়ণদেৱ (সুভাসত্ৰ) আৰু জগন্নাথ (বেনাকুচি সত্ৰ)

## সূত্ৰ নিৰ্দেশ ঃ

১। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত* ঃ ৯৫-৯৬

২। *শ্ৰীহৰিদেৱৰ চৰিত* ঃ বনগঞাগিৰী (ভোলানাথ দাস নিবেদিত মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱ পুথিৰ), পৃ ঃ ১২-১৩

৩। Dr. S. N. Sarma, *The Neo-Vaishnavite Movement and the Satra Institution of Assam:* (List of Satras, Appendix-v)

# শ্ৰীগোপালদেৱ তথা ভনীপুৰীয়া বা ভৱানীপুৰীয়া গোপাল আতা

কোচ ৰাজশক্তিয়ে আহোম ৰাজ্য আক্ৰমণ কৰা সময়ত আহোম ৰাজ্যৰ (সম্ভৱতঃ উত্তৰ লখিমপুৰ বা মাজুলী অঞ্চলৰ) পৰা কামেশ্বৰ ভূঞাৰ পৰিয়ালটো কিছুমান বৃত্তিয়াল লোকেৰে সৈতে ভটিয়াই আহি বৰপেটা-সুন্দৰীদিয়াৰ উত্তৰে কেইমাইলমান আঁতৰৰ ভৱানীপুৰত বহেহি। কামেশ্বৰ ভূঞাৰ পুত্ৰ শ্ৰীগোপালদেৱ। তেওঁ তাৰ পৰাই গৈ শ্ৰীশঙ্কৰদেৱৰ দৰ্শন লাভ কৰিলেও শ্ৰীমাধৱদেৱৰ দিনতহে ধৰ্ম গ্ৰহণ কৰে। শ্ৰীমাধৱদেৱৰ তিৰোধানৰ সময়লৈকে শ্ৰীগোপাল আতা ভৱানীপুৰতেই আছিল। সেই সময়ত ভৱানীপুৰ এটা বৈষ্ণৱ ধৰ্মৰ কেন্দ্ৰ আছিল আৰু তেওঁ ভৱানীপুৰীয়া গোপাল আতা নামেৰে খ্যাত হৈছিল। ভৱানীপুৰত থকা কালতে হেণ্ডুলাপুৰৰ বৰযদুমণি, আঁহতগুৰিৰ শ্ৰীৰাম বিপ্ৰ, গজলাৰ সৰুযদুমণি, নগৰীয়াৰ সনাতন, কাথপাৰৰ পুৰুষোত্তম, দহঘৰৰ নাৰায়ণ আদিয়ে তেওঁৰ ওচৰত শৰণ লয়। তেওঁ পিছত কেইমাইলমান ওচৰৰ কালজাৰত ভৱানীপুৰ এৰি আহি সত্ৰ পাতে।[১] তাত ভৱানীপুৰীয়া আতাৰ ওচৰলৈ আহি ইকৰাজানৰ সন্ন্যাসী ৰামচন্দ্ৰ আতা, মায়ামৰা-খ্যাত বৰগুৰু কৃষ্ণ আতা আৰু অনিৰুদ্ধদেৱ, খৌৰামোচৰ-খ্যাত ৰামচন্দ্ৰ আতা, চৰাইবাৰীৰ মুৰাৰী আতা, দলেপোৰ সনাতন আদি উজনিৰ পৰা অহা বহুতে শৰণ লয়।[২] ইয়াতে ভৱানীপুৰীয়া গোপাল আতাৰ দেহান্ত হয়। "**ভৱানীপুৰীয়া আতাৰ পৰা আজ্ঞা লৈ যিসকল সত্ৰ হ'ল সিসকলক কাল-সংহতি বোলা হয়।**" নিজ ভৱানীপুৰ, কালজাৰ, পোৰাভঁৰাল আৰু জোৰাবৃদি এই কেইখনিকে ভৱানীপুৰীয়া গোপাল আতাৰ চাৰিসত্ৰ বুলি কামৰূপত কোৱা হয়।

ওপৰত উল্লেখিত ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞাপৰ শিষ্যসকলে উজনি অসমলৈ গৈ নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ চাৰিটি সংহতিৰ অন্যতম হ'ল কালসংহতি। **এই সংহতিভুক্ত সত্ৰৰ সংখ্যা বুজন পৰিমাণৰ আৰু সৰহভাগেই হ'ল উজনি অসমত। শিষ্য-শৰণীয়াসকলৰো সৰহ অংশই হ'ল অনা-বৰ্ণহিন্দু।**

বৰ্তমান বৰপেটা জিলাৰ ভৱানীপুৰ আৰু কালজাৰত থকা শ্ৰীগোপালদেৱৰ সত্ৰ দুখনি শ্ৰীদামোদৰদেৱৰ প্ৰয়াণৰ পিছত নৱবৈষ্ণৱ ধৰ্মৰ উল্লেখযোগ্য কেন্দ্ৰ হৈ পৰিছিল। শ্ৰীগোপালদেৱৰ ওচৰত শৰণ লৈ আগতে কোৱা ধৰ্মপ্ৰচাৰকসকলে উজনিলৈ গৈ ধৰ্মপ্ৰচাৰ কৰিছিল। এওঁলোকে প্ৰচাৰ কৰা ধৰ্মটোৰ কিছু সুকীয়া বৈশিষ্ট্য থকা বাবে বা ধাৰাটোৰ

স্বকীয়তা ৰ বাবে 'কালসংহতি' বুলি নাম পায়। অৱশ্যে কালক্ৰমত এই ধাৰাটোৰ তথা কালসংহতিৰ মাজতো স্থলভেদে, জনভেদে আৰু প্ৰচাৰকভেদে বিশেষ বিশেষ উপ-ধাৰাৰ সৃষ্টি হয়।

ব্ৰহ্মসংহতি আৰু পুৰুষসংহতিয়ে শ্ৰীমাধৱদেৱক গুৰুজনাৰ স্থান নিদিয়ে। কালসংহতিয়ে নিকাসংহতিৰ দৰে শ্ৰীমাধৱদেৱক গুৰুজনাৰ মৰ্যাদা দিয়ে। কালসংহতিয়ে শ্ৰীগোপালদেৱকো গুৰুজনাৰ মৰ্যাদা দিয়ে। "কালসংহতিৰ সত্ৰসমূহত শঙ্কৰ, মাধৱ, গোপালক অভেদ্য ত্ৰিমূৰ্তি বোলা হয়— শঙ্কৰ ধৰ্মমূৰ্তি, মাধৱ পূৰ্ণমূৰ্তি, গোপাল পৰিপূৰ্ণ মূতি বা পূৰ্ণ বস্তু।[৩]

শ্ৰীগোপাল আতা আৰু তেওঁৰ শিষ্যসকলে কেবাখনো পুথি, নাট আৰু গীত ৰচিছিল।[৪]

শ্ৰীগোপাল আতাৰ জন্ম ১৪৬৩ শক (খ্ৰীঃ ১৫৪১) আৰু প্ৰয়াণ ১৫৩৩ শক (খ্ৰীঃ ১৬১১)।

শ্ৰীগোপালদেৱ (ভৱানীপুৰ-কালজাৰ) আতাৰ যি কেইগৰাকী শিষ্যই পৰৱৰ্তী কালত নব-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ ক্ষেত্ৰত উল্লেখযোগ্য ভূমিকা লয় তাৰ ভিতৰত শ্ৰীঅনিৰুদ্ধদেৱ, শ্ৰীযদুমণি (বৰ), শ্ৰীযদুমণি (সৰু) আদি প্ৰধান। এওঁলোকৰ পৰা বঢ়া সত্ৰপ্ৰণালীৰ মাজেৰে উজনি অসমত কালসংহতিভুক্ত সত্ৰ আৰু শিষ্যৰ সংখ্যা বহু বিস্তাৰ হয়। এনে বিস্তাৰ ঘাইকৈ অনা-হিন্দু পৰম্পৰাৰ জনগোষ্ঠীৰ মাজত ঘটিছিল আৰু এনেদৰে নৱবৈষ্ণৱ ধৰ্মৰ মাজলৈ ইয়ে জনজাতি, অৰ্ধ-জনজাতি আৰু পিছপৰা জাতিৰ জনগোষ্ঠীক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল।

শ্ৰীগোপালদেৱ আতাৰ পুত্ৰসকলেও ধৰ্মপ্ৰচাৰ কৰিছিল। তেখেতসকলৰ সত্ৰ— ১। যাদবানন্দ (ডৌকাচাপৰি সত্ৰ) ২। মাধৱানন্দ (আমগুৰি সত্ৰ) ৩। দৈৱকীনন্দন (কলাকাটা সত্ৰ) ৪। স্বৰূপানন্দ (নাচনিপাৰ সত্ৰ) ৫। ৰমানন্দ (হেমাৰবাৰী সত্ৰ)।[৫]

গোপালআতাৰ আজ্ঞাপৰ ধৰ্মপ্ৰচাৰক আৰু সত্ৰবোৰ— ১। শ্ৰীৰামদেৱ (কালজাৰ সত্ৰ) ২। ৰামচন্দ্ৰ (খোৰামোচৰ) ৩। পৰমানন্দ (হাবুংসত্ৰ) ৪। পুৰুষোত্তম (কাথপাৰা সত্ৰ) ৫। সন্যাসীগুৰু ৰামাচৰণ (ইকৰাজনা সত্ৰ) ৬। পূৰ্ণানন্দ বৰগুৰু ৭। সৰু যদুমণি (গজলা সত্ৰ) ৮। নাৰায়ণ (দহঘৰীয়া সত্ৰ) ৯। সনাতন (নগৰীয়া সত্ৰ) ১০। মুৰাৰি (চৰাইবাহী সত্ৰ) ১১। বৰযদুমণি (বাঁহবাৰী সত্ৰ) ১২। শ্ৰীঅনিৰুদ্ধদেৱ (মায়ামৰা সত্ৰ)।[৬]

ইয়াৰ লগত এইজনা ধৰ্মপ্ৰচাৰকৰ ওপৰত ভেটি কৰি আৰু আন এটা টোকা সংযোজন কৰা হ'ল।

**সূত্ৰ নিৰ্দেশ ঃ**


১। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (৩য় সং), ভৱানীপুৰ সত্ৰ

২। ঐ — কালজাৰ সত্ৰ

৩। ড° মহেশ্বৰ নেওগ, *ভক্তিগীত সংকলন,* পৃঃ ৯০-৯৬

৪। ঐ ঐ

৫। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপী কায়স্থ সমাজৰ ইতিবৃত্ত,* পৃঃ ১০২

৬। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (৩ য় সং) পৃঃ ১৫০

# ভৱানীপুৰীয়া গোপাল আতা

**সংযোজন**

নৱবৈষ্ণৱ ধৰ্মৰ যিটো ধাৰাই ৰাষ্ট্ৰৰ স'তে প্ৰত্যক্ষ আৰু সশস্ত্ৰ সংগ্ৰামত-সংঘাতত লিপ্ত হ'ব লগা হৈছিল সেই ধাৰাটোৰ নাম আছিল মোৱামৰীয়া বা মায়ামৰা। এই মায়ামৰা তথা মোৱামৰীয়া সত্ৰৰ গুৰিয়াল আছিল শ্ৰীঅনিৰুদ্ধ দেৱ। তেওঁৰ গুৰু আছিল ভবানীপুৰীয়া শ্ৰীগোপাল আতা। ভনীপুৰীয়া বা ভৱানীপুৰীয়া গোপাল আতাৰ মূল সত্ৰ আছিল কালঝাৰ ভবানীপুৰত। কালঝাৰ বৰ্তমান বৰপেটা জিলাৰ অন্তৰ্গত নেশ্যনেল হাইৱে'ৰ গাতে লগা। শ্ৰীগোপাল আতাৰ পৰা বঢ়া নৱ-বৈষ্ণৱ ধৰ্মৰ ধাৰাটো কালসংহতি নামে পৰিচিত।

শ্ৰীগোপালদেৱ অসমৰ নৱ-বৈষ্ণৱ ধৰ্মপ্ৰাণসকলৰ সমাজখনত ভনীপুৰীয়া বা ভৱানীপুৰীয়া গোপাল আতা নামেৰে শ্ৰদ্ধাৰে খ্যাত। তেখেতে শ্ৰীমাধৱদেৱৰ ওচৰত শৰণ লৈছিল; সম্ভেদ মতে তেখেতৰ জন্ম আনুমানিক খ্ৰীঃ ১৫৪১ আৰু তিৰোভাৱ খ্ৰীঃ ১৬১১।

আমি তেখেতৰ বিষয়ে চৰ্চা কৰাৰ আগতে সমকালীন অসম উপত্যকাৰ সামাজিক পৰিস্থিতি সম্পৰ্কে বুজ লোৱাটো উচিত হ'ব। ১৫শ, ১৬শ আৰু ১৭শ শতিকাৰ অসম উপত্যকাৰ জন-সমাজ বহুধা বিভক্ত আছিল। এনে বৈচিত্ৰ অকল ৰাজনৈতিক ক্ষেত্ৰতেই নহয়, অৰ্থনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰতো বিৰাজ কৰিছিল। বিভিন্ন জনজাতি (একোটা জনজাতিৰ মাজতো কেবাটাও গোষ্ঠী), উপজাতি বা জনসমষ্টিয়ে নিজৰ নিজৰ গোষ্ঠীৰ মাজতো আবদ্ধ আছিল। আনকি পুব বা পশ্চিম (ভাটিৰ) পিনৰ পৰা ছেগাচোৰোকাকৈ বা দলবান্ধি আহি ইয়াত বসতি কৰাসকলেও নিজৰ নিজৰ ভাগে থাকিছিল। এনে গোষ্ঠী বা গোট তথা সমাজবোৰৰ ৰীতি-নীতি জীৱনবোধ, জীৱন-প্ৰণালী আদিও সুকীয়া আছিল। সংশ্লেষণৰ (assimilation) প্ৰক্ৰিয়া ধীৰ গতিৰ আৰু আটকীয়া আছিল। বেহা-বেপাৰ, উৎপাদনী ব্যৱস্থা তথা পণ্য উৎপাদনৰ মাজেৰে আদান-প্ৰদানৰ যোগাযোগ যিদৰে কম আছিল, তেনেদৰে এটা শক্তিশালী উন্নত ৰাষ্ট্ৰ ব্যৱস্থাও নাছিল বুলিব পাৰি। এনেকুৱা পৰিৱেশ-পৰিস্থিতি সংশ্লেষণৰ কাৰক হিচাপে নেতিবাচক আছিল। অৱশ্যে একে ধৰণৰ এনে পৰিস্থিতি অসম উপত্যকাৰ ইমূৰৰ পৰা সিমূৰলৈ কতো নাছিল।

অতীজৰে পৰা অসমৰ সৈতে ভাটিদেশ তথা উত্তৰ-ভাৰতৰ যোগাযোগ আছিল। এনে যোগাযোগে উত্তৰ ভাৰতৰ পৰা চীন দেশলৈ অসম উপত্যকাৰ ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ কূলেৰে থকা বাণিজ্য পথে বঢ়াইছিল বুলি বহুতে মত প্ৰকাশ কৰে। ঠায়ে ঠায়ে হিন্দু উপনিৱেশ থকা কথাটোৰ ইংগিত পৰশুৰামকুণ্ড, মালিনীথান, বিশ্বনাথ, মহাভৈৰৱ

(তেজপুৰ), গুৱাহাটীৰ আশে-পাশে থকা তীর্থস্থান আদিয়ে দিয়ে। সেয়েহে চুতীয়া সভ্যতাৰ মান অপেক্ষাকৃতভাৱে উন্নত আছিল। বাৰভূঞাসকলেও আহি বর্তমানৰ শোণিতপুৰ আৰু লখিমপুৰ জিলাৰ বহু ঠাইত খোপনি লৈছিল। ৰাজনৈতিক ঘটনায়ো আদান-প্রদান যোগাযোগ তথা সংশ্লেষণৰ ক্ষেত্রত অৰিহণা যোগায়। শ্ৰীশঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰ কামৰূপলৈ আহিছিল ৰাজ আজ্ঞা অনুসৰিহে। শ্ৰীমন্তশঙ্কৰদেৱেও কামৰূপলৈ ভটিয়াইছিল ৰাজনৈতিক বিৰূপ পৰিস্থিতিত। ১২৪০-৪৫ খ্রীঃত গৌড়ৰ ৰজাই উজনিৰ চুতীয়া ৰাজ্য আক্রমণ কৰিছিল। ষোড়শ শতিকাৰ প্রথম ভাগৰে পৰা আহোম ৰাজশক্তিৰ আক্রমণ হয়। চুচেংফা স্বর্গদেউৰ দিনত ভূঞাসকলক মৰঙি— আলি আদিত আহোম ৰাজ্যৰ দক্ষিণ অঞ্চলত আনি সিঁচৰতি কৰি বহায়। আনহাতে ভূঞা আধিপত্য থকা আৰু চুতীয়া ৰাজ্যৰ পৰাও সেই ঠাইৰ সমাজ গাঁথনিত থকা বৃত্তিয়াল (সোণাৰি, কঁহাৰ আদি) সকলকো আনি আহোম ৰাজত্বৰ ঘাই অঞ্চলত বহুৱায়। স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত খেল-পাইক প্ৰথা প্রবর্তন হোৱাত এনে ভূঞা আৰু বৃত্তিয়ালসকলকো এনে সমাজ ব্যৱস্থাত সামৰি লয়।

কোচ ৰাজশক্তি সবল হোৱাত আহোম ৰজা সজাগ হৈছিল আৰু ভূঞাসকলক ভাটিৰ ৰাজশক্তিৰ ফলীয়া বুলি সন্দেহ কৰিছিল। ভূঞাসকলেও কোচ ৰাজশক্তিৰ পিনে আকর্ষিত হৈছিল। দৈত্যাৰি ঠাকুৰ ৰচিত গুৰু চৰিতত আছে—

নৰনাৰায়ণ নামে আছে এক ৰাজা। তাৰ ৰাজে যাইবে মন সমস্ত প্ৰজাৰ।।
পৰম পণ্ডিত ধৰ্মপন্থে পালে প্ৰজা। সেহি সময়ত নাৰায়ণ ৰাজা।।
শুক্লধ্বজ নামে তানে ভাই শোভয়ন মাৰিবে অসম ৰাজ্য সাজি লৈ প্ৰজা।।
ধুঞাহাটা হন্তে শুনে লোক সমস্তয়। আগন্থুৱা লোক পাচে কৰি বাৰ্তা দিলা।।
গীত কবিতা গুণ শুনয় ৰাজাৰ। আপোন ইচ্ছায়ে লোক সমস্তে আসিলা।।, ইত্যাদি

এনেকুৱা অৱস্থাত বহুতো ভূঞাই নৰনাৰায়ণ ৰজাই আহোম ৰাজ্য আক্ৰমণ কৰা সময়ৰ আগতে আৰু পিছতো কোচ ৰাজ্যলৈ ভটিয়ায়। গতিকে যি পৰিস্থিতিৰ তাড়নাত শ্ৰীমন্তশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আদিয়ে মাজুলীৰ পৰা কামৰূপলৈ ভটিয়াইছিল সেই একে কাৰণতে কামেশ্বৰ ভূঞাৰ পুত্ৰ, আমাৰ আলোচ্য শ্ৰীগোপালদেৱেও বা তেখেতৰ পিতৃ পৰিয়ালেও কামৰূপলৈ ভটিয়াইছিল।

শ্ৰীগোপালদেৱ তথা ভৱানীপুৰীয়া আতাই বসতিৰ স্থান বাছি লৈছিল বর্তমান বৰপেটা জিলাৰ ভৱানীপুৰ কালঝাৰ অঞ্চলক। এই ঠাইৰ পৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ পাটবাউসী বা শ্ৰীমাধৱদেৱৰ সুন্দৰীদিয়া, গণককুছি আৰু বৰপেটাৰ দূৰত্ব সাত মাইল-আঠ মাইলৰ। পথ বা জলপথৰে এই থানবোৰৰ মাজত যাতায়াত যোগাযোগৰ সুচল আছিল। প্ৰাপ্ত সম্ভেদমতে শ্ৰীগোপালদেৱৰ লগত বৃত্তিয়াল বহুতো আহিছিল।

শ্ৰীমন্তশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱতকৈ শ্ৰীগোপালদেৱ বয়সত সৰু। শ্ৰীমন্তশঙ্কৰদেৱ কামৰূপলৈ অহা সময়ত শ্ৰীগোপালদেৱৰ বয়স দুই বছৰ মানহে হ'ব। গতিকে শ্ৰীগোপালদেৱে তেখেতত শৰণ লৈ শ্ৰীমন্তশঙ্কৰদেৱৰ দর্শন লাভ কৰিলেও ধৰ্ম জগতত সোমাবলৈ নহ'ল। তেখেতে ধৰ্ম গ্ৰহণ কৰিছিল শ্ৰীমাধৱদেৱৰ পৰা। শ্ৰীমাধৱদেৱৰ আবিৰ্ভাৱ ১৪৯২ খ্ৰীঃ, তিৰোভাৱ ১৫৯৬ খ্ৰীঃ। শ্ৰীমাধৱদেৱে জীৱনৰ শেষৰ দুই বছৰমান কোচবেহাৰত আছিল

গুণে শ্ৰীগোপালদেৱ বা ভৱানীপুৰীয়া গোপাল আতাৰ ভৱানীপুৰ আৰু কালঝাৰ (দুয়োখন ঠাই ওচৰা-উচৰি) নৱ-বৈষ্ণৱী ধৰ্ম চৰ্চাৰ মুখ্য স্থান হৈ পৰিছিল। শ্ৰীমাধৱদেৱৰ তিৰোধানৰ পিছৰ পোন্ধৰ বছৰ শ্ৰীগোপালদেৱৰ গুৰুত্ব আৰু সন্মান বৃদ্ধি পোৱাৰ লগতে তেওঁ নৱ-বৈষ্ণৱসকলৰ মাজত অতি প্ৰিয়পাত্ৰ হৈ পৰিছিল। তেখেতক অতি সন্মান আৰু আদৰেৰে সকলোৱে ভনীপুৰীয়া বা ভৱানীপুৰীয়া গোপাল আতা বুলি আখ্যা দিছিল। নৱ-বৈষ্ণৱ সমাজত তিনি গৰাকী গোপাল নামৰ মান্য গুৰু আছিল। এগৰাকী গোপাল— যাক শ্ৰীবংশীগোপালদেৱ বুলি জনা যায় আৰু আন গৰাকী গোপাল— যাক শ্ৰীমাধৱদেৱে শ্ৰীমথুৰাদাস নাম দিয়াৰ পিছত শ্ৰীমথুৰাদাস বুঢ়া আতা (বৰপেটা সত্ৰৰ) নামেৰে খ্যাত হয়, অন্যতম গৰাকী আমাৰ আলোচ্য গৰাকী।

ভৱানীপুৰীয়া গোপাল আতা সংসাৰী আছিল। তেখেতৰ দুই পুত্ৰ— কমললোচন আৰু দামোদৰ। দামোদৰৰ শিশুকালতে মৃত্যু হয়; কন্যা এগৰাকী— নাম পদ্মপ্ৰিয়া। ধৰ্মজগতত পদ্মপ্ৰিয়া খ্যাত হৈ পৰিছিল।

ভৱানীপুৰীয়া গোপাল আতা ভৱানীপুৰতে থকা সময়ত গজলীয়াৰ সৰু যদুমণি, নগৰীয়াৰ সনাতন, কাথপাৰাৰ পুৰুষোত্তম, বাঁহবাৰীৰ বৰ যদুমণি, আইতগুৰিৰ শ্ৰীৰাম আৰু দহঘৰৰ নাৰয়ণ আদি আতৈসকলে তেখেতৰ ওচৰত শৰণ লৈছিল। কালঝাৰত সত্ৰ পতাত ইকৰাজানৰ সন্ন্যাসী ৰামচন্দ্ৰ আতা, বৰগুৰু কৃষ্ণ আতা, মায়ামৰা খ্যাত অনিৰুদ্ধদেৱ, খৌৰামোচৰৰ ৰামচন্দ্ৰ বুঢ়া আতা আদিয়েও এনেদৰে শৰণ লয়।

ভৱানীপুৰীয়া গোপাল আতাই নিজে পাতি যোৱা সত্ৰ হ'ল ভৱানীপুৰ, কালঝাৰ, পোৰাভৰাল আৰু জোৰাৰদি (আটাইকেইখন অবিভক্ত কামৰূপ জিলাৰ)। এই 'চাৰিসত্ৰ' 'ভাটী আতা' শ্ৰীৰামদেৱ শিষ্যৰ হাতত দি যায়। পুত্ৰ কমললোচনে উজনিলৈ গৈ বৰ আতা যদুমণিৰ আশ্ৰয়ত বৈ ডৌকা চাপৰিত সত্ৰ পাতে। ডৌকা চাপৰি, আমগুৰি, কলাকাটা, ধোপাবৰ শ্ৰীগোপালদেৱৰ পুত্ৰ নাতিসকলৰ সত্ৰ।

ওপৰত উল্লেখ কৰা শিষ্যসকলে উজনিত সত্ৰ পাতি ধৰ্ম বিস্তাৰ কৰিছিল। এনেদৰে শ্ৰীগোপালআতাৰ বংশধৰ আৰু শিষ্যসকলে পতা সত্ৰ, কামৰূপত নিজে পতা সত্ৰকেইখনৰ বাহিৰেও নগাঁও জিলাত ১৫ খন (অবিভক্ত জিলা) মূল সত্ৰ আছে। এই সকলোবোৰ কাল-সংহতিৰ অন্তৰ্ভুক্ত।

ভৱানীপুৰীয়া গোপাল আতাৰ থান কালঝাৰ সত্ৰ একালত বিশেষকৈ শ্ৰীমাধৱদেৱ কোচবেহাৰলৈ যোৱা আৰু তাতেই তিৰোধান হোৱাৰ পিছত নৱবৈষ্ণৱ ধৰ্ম চৰ্চাৰ মুখ্যকেন্দ্ৰ হৈ পৰিছিল। সেয়ে কালঝাৰতে তিৰোধান হোৱা শ্ৰীগোপালদেৱৰ বংশধৰ আৰু শিষ্যসকলৰ পৰা বঢ়া সত্ৰসমূহক কালসংহতিৰ সত্ৰ বুলি ধৰা হয় বোলা কথাটো গ্ৰহণযোগ্য বুলি ধাৰণা কৰিব পাৰি।

ভৱানীপুৰীয়া গোপাল আতাই "শংকৰ-মাধৱ অভেদ ঈশ্বৰ, গুৰু নাহি দুইত পৰ" বুলি মানিছিল। ব্ৰহ্ম-সংহতি আৰু পুৰুষ-সংহতিৰ গুৰি শ্ৰীদামোদৰদেৱ বা শ্ৰীপুৰুষোত্তম ঠাকুৰে শ্ৰীমাধৱদেৱক গুৰুৰ মৰ্যাদা দিয়া নাছিল। এই দিশৰ পৰা ভনীপুৰীয়া গোপাল আতাৰ পৰা বঢ়া কাল-সংহতি আৰু শ্ৰীমাধৱদেৱৰ পৰা নিকা-সংহতিৰ মাজত মিল আছে।

যদিও অসম উপত্যকাৰ আয়তন বহু বিস্তৃত নহয় আৰু জনসংখ্যা আগতে সৰহ নাছিল, তথাপিও জনসংস্কৃতি বা সমাজৰ মাজত বৈচিত্ৰ অধিক আছিল। এনে জন-সমাজবোৰ ঠাইভেদে, ঐতিহ্যভেদে, সংস্কৃতিভেদে বেলেগ আৰু আচুতীয়াকৈ থকাৰ কথা আগতে উল্লেখ কৰা হৈছে। এই সকলোবোৰক নামধৰ্ম তথা নৱবৈষ্ণৱ ধৰ্মৰ আওঁতালৈ আনি একেখন সমাজভুক্ত কৰাত ধৰ্ম প্ৰৱৰ্তক আৰু প্ৰচাৰকসকলৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ। সাম্প্ৰতিক কালৰ দুই এটা উদাহৰণেৰে কথাটো বুজাত সহায় হ'ব। নগাভূমি, মিজোৰাম আদিৰ অধিবাসীক আমি দূৰৈৰ পৰা একেটা মুঠৰ বুলি ধৰিলেও তাৰ অধিবাসীৰ মাজত ভাষা আৰু জাতি (গোট) বহুতো আছিল। আনকি এটা খেলে আনটোক শত্ৰু জ্ঞান কৰিছিল। **এই সকলো বিভিন্নতা-বৈচিত্ৰ্যক একে অভিমুখী কৰি বৃহত্তৰ নগাজাতি বা মিজোজাতি গঠন কৰাত খ্ৰীষ্টিয়ান মিছনাৰীৰ ভূমিকা অনস্বীকাৰ্য। নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰকসকলেও একেটা ভূমিকাকে পালন কৰা বুলি ধৰিব পাৰি।**

কাল-সংহতিৰ মোৱামৰীয়া ভাগৰ জনপ্ৰিয়তা একালত ইমান বেছি হৈছিল যে সত্ৰ আৰু গুৰুক আগত লৈ ৰজাঘৰীয়া নিপীড়ন আৰু লাঞ্ছনাৰ বিৰুদ্ধে কেবাবাৰো প্ৰচণ্ড ৰাজবিদ্ৰোহ এচাম প্ৰজাই কৰিব পাৰিছিল।

থলভেদে, জনভেদে একেটা ধৰ্ম বা একেটা সংহতিৰ সত্ৰবিলাকৰ শিষ্যৰ মাজত আচাৰ-নীতি স্বাভাৱিকতে বেলেগ বেলেগ হয়— ই অতি স্বাভাৱিক কথা। কাৰণ পূৰ্বাপৰৰ ৰীতি-নীতি, বিশ্বাস, জীৱনবোধ, অভ্যাস তথা সামাজিক প্ৰথা আদি নতুন ধৰ্মমত গ্ৰহণ কৰাৰ লগে লগে ইয়াক বৰ্জন কৰাও টান। আকৌ এনেবোৰ থলভেদে বেলেগ আছিল— বিশেষতঃ মানুহৰ মাজৰ আদান-প্ৰদান যোগাযোগ সেই কালত সিমান বেছি নাছিল। নৱ বৈষ্ণৱ ধৰ্মৰ সংহতি বিভাজন আনকি একেটা সংহতিৰ মাজৰ সত্ৰৰ ওপৰতো এনে জনভেদ আৰু থলভেদৰ প্ৰভাৱ আছিল। শ্ৰীগোপালদেৱৰ কাল-সংহতিও ইয়াৰ ব্যতিক্ৰম নহয়।

উদাহৰণ স্বৰূপে জনজাতি বা উপ-জাতিৰ (আগতে হিন্দু সমাজত নথকা) লোকে নগাঁও বা কামৰূপত নৱবৈষ্ণৱ ধৰ্মত শৰণ ল'লে— পোনতে শৰণীয়া কোচ তথা সৰুকোচ আৰু ক্ৰমাৎ বৰকোচ শ্ৰেণীত উত্তৰণ হৈছিল আৰু আগৰ জাতি বা গোষ্ঠী পৰিচয়ৰ পৰা বিমুক্ত হৈছিল। কিন্তু উজনি অসমত, শৰণ লৈ এনেদৰে ধাপে ধাপে উত্তৰণৰ প্ৰয়োজন নাছিল। আহোম, মৰাণ, চুতীয়া, সোনোৱাল, কছাৰী আদি উপজাতি বা জনজাতি পৰিচয়ৰ পৰা বিচ্ছিন্ন হৈ নতুন কুল পৰিচয় গ্ৰহণ কৰাৰ প্ৰয়োজন নাছিল। এই কথা আটাইকেইটা সংহতি বা সকলো সত্ৰৰ ক্ষেত্ৰতে প্ৰযোজ্য।

# শ্ৰীবংশীগোপালদেৱ

শ্ৰীবংশীগোপালৰ পিতামহ হৰিবৰ বৰদোৱাৰ সমীপৰ ব্যাঘ্ৰপিণ্ডা গাঁৱৰ মুখিয়াল আৰু পণ্ডিত অগ্ৰণী লোক আছিল। তেওঁ কেবাখনো গ্ৰন্থ (মহাভাৰত আৰু ৰামায়ণৰ কাহিনীৰ পৰা) লিখিছিল। 'হৰিবৰ বিপ্ৰৰ মাজু পুত্ৰৰ নাম ধৰ্মাই। কোচ-আহোমৰ ৰণত বৰদোৱা আদি ঠাই আহোমৰ কৰতলগত হ'লত সেই অঞ্চলৰ কিছুমান ভূঞা বা ভূঞাসকলৰ লগত থকা প্ৰজাক ৰাজঘৰে উজনিলৈ লৈ যায়। ধৰ্মাই তথা বলদেৱেও উত্তৰ লখিমপুৰৰ ওচৰৰ মালীপুৰলৈ যায়। তাতে ১৫৪৮ খ্ৰীঃত বলদেৱৰ পুত্ৰ গোপালৰ জন্ম হয়। গোপালেও মুদৈৰ নাৱত বেপাৰ কৰি ধন ঘটিবলৈ ভটিয়াওঁতে পাটবাউসীত শ্ৰীশঙ্কৰদেৱৰ লগত দেখা হয়। শ্ৰীশঙ্কৰদেৱে গোপালক পিছত ধৰ্ম ল'বলৈ উপদেশ দিছিল।[১] গোপালে বাঁহী বজাই ফুৰিছিল গুণে বংশীগোপাল নাম থোৱা হয়। কিছু বছৰৰ পিছত তেওঁ 'শ্ৰীভাগৱত শাস্ত্ৰ-শঙ্কৰৰো মত' গ্ৰহণ কৰিবলৈ পাটবাউসীলৈ আহে; শ্ৰীদামোদৰদেৱৰ ওচৰত আনুষ্ঠানিকভাৱে শৰণ লয় আৰু শ্ৰীমাধৱদেৱৰ লগত থাকি সাত বছৰ কটায়।

দামোদৰ চৰণক প্ৰণামি গোপালদেৱ
মাধৱৰ স্থানক গৈলন্ত।
আনন্দ কৰিয়া আতি হৰি কথা দিনে ৰাতি
প্ৰসংগ কৰিয়া ৰহিলন্ত।।

\+ + +

পুনু পুন সুধি লৱে আনন্দে মাধৱে কয়
শ্ৰীশঙ্কৰৰ ধৰ্মনীতি।
অন্যো অন্যো দুইহন্তৰ ৰহস্য বিশ্বাস কথা
কহি শুনি নখণ্ডে তৃপিতি।।

\+ + +

এহি মতে মাধৱৰ দেৱ বংশীগোপালৰ
এক সংগে সপ্তম বৎসৰ।
বহি গৈল আনন্দতে কৃষ্ণ কথা প্ৰসংগত
মহা সুখ মিলন্ত মনৰ।।[২]

শ্ৰীবংশীগোপালদেৱ আৰু যদুমণিক, দুয়োকো শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱে ধৰ্মপ্ৰচাৰৰ বাবে আহোম ৰাজ্যলৈ পঠিয়ায়। "পাচে গুৰুজনে গোপাল যদুমণি দুইকে

বোলে অছম ৰাজ্যখনত ঃ গুৰুজন ভটিয়াতে ধৰ্মবস্তু লোপ হৈ আছে ঃ মোৰ পৰমগুৰু শ্ৰীশঙ্কৰদেউ কৈ গৈছে— ধুৰাহাটা বেলগাছে মদনগোপাল মূৰ্তি আছে ঃ লৈ দুও বিপ্ৰে গুৰু ধৰ্ম প্ৰচাৰ কৰাগৈ ঃ কিবা জীৱ লাগি সাৰেই ঃ এই ৰূপে আজ্ঞা কৈ গুজাই পঠালে।"[৩]

বংশীগোপালে নানা ঠাই ঘূৰি ফুৰি কাঁহীকুছিত (উত্তৰ লখিমপুৰ) ভূঞাসকলৰ পৃষ্ঠপোষকতাত পোনতে সত্ৰ পাতে। তাত অসুবিধা পাই কলাবাৰীত সত্ৰ পাতে, তাতো ডফলাৰ উৎপাতত ৰব নোৱাৰি ডেবেৰাপাৰত সত্ৰ পাতে। এই কাৰ্যত ভৰালী গোহাঁই আৰু সোন্দৰ গোহাঁই নামৰ দুজন আহোম বিষয়াৰ সহায় পায়। ইয়াতে শ্ৰীঅনিৰুদ্ধদেব আৰু বৰযদুমণিদেৱৰ লগত সংগ পায়। কিন্তু ৰাজনিগ্ৰহ আৰু ৰাজৰোষত পৰি পলাই লুকাই বেলেগ ঠাইত বাৰখন 'পলৰীয়া সত্ৰ' পতাৰ পিছত শেহত মাজুলীত কুৰুবাবাহী সত্ৰ পাতে। নিম্নোক্ত কেইখনো তেৰা আৰু তেৰাৰ অনুগামীসকলে পতা ঘাই সত্ৰ। বংশীগোপালদেৱ অকৃতদাৰ আছিল। মৃত্যুৰ আগতে তেওঁ ভাগৱত মিশ্ৰক ধৰ্মীয় উত্তৰাধিকাৰী পাতি থৈ যায়।

শ্ৰীবংশীগোপাল দেৱৰ পৰা বঢ়া সত্ৰ[৪] আৰু আজ্ঞাপৰ প্ৰচাৰকসকল

১। কুৰুবাবাহী সত্ৰৰ (মিশ্ৰদেৱ)
২। গড়মূৰ সত্ৰ (জয়হৰিদেৱ)
৩। আউনি-আটি সত্ৰ (নিৰঞ্জন দেৱ বা নিৰঞ্জন পাঠক)
৪। দেবেৰাপাৰ সত্ৰ (লক্ষ্মীদেৱ)
৫। নচাপৰি সত্ৰ (অৰ্জুনদেৱ)
৬। শ্ৰবনি সত্ৰ (গতিকান্ত)
৭। পৰু পুখুৰীয়া সত্ৰ (হৰিদেৱ)
৮। জখলাবন্ধা সত্ৰ (দামোদৰদেৱ)

**সূত্ৰ নিৰ্দেশ ঃ**


১। ৰামানন্দ দ্বিজ ৰচিত, *শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ ঃ* মহেশ্বৰ নেওগ সম্পাদিত, সম্পাদকৰ পাতনি
২। ঐ, ছেদ ১৬৫।১৬৬।১৬৭
৩। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ৪৮৭
৪। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপী কায়স্থ সমাজৰ ইতিবৃত্ত.* পৃঃ ১০১

# শ্ৰীনাৰায়ণদাস ঠাকুৰআতা

গুৱাহাটীৰ উত্তৰ পাৰে মালৌত নাৰায়ণদাস ঠাকুৰ আতাৰ জন্ম। তেৰাৰ পৰিয়ালটো আঢ্যৱন্ত গৃহস্থৰ, 'কৃষি-কৰ্ম আচৰি দাস-দাসী গোপ মহ পালি পাচি চৰাইছিল।'[১] ব্ৰহ্মপুত্ৰত নাও ডুবি সৰ্বস্বান্ত হৈ হালধা গাঁৱলৈ উঠি যায়। তাতেই বিয়াবাৰু কৰাই বসতি কৰিছিল। আহোমৰাজ্য, গাৰোপাহাৰ, ভোটান আৰু বংগদেশৰ মাজত বেহা-বেপাৰ কৰিছিল। সেই সময়ত নামনি অসমত চৈতন্যদেৱ প্ৰবৰ্তিত সোল্লনমীয়া বৈষ্ণৱ ধৰ্মৰ ঠায়ে ঠায়ে প্ৰভাৱ আছিল। সামাজিক বাধ্যবাধকতাত 'শোল্লনমিয়া' চৈতন্যৰ ধৰ্ম ল'বলৈ গুণা-গথা কৰোঁতে তাঙ্কৰ গুৰুৰু লগ পায় আৰু বৰপেটাৰ চুণপোৰাৰ্লে শ্ৰীমন্তশঙ্কৰদেৱৰ অহাৰ আৰু তেৰাৰ গুণ-গৰিমাৰ কথা শুনি তালৈকে গৈ নৱ-বৈষ্ণৱ ধৰ্মত শৰণ লয়। সম্ভৱত কামৰূপত শ্ৰীমন্তশঙ্কৰদেৱত শৰণ লোৱা তেৱেঁই প্ৰথম প্ৰধান শিষ্য আছিল।

তেখেতৰ পিতৃদত্ত নাম ভবানন্দ, শ্ৰীমন্তশঙ্কৰদেৱে 'নাৰায়ণদাস' নামটি দিছিল। তেওঁ শ্ৰীমাধৱদেৱৰ সতে সখি সম্বন্ধ কৰিছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ নাতি দুগৰাকীক ধৰ্মীয় গুৰু পতাত শ্ৰীনাৰায়ণদাস ঠাকুৰ আতাৰ ভূমিকা আছিল। শ্ৰীপুৰুষোত্তম ঠাকুৰে (শ্ৰীমন্তশঙ্কৰদেৱৰ নাতি) ধৰ্মগুৰুৰ ভূমিকা লোৱাৰ পিছত শ্ৰীনাৰায়ণদাস ঠাকুৰ আতাৰ গাঁও জনীয়ালৈ আহি সত্ৰ পাতে।

শ্ৰীনাৰায়ণদাস ঠাকুৰ আতা শ্ৰীমন্তশঙ্কৰদেৱৰ বৰ প্ৰিয় শিষ্য আছিল। ধৰ্মবিস্তাৰৰ ক্ষেত্ৰত তেখেতে শ্ৰীমাধৱদেৱ আৰু শ্ৰীপুৰুষোত্তম ঠাকুৰক সহায় কৰিছিল আৰু নিজেও সত্ৰ স্থাপন কৰিছিল। শ্ৰীনাৰায়ণদাস ঠাকুৰ আতাৰ দ্বাৰা স্থাপিত আৰু তেখেতৰ পৰা বঢ়া প্ৰধান সত্ৰ হ'ল— বাৰাদি, মইনবৰি, জনীয়া।

**সূত্ৰ নিৰ্দেশ ঃ**

১। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা*

২। D.S.N. Sarma, *Neo-Vaishnavite Movement and the Satra Institution of Assam.* (List of Satras)

# শ্ৰীপুৰুষোত্তম আৰু শ্ৰীচতুৰ্ভুজ

শ্ৰীমন্তশঙ্কৰদেৱৰ প্ৰয়াণৰ পিছত ৰ'ল তেওঁৰ পুত্ৰ ৰামানন্দ আৰু হৰিচৰণ। নুমলীয়া পুত্ৰ কমললোচন শ্ৰীশঙ্কৰদেৱৰ জীৱিত কালতেই প্ৰয়াত হয়। ৰামানন্দই ধৰ্মপ্ৰচাৰৰ দিশলৈ নগ'ল। শ্ৰীশঙ্কৰৰ পত্নী কালিন্দী আই এই দুই পুত্ৰৰ সৈতে পাটবাউসীতেই আছিল। তাতে এই দুজন পুত্ৰৰ প্ৰয়াণ হয়।

ৰামানন্দৰ পুত্ৰ পুৰুষোত্তম ঃ জন্ম ৭ ফাগুন ১৪৮৩ শক বা ১৪৮৩ শক বা খ্ৰীঃ ১৫৬১ আৰু হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজ ঃ জন্ম ঃ ১৫১৭ শক বা খ্ৰীঃ ১৫৯৫।

শ্ৰীমন্তশঙ্কৰদেৱৰ পত্নী কালিন্দী আইৰ সৈতে এওঁলোকৰ মাকসকলকো শ্ৰীমাধৱদেৱে সুন্দৰীদিয়ালৈ আনি নিজ তত্বাৱধান কৰে। আইসকলৰ সুন্দৰীদিয়াতে পৰলোক হয়। কালত পুৰুষোত্তম ঠাকুৰ পাটবাউসীলৈ আহে।* খ্ৰীঃ ১৬১৯ ত একুৰি সাত বছৰ বয়সত জনিয়া গাঁৱলৈ আহি (বৰপেটাৰ ওচৰৰ পাঁচ মাইল পশ্চিমে) ঘৰবাৰী কৰি ছয়বছৰ থাকে। এই জনিয়া গাঁৱতে শ্ৰীমন্তশঙ্কৰদেৱৰ অন্যতম শিষ্য নাৰায়ণদাস ঠাকুৰ আতাৰ বসতি আছিল। জনিয়াৰপৰা সপৰিয়ালে কোচবেহাৰৰ (ভেলাডোবাৰত) মধুপুৰ সত্ৰলৈ যায়। তাত আঢ়ৈ বছৰ থকাৰ পিছত দুকুৰি পোন্ধৰ বছৰ বয়সত বেজবৰুৱাৰ মতে ১৫৪১ শক (১৬১৯ খ্ৰীঃত) পৰলোক হয়।[১]

শ্ৰীপুৰুষোত্তমৰ সাত বছৰ বয়সত শ্ৰীমন্তশঙ্কৰদেৱৰ প্ৰয়াণ হয়। শ্ৰীমাধৱদেৱৰ তত্বাৱধানতে তেওঁই পঢ়ি-শুনি শিক্ষিত হয়। শ্ৰীপুৰুষোত্তমৰ তিনিগৰাকী পত্নীৰ কন্যাহে ৰ'ল, পুত্ৰ-সন্তান নৰ'ল। প্ৰথমা পত্নী ৰেৱতী আইৰ ফালৰ অনন্তপ্ৰিয়া আৰু দ্বিতীয়া পত্নী লক্ষীআইৰ ফালৰ কেশৱপ্ৰিয়া। জীয়ৰীৰ পিনৰ বংশধৰহে ৰ'ল। গুৰুচৰিত কথাত পোৱা যায় যে অমৃতাকৰদলৈৰ সভাত সমাজৰ গণ্যমান্য লোক আৰু শ্ৰীনাৰায়ণদাস ঠাকুৰ আতাৰ পৰামৰ্শত শ্ৰীমাধৱদেৱে যোল্ল বছৰীয়া শ্ৰীপুৰষোত্তমক ধৰ্মৰ শক্তি ভক্তি অৰ্পণ কৰে। এখেতে জনিয়াত থাকোতে বাৰজনক মহন্ত পাতে (এলেঙিৰ বাপুকৃষ্ণ, কুৰ্চুঙৰ কেশআতা, হালধিআটিৰ মুকুন্দ, বেঙেনাআটিৰ বাপু মুৰাৰি, শালমৰীয়া, কৃষ্ণাই, লাওকুছিৰ হৰিচৰণ, চিপহাৰ কৃষ্ণচৰণ ভাগৱতী পৰমানন্দ, গোমোথাৰ ৰামকৃষ্ণ, হোলোঙাগুৰিৰ গোপীগুৰু, চুঙাপাৰৰ কানাইবাপু, চমতিয়াৰ কামদেৱ, কাথৰপোৰ বাপুবনিয়া হৰিচৰণ, ফুলবাৰীৰ পৰশুৰাম আৰু কোবিয়াৰ বাপু কমললোচন)।

শ্ৰীপুৰুষোত্তম ঠাকুৰে শ্ৰীমাধৱদেৱক নিজৰ গুৰু বুলি স্বীকাৰ কৰা নাই। তেওঁ

---

* শ্ৰীমাধৱদেৱৰ জীৱন আলোচনা প্ৰসঙ্গত কিদৰে ১৬ বছৰ বয়সত ধৰ্মগুৰুৰ ভাৰ ললে সেই ঘটনাৰ কথা কোৱা হৈছে।

শ্ৰীমাধৱদেৱক মহন্তৰ মৰ্যাদাহে দিছিল। (শ্ৰীমন্তশঙ্কৰ হেন নামক ধৰিলা। সৎসংগে পীৰিতি দেখাই লোক নিস্তাৰিলা।। সেহি গুৰু ধৰ্ম ধৰি মাধৱ মহন্ত। দ্বাদশ বছৰ গুৰু সেৱা কৰিলন্ত।। *পাচত আঠাইছ বৰ্ষ ধৰ্ম প্ৰৱৰ্তাইলা। ভাদ্ৰকৃষ্ণ পঞ্চমীত বৈকুণ্ঠত গৈলা।।)*[২]

আনগৰাকী শ্ৰীশঙ্কৰৰ নাতি চতুৰ্ভুজ ঠাকুৰে সুন্দৰীদিয়াৰ পৰা গৈ ঘিলাজাৰি বা ঘৰসিয়াত আছিল। তাতে বিষ্ণুপুৰ সত্ৰ পাতে। তেওঁৰ তিনিগৰাকী ভাৰ্যা আছিল— কনকলতা, মুকুন্দপ্ৰিয়া আৰু দেৱহুতি। তেওঁ দুবাৰ তীৰ্থ-ভ্ৰমণৰ বাবে ভাটীলৈ গৈছিল। পিছৰ বাৰত গংগা নদীৰ পাৰত চৌৱন্ন বছৰ বয়সত (১৬৪৮ খ্ৰীঃ) তেখেতৰ পৰলোক হয়।[৩] চতুৰ্ভুজ ঠাকুৰে ভাৰ্যা কনকলতাক ধৰ্মবস্তু দি ভাগিনীয়েক দামোদৰক ধৰ্মীয় উত্তৰাধিকাৰী পাতি থৈ যোৱা বুলি জনায়। সেই সময়ত মোগল আক্ৰমণৰ আশংকাত আহোম ৰাজ্যলৈ কনকলতা আই ভাগিন দামোদৰে আহোম ৰজাঘৰৰ সহায়ত উজাই আহে। শ্ৰীমন্তশঙ্কৰদেৱে পৰিত্যাগ কৰি যোৱা বৰদোৱা উদ্ধাৰ কৰে আৰু শ্ৰীমন্তশঙ্কৰদেৱৰ পত্নী কালিন্দী আয়ে দি যোৱা তথ্যমতে পুৰণি ভেটি বাট-ঘাট বিচাৰি উলিয়ায়। বৰদোৱাত সত্ৰ পাতে।

শ্ৰীমন্ত শংকৰদেৱৰ সৰু নাতিৰ ভাগিন দামোদৰে। কনকলতা আইৰ দুই কন্যা সুভদ্ৰা আৰু ভৱপ্ৰিয়া। সুভদ্ৰাৰ পুত্ৰ অনন্তৰাম। দামোদৰ আতাৰ ইতিমধ্যে পৰলোক ঘটাত দামোদৰৰ পুত্ৰ ৰমাকান্ত আৰু সুভদ্ৰাৰ পুত্ৰ অনন্তৰামক কনকলতা আয়ে ধৰ্মাচাৰ্য নিয়োগ কৰে। মিৰজুমলাৰ অসম আক্ৰমণত সকলোৱে উজনিলৈ যায়। তাত ৰজাৰ পৃষ্ঠপোষকতাত ঠায়ে ঠায়ে সত্ৰ পাতিছিল। পিছত গদাধৰসিংহ ৰাজপাটত উঠি (১৬৮১-৯৫ খ্ৰীঃ) সত্ৰবিলাক ধ্বংস কৰি তাত গোটখোৱা ধন-সোণবোৰ ৰাজভঁৰাললৈ লৈ যায়। বৰদোৱা থানো লণ্ডভণ্ড কৰা হয়। ৰমাকান্ত আতা ভাটিৰ বিজনীলৈ পলায়, অনন্ত আতাকো উজনিৰ কোৱামৰা সত্ৰতে নগুৰনাগতি কৰে। তেৰোঁ অধিক ধন দিহে ৰক্ষা পৰে।

দামোদৰ আতা আৰু অনন্ত আতাৰ (কনকলতা আয়ে ধৰ্মাচাৰ্য পাতি যোৱা) বংশধৰসকলে বৰদোৱা সত্ৰ চলাই থাকে। দুয়োজনৰ বংশধৰসকলৰ মাজত কাজিয়া লগাত আহোম ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মধ্যস্থতাত বিবাদ নিষ্পত্তি হৈছিল। ফলত বৰদোৱা সত্ৰ দুভাগত (বৰহিছা আৰু সৰুহিছা) ভাগ হয়। জননেতা অসমৰ প্ৰাক্তন মন্ত্ৰী মতিৰাম বৰাৰ যত্নত ১৯৫৮ চনত, দুটি কীৰ্তনঘৰ গুচি এটা হয়। (*পবিত্ৰ অসম*ঃ বৰদোৱা সত্ৰৰ বিৱৰণ)

**অসমৰ পুৰুষসংহতি সত্ৰবোৰ এইদৰে শ্ৰীমন্তশঙ্কৰৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ পৰা বঢ়া বুলি ক'ব পাৰি।**

এই দুয়োগৰাকী শঙ্কৰৰ নাতিয়ে শ্ৰীমাধৱদেৱক ধৰ্মগুৰু হিচাপে স্বীকৃতি দিয়া নাছিল।[৪] *ন-ঘোষা*-ত শ্ৰীপুৰুষোত্তম ঠাকুৰে লিখিছে—[৫]

শঙ্কৰেসে ইষ্টদেৱ গুৰু মোৰ নাহি কেৱ
জানি মই কৰি আছো সাৰ।
তানমত এৰি যাই আনমতে গতি নাই
জানি সদা কৰো নমস্কাৰ।। ৩৮
যাৰ শীল শিক্ষা পাই মাধৱে বোলন্ত মই
শঙ্কৰদেৱৰ নিজ দাস।

হেনয় ঈশ্বৰ হুয়া ভাৰ্যাক বুলিলা কেনে
জানিবা নাতিত মোৰ আশ।।৩৯

হৰিনাৰায়ণ দত্তবৰুৱাৰ মতে[৫] 'এই দুজনেই মহাপুৰুষ মাধৱদেৱ পুৰুষৰ পৰা ধৰ্মগ্ৰহণ কৰে। এই দুইজন গুৰুনাতিয়ে কামৰূপ, গোৱালপাৰা, কোচবিহাৰ, ৰংপুৰ আদিত ধৰ্মপ্ৰচাৰ কৰিছিল আৰু দুয়োজনে বহুতক ধৰ্মাচাৰ্য পাতি উজনীলৈ ধৰ্মপ্ৰচাৰ কৰিবলৈ পঠাইছিল। উজনীৰ বহুত ব্ৰাহ্মণ আৰু অন্যান্য জাতিৰ ধৰ্ম-পিপাসু পুৰুষ পাটবাউসী, বিষ্ণুপুৰ আদি ঠাইলৈ গৈ নাতি গোসাই দুজনাৰ পৰা ধৰ্মগ্ৰহণ কৰি উজনীত প্ৰভু শ্ৰীশঙ্কৰৰ মত প্ৰচাৰ কৰিছিল + + + পুৰুষোত্তম ঠাকুৰদেৱে পতা আচাৰ্যসকলক বৰ বাৰজনীয়া বোলে।'[৬]

**পুৰুষ সংহতিৰ মুখ্য ধৰ্ম প্ৰচাৰকসকল**

**শ্ৰীপুৰুষোত্তম ঠাকুৰ নিয়োজিত প্ৰচাৰক**

**'বৰ বাৰজনীয়া'সকল।**

১। কেশৱচৰণ (কৰ্চুংসত্ৰ) ২। গোপীনাথ (চেকেৰাতলী সত্ৰ) ৩। বাসুদেৱ (চেতমিয়া সত্ৰ) ৪। ৰামকৃষ্ণ (গোমথা সত্ৰ) ৫। পৰমানন্দ ভাগৱতী (ৰতনপুৰ সত্ৰ) ৬। পৰশুৰাম (পুনিয়াৰ ফুলবাৰী সত্ৰ) ৭। শ্ৰীকৃষ্ণ বা বাপুকৃষ্ণ (এলেঙী সত্ৰ) ৮। হৰিচৰণ (সাউদকুছি সত্ৰ) ৯। কমললোচন (কাঠৰপাৰ সত্ৰ) ১০। মুৰাৰি (বেঙেনাআটি সত্ৰ) ১১। কৃষ্ণচৰণ (চুপহা সত্ৰ) ১২। কমললোচন সত্ৰ (ঠাকৰিয়াল সত্ৰ)

**শ্ৰীচতুৰ্ভুজ ঠাকুৰ নিয়োজিত প্ৰচাৰক**

**'সৰু বাৰজনীয়া'সকল।**

১। শ্ৰীকেশৱচৰণ (কুৰুৱীচোং সত্ৰ) ২। শংকৰগতি (খাটপাৰ সত্ৰ) ৩। সনাতন (বেলশৰীয়া সত্ৰ) ৪। মাধৱ ওৰফে গোবিন্দ (বিহমপুৰ সত্ৰ) ৫। জয়কৃষ্ণ (খেৰকটীয়া সত্ৰ) ৬। গোবিন্দ (কাৰৈমৰীয়া সত্ৰ) ৭। কানু (উজনিয়া সত্ৰ) ৮। ৰামভদ্ৰ (নাচনিপাৰ সত্ৰ) ৯। ৰঘুপতি (কণ্টাৰি সত্ৰ) ১০। শ্ৰীৰাম ওৰফে ৰত্নাকৰ (শলগুৰি সত্ৰ) ১১। ৰামচৰণ (ধুধুনি সত্ৰ) ১২। সাধুদ্বিজ (দিকোচাং সত্ৰ)।

**শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ পত্নী কনকলতা আইৰ**

**নিযুক্ত প্ৰচাৰকসকল।**

১। শ্ৰীৰাম (পাতকীয়া সত্ৰ) ২। গোপীনাথ দ্বিজ ৩। জগতানন্দ দ্বিজ ৪। হৰিচৰণ (ন-খেতি সত্ৰ) ৫। ৰতিকান্ত দ্বিজ ৬। মাধৱ (বনগাঁও সত্ৰ) ৭। হৰিচৰণ (লেতেৰি সত্ৰ) ৮। নাৰায়ণ (কৌপতীয়া সত্ৰ) ৯। ৰত্নাকৰ (খাৰগএল সত্ৰ) ১০। অনন্ত ঠাকুৰ (কালশিলা সত্ৰ) ১১। নাৰদ (দৰং) ১২। মিচিমিনন্দন জয়হৰি (ধনীগ্ৰাম)।

**সূত্ৰ নিৰ্দেশ ঃ**


১। ড° মহেশ্বৰ নেওগ, *ভক্তিগীত সংকলন ঃ* পৃঃ ৮৪-৮৬
২। ঐ পৃঃ ৮৬ আৰু ৮৭
৩। ঐ ভূমিকা আৰু অসম সাহিত্য সভা, *পবিত্ৰ অসম* (৩য় সংস্কৰণ), পৃঃ ১১৭-১২০
৪। New Vaishnavite Movement and Satra Institution of Assam : Dr. S.N. Sarma M.A.D.Phil : 1st Edn. pp-92-93
৫। পুৰুষোত্তম ঠাকুৰ, *ন-ঘোষা ঃ* মহেশ্চন্দ্ৰ দেৱ গোস্বামী সম্পাদিত
৬। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয়া কায়স্থ সমাজৰ ইতিবৃত্ত*

# বৰ যদুমণি আতা

শ্ৰীযদুমণি (বৰ) দেৱৰ পৰা বড়া সত্ৰক দিহিং সত্ৰ শৃঙ্খলা বুলি কোৱা হয়।

বৰ যদুমণিৰ পূৰ্বপুৰুষ ভটীয়া কায়স্থ ভানুবৰ তাঁতী হাজৰা। ভানুবৰৰ পুত্ৰ নীলাম্বৰ হাজৰা, নীলাম্বৰৰ পুত্ৰ বৈকুণ্ঠ। বৈকুণ্ঠৰ পুত্ৰ যদুমণি। শ্ৰীযদুমণিদেৱ শ্ৰীবংশীগোপালদেৱৰ কলাবাৰী সত্ৰত আছিল। শ্ৰীবংশীগোপালদেৱৰ চৰিতপুথিমতে ডেবেৰাপাৰত থাকোতে একাদশীত মাছ খোৱা অপৰাধত ভূএগ্ৰাৰ পো অনিৰুদ্ধ আৰু যদুমণিক সত্ৰৰ পৰা বহিস্কাৰ কৰে। আন এখন চৰিত পুথিমতে শ্ৰীবংশীগোপালদেৱে বৰপেটাকে কেন্দ্ৰ কৰি থকা বৈষ্ণৱসকলৰ ওচৰলৈ শ্ৰীযদুমণিক পঠিয়ায়। বৰপেটালৈ যাওঁতে জনিয়াৰ নাৰায়ণ দাস ঠাকুৰ আতাই ভৱানীপুৰীয়া গোপাল আতাৰ ওচৰত 'অসম ৰাজ্যৰ এক ৰত্ন যদুমণি' বুলি সপিছিল। শ্ৰীযদুমণিয়ে গোপাল আতাত (ভৱানীপুৰীয়া কালঝাৰ) শৰণ লয়। গোপাল আতাই শ্ৰীযদুমণিক উজনিলৈ গৈ অনিৰুদ্ধ (মায়ামৰা), সৰু যদুমণি (গজলা), সনাতন (নগৰীয়া), পৰমানন্দ (হাবুং), পুৰুষোত্তম (কাথপাৰ), আৰু নাৰায়ণ (দহঘৰীয়া) আদি ধৰ্মপ্ৰচাৰকৰ সহযোগত ধৰ্মপ্ৰচাৰ কৰিবলৈ নিৰ্দেশ দিয়ে। তেৱাঁই বিভিন্ন ঠাইত ঘুৰি ওপৰোক্ত ধৰ্মপ্ৰচাৰকসকলৰ কেইগৰাকীমানক লগ ধৰি হিংগুলাত শৰণ-ভোজন দিবলৈ ধৰে। সেয়ে তেৱাঁ 'হেঙ্গুলীয়া যদুমণি' বুলি খ্যাত। মাতৃৰ আদেশত তেৱাঁই কায়স্থ কন্যা এগৰাকীক বিয়া কৰায়। বাহবাৰীত সত্ৰ পাতে। কৈৱৰ্ত, আহোম কছাৰী, মেচ আদি অনেক লোকক শৰণ দিয়ে। তেৱাঁই ৰমানন্দ কায়স্থত শঙ্কৰ-মাধৱ-গোপালৰ ধৰ্মসেতু থাপি, ৰামানন্দ, কানাই, অনিৰুদ্ধ, সৰুহৰিগুৰু এই চাৰিজনক ধৰ্মাচাৰ্য পাতে।

তেৱাঁৰ ১৪২৬ শক ( খ্ৰীঃ১৫০৪) জন্ম ( ?) ১৫৫৩ শক ( খ্ৰীঃ১৬৩১) প্ৰয়াণ হয়। হিংগুলীয়া বা হেঙ্গুৰীয়া যদুমণি, বৰ যদুমণি, বৰ আতা, নাথদেৱ এনে নামেৰেও এৱাঁ ভক্তসকলৰ মাজত খ্যাত। তেৱাঁই সাতকুৰি গীত, কুৰিটি ঘোষা আৰু ঝুমুৰা ৰচনা কৰিছিল।

বৰ যদুমণিৰ এগৰাকী কন্যা কৃষ্ণকান্তি আৰু তিনি পুত্ৰ, সনাতন (দিহিং সত্ৰ), ৰতিকান্ত (বাহবাৰী সত্ৰ) আৰু শ্ৰীকান্ত (নমাতি সত্ৰ)।

সনাতনৰ পুত্ৰ জগবন্দন, জগবন্দনৰ পুত্ৰ প্ৰেমভূষণ। প্ৰেমভূষণে শিলিখাতলত সত্ৰ পাতে। প্ৰেমভূষণৰ পুত্ৰ কৈৱলানন্দদেৱ। কৈৱলানন্দদেৱ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ প্ৰীতিভাজন হয় আৰু দিহিং বা শিলিখাতল ৰাজসত্ৰ বুলি পৰিচিত হয়। ৰাজবিদ্ৰোহী

মায়ামৰীয়া সত্ৰ-শৃঙ্খলাৰ গোসাঁই ভকতৰ বিপৰীতে এই দিহিংসত্ৰ-শৃঙ্খলা ৰজাঘৰীয়া সত্ৰৰূপে পৰিচিত।

বৰ যদুমণিদেৱৰ শিষ্য ৰামানন্দ কায়স্থৰ প্ৰপন্ন শিষ্য কৃষ্ণদেৱ বা বৰকৃষ্ণৰ (মৈৰামৰী সত্ৰ), পুত্ৰ আৰু শিষ্যসকলে বিভিন্ন জনজাতি (নগা, মিৰি), আহোম আৰু পিছপৰা জাতিৰ মাজত ধৰ্মপ্ৰচাৰ কৰে আৰু সত্ৰ পাতে। এইসকলৰ কেৰাগৰাকীকো স্বৰ্গদেৱ গদাধৰসিংহই ধৰাই নি নামৰূপত সংহাৰ কৰায়। উজনি বৰঠাই, চেঁচা সত্ৰ, তিয়ক, জামুগুৰি, কৰঙা, মাজঠাইচেচা, ম'ৰামৰা, মাজালি চেচাসত্ৰ, ডিমৰুগুৰি আদি কৃষ্ণদেৱৰ বংশধৰসকলে পতা সত্ৰ।

**পঠনীয় পুথি ঃ**

১। ড° মহেশ্বৰ নেওগ, *ভক্তিগীত সংকলন*

২। *পবিত্ৰ অসম* (৩য় সংস্কৰণ) ঃ সংশ্লিষ্ট সত্ৰসমূহৰ বিৱৰণ।

# মথুৰাদাস বুঢ়াআতা

শ্ৰীমাধৱদেৱৰ ঘনিষ্ঠ অনুগতসকলৰ ভিতৰত শ্ৰীমথুৰাদাস বুঢ়াআতা অন্যতম। শ্ৰীমাধৱদেৱে বুঢ়াআতাক বৰপেটা সত্ৰৰ সত্ৰীয়া পাতি থৈ গৈছিল। শ্ৰীমথুৰাদাস বুঢ়াআতাই তেওঁৰ মৃত্যুৰ সময়ত সমূহ ভকতৰ মাজত ধৰ্মবস্তু থৈ যাকে যোগ্য পাত্ৰ যেন দেখা যায় তাকে 'সত্ৰীয়া' বা মুখ্য পাতি সত্ৰৰ কাৰ্য চলাবলৈ কৈ গ'ল; অৰ্থাৎ, সত্ৰৰ সকলো বিষয়ত কৰ্তৃত্ব থাকিব সমূহ ভকতৰ। সত্ৰৰ কাম-কাজ চলাবৰ বাবে এই সমূহ ভকতেই যোগ্যজনক মুৰব্বী (সত্ৰীয়া) বাচি ল'ব।

সেই সময়ৰ সামন্তধৰ্মী সমাজত ই এটা অভিনৱ পদ্ধতি আছিল। সত্ৰৰ 'গণতন্ত্ৰ' ইয়াকে বোলা হয়। বৰপেটা সত্ৰৰ 'হাটী' প্ৰথা মথুৰাদাস বুঢ়াআতাৰ উদ্ভাৱন বুলি জনা যায়। বুঢ়াআতাৰ জন্ম তাঁতীকুছি বা বৰ্তমানৰ বৰপেটা। তাতেই সনাতন কায়স্থৰ পঢ়াশালিত শিক্ষালাভ কৰিছিল। পোনতে বুঢ়াআতাই চৈতন্যপন্থী ধৰ্মাচাৰ্য এগৰাকীৰ ওচৰত দীক্ষাগ্ৰহণ কৰিছিল। নিজে ওজা হৈ খঞ্জৰী কৰতালেৰে ধৰ্মীয় গীত-পদ গাই ফুৰিছিল। সেই সময়ত শ্ৰীমাধৱদেৱ সুন্দৰীদিয়াত আছিল। এটা সংশয়ৰ সদুত্তৰ উক্ত গুৰুৰ পৰা নাপাই শ্ৰীমাধৱদেৱৰ ওচৰ পায়গৈ। প্ৰশ্নটো আছিল বিশিষ্ট গুৰুনো কাক বোলে? উত্তৰ পালে—

> জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
> সেহি গুৰু উপদেশ দিবাক শকত।।
> যদ্যপি ভকত হোন্ত নোহন্ত পণ্ডিত।
> শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত।।
> শাস্ত্ৰক জানন্ত যদি নুহিকা ভকত।
> তান উপদেশ বোধ নুপূজে শিষ্যত।।

লগতে গালে—

> মোহ মায়া ৰাগ মদ মল কাম
> দম্ভ দ্বেষ আদি ভাৱ।
> যি গুৰু জনত ইসব নাথাকে
> প্ৰণামো তাহান পাৱ।।

শ্ৰীমাধৱদেৱৰ ওচৰত মনে বিচৰা প্ৰশ্নৰ সমিধান পাই বুঢ়াআতাই শ্ৰীমাধৱদেৱৰ ওচৰত শৰণ ভিক্ষা কৰিলে। শ্ৰীমাধৱদেৱে পৰীক্ষা কৰিবৰ মনেৰে আগৰ গুৰুজনৰ নামত

মাটিত তিনিডাল আঁচ মাৰি বুঢ়াআতাক সেই আঁচকেইডাল মোহাৰিবলৈ ক'লে। বুঢ়াআতা ৰাজী নহ'ল। ক'লে, "কিয়নো পূৰ্বে সিজনাৰ আশ্ৰয় পোৱা বাবেহে আজি আপোনাৰ কাষ চাপিবৰ ইখিনি সুবিধা পোৱা হৈছে।" গতিকে সিজনাৰ প্ৰতি অসম্মান জনাবলৈ তেওঁৰ মনে নক'লে। শ্ৰীমাধৱদেৱে বুঢ়াআতাৰ সুবিবেচনাত সন্তোষ পালে আৰু শৰণ দিলে।

জীৱিকাবৃত্তিত মথুৰাদাস তাঁতী আছিল। সেই সময়ত বৰপেটা বা তাঁতীকুছিত ছয়কুৰি ঘৰ তাঁতী আছিল। এই তাঁতীসকলৰ মথুৰাদাস আতা মোড়ল বা নেতা আছিল। মথুৰাদাস বুঢ়াআতাই সাংগঠনিক সংযোগ কৰি বৰপেটা সত্ৰ সংগঠিত কৰা আৰু তাৰ মাজেৰে বৰপেটা সত্ৰ ব্যৱস্থাৰ মাজত 'গণতান্ত্ৰিক ধাৰণাৰ বীজ ৰোপণ কৰা' বুলিব পাৰি। শ্ৰীমথুৰাদাস বুঢ়াআতাক শ্ৰীমাধৱদেৱে বৰপেটা সত্ৰৰ মুখ্য তথা 'সত্ৰীয়া' পাতি সত্ৰ আৰু ধৰ্ম বিস্তাৰৰ দায়িত্ব দি গৈছিল। **শ্ৰীমথুৰাদাস বুঢ়াআতা শ্ৰীমাধৱদেৱৰ ৰক্তসম্পৰ্কৰ একো নাছিল। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ গুৰু দুজনাৰ আৰ্হিৰে শ্ৰীমথুৰাদাস বুঢ়াআতাইও ইহলীলা সামৰিবৰ পৰত বৰপেটা সত্ৰৰ সৰ্বময় দায়িত্ব সমূহ ভকতৰ ওপৰত অৰ্পণ কৰিছিল।** সামন্তবাদী সমাজ ব্যৱস্থাৰ পটভূমিত এনে কাৰ্য লক্ষণীয়।

মথুৰাদাস বুঢ়াআতাৰ চেনেহৰ শিষ্য এজনৰ নাম কাজলা মাঝি। আদিতে তেওঁৰ ঘৰ বেলবাৰী বোলা ঠাইত আছিল। তাৰ পৰা তাঁতীকুছিলৈ নি বুঢ়াআতাই তেওঁক সকলো গীত-পদ, ৰাগ-তাল শিকাই পাকৈত গায়ন কৰি তোলে. বৰপেটা সত্ৰৰ মঠৰ চোতালতে বিয়া পাতি সংসাৰী কৰি দিয়ে আৰু আশীৰ্বাদ উপদেশ দিয়ে 'গজাত গজিব, পোখা আহিব, কওঁা পুলি সম বংশ বৃদ্ধি হ'ব। এই সেৱাৰ বন তুমি পুৰুষানুক্ৰমে চলাই থাকিবা।' ইয়াৰ পিছত বৰপেটাৰ কীৰ্তন ঘৰত অগ্নিকাণ্ড হ'বৰ সময়ত মাঝিৰ পত্নীয়ে অক্ষয় গুৰুবস্তি প্ৰতিপালন কৰিছিল। মাঝিৰ পুত্ৰ গীতিকাৰ জগদানন্দ। তেওঁৰ পিতৃৰ যশস্যা ৰাখি সুকৌশলী গায়ন হৈ উঠিছিল।

**পঠনীয় পুথি ঃ**

১। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা*

২। অৰ্জুন চন্দ্ৰ দাস, *শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতা*

৩। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *ভক্তিগীত সংকলন।*

---

*বৰপেটা সত্ৰ সম্পৰ্কে বিশদ বিৱৰণযুক্ত ১৮৫১ চনত প্ৰকাশিত, বৃটিছ-প্ৰশাসক এগৰাকীৰ টোকা এটি পুথিখনৰ পৰিশিষ্ট-২ ত দিয়া হ'ল।*

# শ্ৰীঅনিৰুদ্ধ 'ভূঞাৰ পো'

শ্ৰীঅনিৰুদ্ধদেৱে তেৰাৰ ৰচনাত (ভাগৱতৰ ৪ৰ্থ স্কন্ধৰ পুৰঞ্জন উপাখ্যান আৰু ৫ম স্কন্ধৰ ভাঙনিত) নিজৰ পৰিচয় দিছে। সেইমতে ব্ৰহ্মপুত্ৰৰ উত্তৰৰ নাৰায়ণপুৰ-বন্ধৰ মাজৰ তালুকৰ ভিতৰত বালিকুছিৰ বিষ্ণু— বালিকুছিৰ কায়স্থ মহীপাল গোমস্তা ভূঞাৰ কনিষ্ঠ পুত্ৰ, ব্যাকৰণ পণ্ডিত, শঙ্কৰদেৱৰ অনুৰক্ত গংগানৰাগিৰিৰ পুত্ৰ গোগুগিৰীৰ পঞ্চম পুত্ৰ গৰাকী হ'ল— হৰকণ্ঠ। হৰকণ্ঠৰ জন্ম হয় ১৪৭৫ শক (খ্ৰীঃ ১৫৫৩)। তেৰাই গোপালদেৱ আতাৰ কালঝাৰ থানলৈ গৈ শৰণ লয়। **শৰণ লোৱাৰ পিছত হৰকণ্ঠৰ নাম হয় 'অনিৰুদ্ধদেৱ'।**[১] ছয়টি ভটিমা আৰু ১২৮ টা বৰগীত ধাৰাৰ গীত, পঞ্চম স্কন্ধ ভাগৱতৰ পদভাঙনি, ৪ৰ্থ স্কন্ধৰ ২৫শৰ পৰা ৩১শ অধ্যায়ৰ পদভাঙনি, ভক্তি-মঙ্গল ঘোষা আদি অনিৰুদ্ধদেৱৰ ৰচনা। ড° মহেশ্বৰ নেওগৰ মতে 'শঙ্কৰোত্তৰ যুগৰ তেৰা এজন শ্ৰেষ্ঠ কবি।'[২] অনিৰুদ্ধদেৱৰ ১৫৪৮ শকত (১৬২৬ খ্ৰীঃ) দেহান্ত হয়।

প্ৰাপ্ত বিৱৰণমতে তেৰাই ভৱানীপুৰীয়া আতা গোপালদেৱৰ ওচৰত চাৰি বছৰ থাকি ধৰ্মবস্তু লৈ উভতি আহি বিষ্ণু-বালিকুছিত পোনতে সত্ৰ পাতে। তাত ডফলাৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি নাহৰণি তথা নাহৰআটিত সত্ৰ পাতে। তেৰাৰ প্ৰয়াণৰ পিছত জ্যেষ্ঠপুত্ৰ কৃষ্ণদেৱ ধৰ্মাধিকাৰ হয়। তেওঁ বৰ্তমান যোৰহাট জিলাৰ ভিতৰত খুটিয়াপোতাত সত্ৰ পাতে। এই সত্ৰশৃঙ্খলাৰ পৰাই বহুত সত্ৰ বাঢ়ে। পুৰণি পাম মায়ামৰা সত্ৰ, নপাম সত্ৰ, বৰভেটি, মাজুভেটি, মৰাণ, টিফুক, দিনজয় মায়ামৰা আদিয়ে এনেবোৰ সত্ৰ। মোৱামৰীয়া বিদ্ৰোহৰ স'তে মায়ামৰীয়া সত্ৰৰ ভকতশিষ্য আৰু গুৰু জড়িত আছিল।

কালসংহতিৰ অন্তৰ্ভুক্ত হ'লেও শ্ৰীঅনিৰুদ্ধৰ অনুগামী নববৈষ্ণৱ ধৰ্মপন্থাৰ ঐতিহ্যৰ সুকীয়া বৈশিষ্ট্য আছে। এই বৈশিষ্ট্যৰ লগত যোগ হৈছে প্ৰজা-বিদ্ৰোহৰ সময়ৰ ভূমিকা। মোৱামৰীয়া বিদ্ৰোহ ৰাজনৈতিক ঘটনা হ'লেও ইয়াৰ সূত্ৰপাত হয় ৰজাঘৰে ধৰ্মৰ ক্ষেত্ৰত লোৱা কেতবোৰ নীতি আৰু ব্যৱস্থাৰ পৰা। বিভিন্ন ধৰ্মপন্থাৰ মাজত বিৰোধ, খকা-খুন্দা আদিৰ মাজেৰে বা আগতে হিন্দুধৰ্মৰ লগত জড়িত নথকা আৰু পৰৱৰ্তী কালত এই ধৰ্ম লোৱা আহোম ৰাজশক্তিৰ বিভিন্ন সময়ত বিভিন্ন ভূমিকাৰ কথা বেলেগে আলোচনা কৰা হৈছে। মোৱামৰীয়া গুৰু শিষ্য সম্প্ৰদায়ে নৱ-বৈষ্ণৱ ধৰ্মক তথা গুৰুক আগত লৈ আহোম ৰাজশাসনত বিক্ষোভিত হৈ বিদ্ৰোহ কৰিছিল। নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ বুৰঞ্জীৰ লগত

আহোম ৰাজত্বৰ অসমৰ ৰাজনৈতিক আৰু সামাজিক বুৰঞ্জী জড়িত। এই ক্ষেত্ৰত অনিৰুদ্ধদেৱৰ পৰা বঢ়া মোৱামৰীয়া সত্ৰ প্ৰণালী ওতঃপ্ৰোতভাৱে জড়িত।

**সূত্ৰ নিৰ্দেশ ঃ**

১। মায়ামৰা কলাকৃষ্টি অনুসন্ধান আৰু প্ৰচাৰ সমিতিৰ দ্বাৰা প্ৰকাশিত *শ্ৰী শ্ৰীঅনিৰুদ্ধদেৱৰ গীত* মহেশ্বৰ নেওগৰ কৰাপাট তথা পাতনি।

২। ঐ

৩। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (৩য় সংস্কৰণ) লগতে ওপৰত উল্লেখিত সত্ৰবোৰৰ বিৱৰণ (৩)ত উল্লেখিত পুথিত দ্ৰষ্টব্য।

# ৰামৰায় বা জগতানন্দ

শ্ৰীমন্তশঙ্কৰদেৱৰ লগত, বাল্যকালৰ পৰা থকা এগৰাকী ব্যক্তি হ'ল— জগতানন্দ ওৰফে ৰামৰায়। চৰিতপুথিবোৰত আনকি শ্ৰীমন্ত শঙ্কৰদেৱৰ নিজা ৰচনাতো বহু ঠাইত এইগৰাকী পুৰুষৰ নামৰ উল্লেখ আছে। চৰিতপুথিবোৰ মূলতঃ ধৰ্মচৰ্চাৰ অংগ হিচাপে ব্যৱহৃত হৈ আহিছে, তথাপিও ই বহুতো সমসাময়িক ঘটনা, পৰিস্থিতি আদিৰ বৰ্ণনা দিছে। এনে চৰিতপুথিবোৰত ৰামৰায়ৰ উল্লেখ গুৰুত্বপূৰ্ণ হিচাপে আছে। শ্ৰীশঙ্কৰদেৱৰ জীৱনৰ বৈষয়িক দিশত ওতঃপ্ৰোতভাৱে জড়িত এইগৰাকী পুৰুষৰ সম্পৰ্কে উল্লেখ কৰা সমীচিন হ'ব।

শ্ৰীমন্ত-শঙ্কৰদেৱৰ বাল্যকালৰ ক্ৰীড়াৰ সংগী, অনুজপ্ৰতীম সহচৰ, তেৰাৰ জীৱনৰ সমগ্ৰ কালছোৱাত লগে লগে থকা জগতানন্দ ওৰফে ৰামৰায় শ্ৰীশঙ্কৰদেৱৰ সম্পৰ্কত জ্ঞাতিভাই। এই সম্পৰ্কটো আছিল, যথা—




বনগঞাগিৰি আৰু ৰতিকান্ত ওৰফে হাথীয়াদলৈতকৈ জগতানন্দ বা ৰামৰায় সুহৃদ হিচাপে শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্তৰংগ আছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱনৰ আগৰ পৰা গুৰিলৈকে

বৈষয়িক আৰু সাংস্কৃতিক ক্ষেত্ৰত ৰামৰায় যে লগে লগে আছিল তাৰ উল্লেখ চৰিতপুথিবোৰত আছে।

কালীয়দমন নাটৰ সামৰণিত শ্ৰীমন্তশঙ্কৰদেৱে লিখিছে—

**শ্ৰীৰামৰাই** হৰিবিনে নাই জাহেৰি হৃদয় খিয়ান।

ভকতি মুকুতি জাহে মিলল ঈশ্বৰ গিয়ান।।

পাষণ্ড দণ্ডন মণ্ডন ভকতক হৰিৰস অধিক সুহায়।

কালিদমন কৰাৱত নাট কৃষ্ণৰ কিঙ্কৰ ওহি গায়।।

শ্ৰীমন্তশঙ্কৰদেৱৰ উজনিৰ পৰা আহি পাটবাউসীত থিতাপি লওতে কোচ ৰাজঘৰে তেৰাক 'গোমস্থা' বা ৰাজপ্ৰতিনিধি পাতে। নহ'লে বহুবীয়া শ্ৰীশঙ্কৰদেৱে নিজৰ ধৰ্মচৰ্চাত বিঘ্নিত হ'ব বুলি ৰজাঘৰক কৈ জগদানন্দ বা ৰামৰায়কে সেই বাবটো দিয়ায়। আনকি উজনিত থাকোঁতেও আহোম ৰজাঘৰৰ লগত, শিৰোমণি ভূঞা শ্ৰীমন্তশঙ্কৰদেৱে ৰামৰায়ৰ যোগেদি সম্পৰ্ক ৰখাৰ কথা চৰিতপুথিত পোৱা যায়।* ৰামৰায়ে শ্ৰীদামোদৰদেৱক 'সত্ৰ বান্ধিবাৰ' স্থান দিয়াৰ কথা দামোদৰদেৱৰ চৰিতত আছে। ৰামচৰণকৃত চৰিতত অসমৰ ৰজাঘৰে জগতানন্দক 'ৰামৰায়' নাম দিয়া বুলি কোৱা আছে।

ৰামৰায়ৰ জীয়াৰী মহাবীৰ চিলাৰায়ৰ পত্নী ভুবনেশ্বৰী ওৰফে কমলাপ্ৰিয়া। এওঁৰ লগত কোচ সেনাপতি চিলাৰায়ৰ বিয়া হয়। এওঁৰ সূত্ৰেৰেই শ্ৰীমন্তশঙ্কৰদেৱে কোচৰজা নৰনাৰায়ণৰ সভালৈ আকৰ্ষিত হয়। তীৰ্থ-ভ্ৰমণত (২য় বাৰ) ৰামৰায়ে শ্ৰীমন্তশঙ্কৰদেৱৰ সংগী হৈ যিসকল লগৰীয়া তীৰ্থযাত্ৰীৰ ধন নাছিল তেওঁলোকৰ খৰচ যোগাইছিল।

শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ সময়ত ৰামৰায় তেৰাৰ লগতে আছিল। কোচবিহাৰ ৰাজ্যত তেখেতে বসবাস কৰা 'ৰামৰায় কুঠি' বা সত্ৰশাল সত্ৰ এতিয়াও আছে।

নৱবৈষ্ণৱ ধৰ্ম বিস্তাৰত ৰামৰায় আতাই পৃষ্ঠপোষকতা আৰু সকলোখিনি সহায় আগবঢ়ালেও— ধৰ্মাচাৰ্যৰ ভূমিকা নলৈছিল।

**সূত্ৰ নিৰ্দেশ ঃ**


১। ৰামচৰণ ঠাকুৰকৃত, শঙ্কৰদেৱ চৰিত, ছেদ ২৫৯০

২। ঐ ৩৮৯০, ৩৯০৩


**পঠনীয় ঃ**


১। ৰামৰায় স্মৃতি সমিতি, *ৰামৰায় বংশৰ ইতিবৃত্ত*

২। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত*

৩। N.N. Vasu, *Social History of Kamrup*


---

* *ড° মহেশ্বৰ নেওগ সম্পাদিত, গুৰুচৰিত কথা— ছেদ- ৮৯*

# পদ্মআতা তথা বদুলাআতা

শ্ৰীপদ্মআতাৰ জন্ম বৰনাৰায়ণপুৰত— বাৰুবতি খেলত। শ্ৰীমাধৱদেৱ কোচবেহাৰত থকা সময়ত শ্ৰীপদ্মআতাই তেৰাক লগ ধৰি উজনিত ধৰ্মপ্ৰসাৰণৰ বাবে আকাংক্ষা প্ৰকাশ কৰিছিল। সেই সময়ত শ্ৰীমাধৱদেৱ বৃদ্ধ অৱস্থাত। শ্ৰীমাধৱদেৱে নিজৰ সলনি শ্ৰীপদ্মআতাক শিকাই-বুজাই ধৰ্মবস্তু দি উজনিত ধৰ্ম প্ৰচাৰ কৰাৰ ভাৰ আৰু দায়িত্ব দিছিল। শ্ৰীমাধৱদেৱে নিজৰ বদলি ধৰ্মপ্ৰচাৰৰ বাব দিয়া গতিকে শ্ৰীপদ্মআতা 'বদুলাআতা পুৰুষ' বুলি খ্যাত হয়। উজনিলৈ আহি কলানিভেটী, শলখ, পচতিয়াভেটি, হামৰা, বদুলা, মুদৈভেটি আদি ঠাইত সত্ৰ পাতিছিল। পিছত বেজবৰুৱা বংশৰ এগৰাকী উপৰিপুৰুষৰ টুনি নৈ (মাজুলীৰ) পাৰৰ টেঁঙানিবাৰীত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। কমলাবাৰী সত্ৰ উজনি অসমত নিকাসংহতিভুক্ত ডাঙৰ আৰু প্ৰধান সত্ৰ।

**পঠনীয় পুথি ঃ**

১। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (কমলাবাৰী সত্ৰ)

২। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা*

# ভট্টদেৱ

শ্ৰীদামোদৰদেৱৰ শিষ্য বৈকুণ্ঠদেৱ পুৰুষ গৰাকী ভট্টদেৱ বুলিয়ে খ্যাত। এখেত পিতামহ চন্দ্ৰভাৰতী আৰু পিতৃ কবিসৰস্বতীৰ দৰে নিজেও পণ্ডিত হৈ উঠিছিল। জন্মস্থান অবিভক্ত কামৰূপ জিলাৰ ভেৰাগ্ৰাম আৰু আন এখন চৰিত মতে একে জিলাৰ বিচানকুছি। ভট্টদেৱ ভাগৱত শাস্ত্ৰত সুপণ্ডিত হোৱা গুণে শ্ৰীমথুৰাদাস বুঢ়াআতাকে ধৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকলৰ আদৰণীয় হৈ উঠিছিল। তেখেতে শ্ৰীদামোদৰদেৱৰ ওচৰত শৰণ লয়। ইতিমধ্যে শ্ৰীদামোদৰদেৱৰ ওচৰত শৰণ লোৱা শ্ৰীবংশীগোপালদেৱ উজনিত, কামৰূপৰ উত্তৰপাৰত শ্ৰীভগৱানদেৱে আৰু দক্ষিণপাৰত সন্তভূষণদেৱে গুৰুৰ আদেশত ধৰ্মপ্ৰচাৰত নামিছিল। এখন চৰিতপুথি মতে[1] ভট্টদেৱে গুৰুৰ আদেশত গদ্যত কথা-ভাগৱত ৰচনা কৰিছিল। ৰজা প্ৰাণনাৰায়ণৰ( ? ) ৰোষত পৰি শ্ৰীদামোদৰদেৱে কোচবেহাৰলৈ নিৰ্বাসিত হোৱাৰ সময়ত বৃদ্ধ হৰি আতাক পাটবাউসী সত্ৰৰ ভাৰ দি নিজৰ ভতিজাক শ্ৰীকৃষ্ণক ভকতসকলৰ ওচৰত গতাইছিল আৰু ভট্টদেৱক পাটবাউসীলৈ আহিবৰ বাবে নিৰ্দেশ দিছিল। এখেতৰ ৰচিত 'ভাগৱত কথা', 'গীতা কথা' আৰু 'ৰত্নাৱলী কথা' প্ৰখ্যাত। শ্ৰীভট্টদেৱে পাটবাউসী সত্ৰ এৰি ব্যাসকুছিত সত্ৰ পাতে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মতে[2] ভট্টদেৱৰ জীৱন কাল অনুমান ১৪৮০-১৫৬০ শক (১৫৫৮-১৬৩৮খ্ৰীঃ)।

সূত্ৰ নিৰ্দেশ ঃ

১। ৰামৰায়কৃত শ্ৰীদেৱদামোদৰৰ *গুৰুচৰিত*

২। ড° মহেশ্বৰ নেওগ, *বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য*

**পঠনীয় পুথি ঃ**

১। খা চৌধুৰী আমানত উল্লা আহম্মদ, *কোচবিহারের ইতিহাস*

# শ্ৰীৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰ

শ্ৰীৰামচৰণ ঠাকুৰ শ্ৰীমাধৱদেৱৰ আপোন ভাগিনীয়েক। শ্ৰীমাধৱদেৱে শ্ৰীৰামচৰণ ঠাকুৰক সৰুৰেপৰা নিজৰ লগত ৰাখি পোষ্যপুত্ৰসম নিজৰ গোত্ৰ দান কৰিছিল আৰু ঠাকুৰেও শ্ৰীমাধৱৰ সেৱা-শুশ্ৰূষা কৰিছিল। শ্ৰীমাধৱদেৱে ঠাকুৰক লিখা-পঢ়া শিকায় আৰু ধৰ্মবস্তু প্ৰদান কৰে। সুন্দৰীদিয়া আৰু গুৱাগাছা শ্ৰীৰামচৰণৰ সংগঠিত সত্ৰ।

শ্ৰীমন্তশঙ্কৰদেৱ বিৰচিত কীৰ্তন পুথিখনৰ পদবোৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছিল। সকলোবোৰ থুপাই গোটাই অনাৰ বাবে শ্ৰীমাধৱদেৱে আগ্ৰহী হৈছিল কিন্তু বৃদ্ধ বয়সৰ বাবে তাকে কৰিব পৰা নাছিল। শ্ৰীমাধৱদেৱে এই কামত শ্ৰীৰামচৰণ ঠাকুৰক নিয়োগ কৰে। শ্ৰীৰামচৰণ ঠাকুৰে বিভিন্ন ঠাইত ঘূৰি ৰচনাবোৰ সংগ্ৰহ কৰে আৰু তাক মধুপুৰলৈ গৈ শ্ৰীমাধৱদেৱৰ হাতত দিয়ে। শ্ৰীৰামচৰণ ঠাকুৰে বহুতো গীত, এখন গুৰুচৰিত, ৰত্নাকৰৰ পদ আৰু কংসবধ নাট ৰচনা কৰে।

ৰামচৰণ তিনিগৰাকী পুত্ৰ— দৈত্যাৰি, ত্ৰিপুৰাৰি আৰু নৰহৰি। শ্ৰীদৈত্যাৰি ঠাকুৰে সংক্ষিপ্ত গুৰুচৰিত (শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ) লিখিছিল। তেখেত ওখ মনৰ পণ্ডিত আছিল। 'শিশুভাইৰ গীত' আৰু 'প্ৰহ্লাদ চৰিত্ৰ' নাটকো তেখেতৰ ৰচনা।

ৰামচৰণ ঠাকুৰৰ পুত্ৰৰ বংশধৰসকলে যিবোৰ সত্ৰ পাতি ধৰ্মপ্ৰচাৰ কৰি আছে সিবোৰৰ প্ৰধান হ'ল বামুণা, সুন্দৰীদিয়া, মালচা, খেকাপাৰা, লুকী, দলগোমা, বামাখাতা, জামাল, বালিজানা, নাওকাটা, গৌৰীপুৰ, ছত্ৰশাল, ঠাকুৰপাৰা আদি।

**পঠনীয় পুথি ঃ**


১। হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত*

২। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (উপৰি উক্ত সত্ৰসমূহৰ বিৱৰণ)

# শ্ৰীদামোদৰ আতা আৰু শ্ৰীঅনন্ত আতা

শ্ৰীদামোদৰ আতা আৰু শ্ৰীঅনন্ত আতাক ক্ৰমে **'নৰোৱা'** আৰু **'শ'লগুৰি'** ধাৰাৰ আদিপুৰুষ বুলি জনা যায়। শ্ৰীমন্তশঙ্কৰদেৱৰ তিনিগৰাকী পুত্ৰ— ৰমানন্দ, কমললোচন আৰু হৰিচৰণ। হৰিচৰণৰ কন্যা গোবিন্দপ্ৰিয়াৰ পুত্ৰ শ্ৰীদামোদৰ আতা। হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজ ঠাকুৰৰ কন্যা সুভদ্ৰাৰ পুত্ৰ অনন্ত আতা। অৰ্থাৎ শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ ক্ৰমে শ্ৰীদামোদৰ আতা ভাগিন আৰু শ্ৰীঅনন্ত আতা জীয়ৰী ফালৰ নাতি।

**শ্ৰীদামোদৰ আতাৰ বংশধৰসকল 'নৰোৱা' বুলি খ্যাত।** এখেতসকলৰ প্ৰধান সত্ৰবোৰ হ'ল যথা উত্তৰ লখিমপুৰৰ বাসুদেৱ থান, নগাঁও (অবিভক্ত) জিলাৰ বালিসত্ৰ, ৰামপুৰ সত্ৰ, বৰদোৱা, ভাটিয়ালি আৰু কুজিসত্ৰ আদি।

**শ্ৰীঅনন্ত আতাৰ বংশধৰসকল 'শ'লগুৰীয়া' বুলি খ্যাত।** এখেতসকলৰ প্ৰধান সত্ৰবোৰ হ'ল অবিভক্ত শিৱসাগৰ জিলাৰ শ'লগুৰি সত্ৰ, অবিভক্ত দৰং জিলাৰ শ'লগুৰি সত্ৰ, একে জিলাৰে শ'লগুৰি সত্ৰ, শুকদল বৰবৰি সত্ৰ, সৰুবৰি সত্ৰ, কুঢ়িমাৰি সত্ৰ, চেপেটিমৰা সত্ৰ, বৰদোৱা সত্ৰ আদি।

শ্ৰীমন্ত শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰে নিয়োগ কৰা ক্ৰমে 'বৰবাৰজনীয়া' আৰু 'সৰুবাৰজনীয়া'ৰ উপৰিও শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ পত্নীয়েও বাৰজনক ধৰ্মপ্ৰচাৰ কৰিবলৈকে আজ্ঞা দিছিল। ইয়াৰ উপৰি পুৰুষোত্তম ঠাকুৰৰ অন্যতম পত্নীৰ ফালৰ জীয়ৰী অনন্তপ্ৰিয়া, শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্যতম নাতিবোৱাৰী লক্ষ্মীআইৰ জীয়ৰী কেশৱপ্ৰিয়াৰ বংশধৰসকলেও সত্ৰ স্থাপন কৰি ধৰ্মপ্ৰচাৰ কৰে। **এই সত্ৰপ্ৰণালীৰ মাজেৰে পুৰুষ সংহতিৰ ধাৰাটো প্ৰচলিত।**

এই ক্ষেত্ৰত শ্ৰীদামোদৰ আতা আৰু শ্ৰীঅনন্ত আতাৰ ভূমিকা উল্লেখনীয়।

শ্ৰীচতুৰ্ভুজ ঠাকুৰে গোৱালপাৰা জিলাৰ তামৰাঙা বিলৰ পাৰত সত্ৰ পাতিছিল। (এই ঠাই আহোমৰাজ্যৰ বাহিৰত।) শ্ৰীদামোদৰ আতাই শ্ৰীচতুৰ্ভুজ আতাৰ পত্নী কনকলতা ওৰফে লক্ষ্মী আইৰ স'তে উজনিলৈ যায়। **শ্ৰীদামোদৰ আতাই আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহৰ কাষ চাপে আৰু ৰাজ সাহায্যত শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান বৰদোৱা বিচাৰি উলিয়াই হাবি কাটি বৰদোৱা বা বটদ্ৰৱা সত্ৰ প্ৰতিষ্ঠা কৰে।** শ্ৰীদামোদৰ আতাৰ মোমায়েক শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ জীয়ৰী সুভদ্ৰা আইৰ পুত্ৰ হ'ল শ্ৰীঅনন্ত আতা। শ্ৰীদামোদৰ আতাই বৰদোৱাৰ অনতিদূৰত আন এখন সত্ৰ 'বালিসত্ৰ' পাতে। ১৫৮৪ শক (১৬৬২ খ্ৰীঃ) বালিসত্ৰতেই শ্ৰীদামোদৰ আতা প্ৰয়াত হয়। তেওঁৰ পুত্ৰ ৰমাকান্ত আৰু শ্ৰীঅনন্ত আতাই

(শ'লগুৰি) বৰদোৱা সত্ৰ পৰিচালনা কৰে। বৰদোৱা সত্ৰ দুই ভাগত বিভক্ত আছিল— এটা নৰোৱা সকলৰ ফাল (বৰহিচা) আৰু আনটো শ'লগুৰি সকলৰ ফাল (সৰুহিচা) বুলি জনাজাত। আহোম ৰাজত্বৰ শেষৰ পিনে দুয়োফালৰ বিবাদ লগাত পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে হস্তক্ষেপ কৰি বিবাদ নিষ্পত্তি কৰায়।*

কেশৱপ্ৰিয়া আইৰ বংশধৰসকলৰ প্ৰধান সত্ৰবোৰ হ'ল— অ-বিভক্ত শিৱসাগৰ জিলাৰ দীঘলীবালিচাপৰি, চামগুৰি-পুৰণি সত্ৰ, চামগুৰি-নতুন সত্ৰ, অ-বিভক্ত নগাঁও জিলাৰ ভোগবাৰী সত্ৰ, দলঙ্গিয়াল সত্ৰ, চৰাইখোৰং সত্ৰ, চামগুৰি সত্ৰ, অ-বিভক্ত কামৰূপ জিলাৰ কুৰোবাহা সত্ৰ আৰু কোচবেহাৰৰ গৌৰীপুৰ সত্ৰ।

শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ ২য় কন্যা সুমিত্ৰা আইৰ বংশধৰসকলৰ প্ৰধান সত্ৰ হ'ল অ-বিভক্ত গোৱালপাৰা জিলাৰ বিষ্ণুপুৰ সত্ৰ আৰু অ-বিভক্ত কামৰূপ জিলাৰ ঘিলাজাৰি সত্ৰ।

**পঠনীয় পুথি ঃ**

১। *পবিত্ৰ অসম,* বৰদোৱা থানৰ বিৱৰণ

২। *প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত*

৩। *প্ৰাচ্য শাসনাৱলী*

* *এই নিষ্পত্তি পত্ৰ ড° মহেশ্বৰ নেওগ সম্পাদিত প্ৰাচ্যশাসনাৱলী-ত দিয়া আছে।*

# নগাৰ নৰোত্তম আতৈ

ভৱানীপুৰীয়া গোপাল আতাৰ (কালসংহতিৰ) আজ্ঞাপৰ শ্ৰীবৰযদুমণি। তেখেতৰ অন্যতম আজ্ঞাপৰ ৰামানন্দ, ৰামানন্দৰ আজ্ঞাপৰ শ্ৰীকৃষ্ণদেৱ। শ্ৰীকৃষ্ণদেৱৰ তিনি পুত্ৰ— সুদৰিশনদেৱ (বাৰেঘৰ চলিহা সত্ৰ), বিজয়ানন্দদেৱ (বুদবাৰী সত্ৰ) আৰু সুনন্দদেৱ (কাটনি সত্ৰ)। সুদৰিশনদেৱৰ পুত্ৰ শ্ৰীৰামদেৱ। শ্ৰীৰামদেৱ আৰু নৰোত্তম— দুয়োৰে জন্ম খ্ৰীঃ ১৬৬৫ত (শ্ৰীশঙ্কৰদেৱৰ প্ৰয়াণৰ প্ৰায় এশ বছৰ পিছত)। নৰোত্তমে বাৰেঘৰ চলিহা সত্ৰতে নৱ-বৈষ্ণৱ ধৰ্মত শৰণ লয়। শ্ৰীৰামদেৱে কেন্দুগুৰিত বালিসত্ৰ নামে সত্ৰ পাতিছিল, নৰোত্তম দেওগিৰি পাহাৰত আছিল। তাৰ পৰা চাৰিদিনৰ বাট বালিসত্ৰলৈ বছৰি বছৰি গুৰুকৰ দিবলৈ আৰু গুৰুদৰ্শন কৰিবলৈকে আহিছিল। গুৰু শ্ৰীৰামদেৱ আৰু নগা শিষ্য নৰোত্তম আতৈ এক সময়তে প্ৰয়াত হয়। শ্ৰীৰামদেৱৰ থানৰ পশ্চিমে নৰোত্তমৰ অস্থি আনি থাপন কৰা হয়।*

---

** অসম সাহিত্য সভা, পবিত্ৰ অসম-ৰ পৰা। এই টোকা বাৰেঘৰ চলিহা সত্ৰৰ। পবিত্ৰ অসমৰ সম্পাদকে উক্ত সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীগোপালকৃষ্ণদেৱ অধিকাৰ গোস্বামীৰ পত্ৰৰ ভিত্তিত এই বিৱৰণ যুগুত কৰিছিল।*

# অসমত চৈতন্যপন্থী বৈষ্ণৱ ধাৰাৰ প্ৰভাৱ

নৱবৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ আলোচনা প্ৰসঙ্গত অসম উপত্যকাত সমসাময়িকভাৱে থকা চৈতন্যপন্থী বৈষ্ণৱধৰ্ম প্ৰসাৰণৰ কথা বৰকৈ আলোচনা কৰা হোৱা নাই। সংহতি ভিত্তিক সত্ৰৰ বিৱৰণ বা সংখ্যাৰ ক্ষেত্ৰতো তেনে পন্থীসকলক একেলগে ধৰা নাই। ধৰ্মতত্ত্বৰ পিনৰ পৰা নৱবৈষ্ণৱ ধৰ্ম (অসম উপত্যকাৰ) আৰু চৈতন্যপন্থৰ কিছু অমিল থাকিলেও দুয়োবিধ ভাৰতীয় বৈষ্ণৱবাদ তথা শ্ৰীমদ্ভাগৱত আশ্ৰিত ধৰ্ম। সেইকাৰণেই হ'বলা গুৰুচৰিত কথাৰ লিখকে শ্ৰীচৈতন্যদেৱক 'চৈতন্যগোচাই পালক বিষ্ণুৰ অংশ' বুলি অভিহিত কৰিছিল (ছেদ ২৮৫)। উক্ত চৰিতত, দ্বিতীয়বাৰ শ্ৰীমন্তশঙ্কৰদেৱে তীৰ্থ পৰ্যটন কৰিবলৈ যাওঁতে শ্ৰীচৈতন্যদেৱৰ সৈতে ভেটাভেটি হোৱা বুলি উল্লেখ আছে (ছেদ,২৮২ )। এই বিৱৰণৰ ঐতিহাসিক ভিত্তি নাই। কাৰণ শ্ৰীমন্ত শঙ্কৰদেৱ উজনিৰ পৰা কামৰূপলৈ আনুমানিক ১৫৪৩ খ্ৰীঃত ভটিয়াই আহে, তাৰ পিছতহে দ্বিতীয়বাৰ তীৰ্থভ্ৰমণলৈ যায়; ইতিমধ্যে খ্ৰীঃ ১৫৩৩ত[১] শ্ৰীচৈতন্যদেৱৰ তিৰোভাৱ হয়।

শ্ৰীচৈতন্যপন্থী ধাৰাটো তেখেতৰ পিছত (বা সমসাময়িকভাৱে) বিয়পোৱাসকলৰ ভিতৰত আছিল ৰূপ আৰু সনাতন (এওঁলোক পোনতে দুয়ো বংগৰ নবাব হুচেইন চাহৰ দৰবাৰৰ উচ্চপদস্থ অমাত্য আছিল।)[২] আৰু জীৱন গোস্বামী। এওঁবিলাকৰ (ৰূপ গোস্বামী আৰু সনাতন গোস্বামীৰ) কৰ্মক্ষেত্ৰ ক্ৰমে প্ৰয়াগ আৰু কাশীত আছিল।[৩] এওঁলোকৰ ভাগিন অন্যতম ধৰ্মপ্ৰচাৰক জীৱন গোস্বামীয়ে থাকিবলৈ লৈছিল মথুৰাত। ৰূপ আৰু সনাতন অনুমানিক খ্ৰীঃ ১৫৯১ত তিৰোভাৱ হয়।*

শ্ৰীচৈতন্যদেৱৰ বংগদেশত থকা প্ৰভাৱশালী অনুগামী ধৰ্মপ্ৰচাৰক দুগৰাকী আছিল আদিত্য আৰু নিত্যানন্দ।[৪] এই দুজনাৰ পৰা দুটা প্ৰধান ধাৰাৰ প্ৰসাৰণ ঘটে।

নিত্যানন্দৰ বংশধৰ ৰামদেৱ আৰু অনুগামী চিন্তামণি গোস্বামী আৰু আন আনে কামৰূপত কেবাখনো সত্ৰ পাতিছিল যথা, আল্লিবাৰী, মাজদিয়া, ৰামপুৰ (বৰনগৰ), আনন্দপুৰ, চমৰাম্বাৰ, সাহান, নলবাৰী, নাৰায়ণপুৰ আদি।[৫] কামৰূপৰ বাহিৰেও অসম উপত্যকাৰ আন চৈতন্যপন্থী সত্ৰবোৰ হ'ল অ-বিভক্ত শিৱসাগৰ জিলাৰ দিচিয়াল, অবিভক্ত নগাঁও জিলাৰ দৈপৰা আৰু অবিভক্ত দৰং জিলাৰ কলাবাৰী (স্থাপিত খ্ৰীঃ ১৭০০-৫০)[৬]

উল্লেখনীয় যে মহাৰাজ নৰনাৰায়ণৰ (কোচৰাজ্য) আগতেও অসম উপত্যকাৰ নামনি খণ্ড কেবাবাৰো বংগৰ নবাবৰ দখললৈ আহিছিল। বংগৰ নবাবে বংগদেশীয় বৈষ্ণৱ ধৰ্মক একোটা সময়ত পৃষ্ঠপোষকতাও কৰিছিল। অ-বিভক্ত নগাঁও জিলাৰ একাংশ, দৰং জিলা, কামৰূপ, গোৱালপাৰা আদিৰ সতে কোচবেহাৰ, উত্তৰ আৰু পূৰ্ববঙ্গৰ একাংশ নবাবৰ অধীনৰ ৰাজ্য

---

* এওঁলোকৰ নাম *গুৰুচৰিত কথা*-ত উল্লেখ আছে।

হিচাপেও একোটা সময়ত আছিল। এই সমগ্র অঞ্চলটোত সাংস্কৃতিক বিনিময় আৰু সংশ্লেষণ হৈছিল। (আমি অন্য এঠাইত বংগদেশৰো ঢাকা পৰ্যন্ত ঠায়ে ঠায়ে বৰপেটা সত্ৰৰ প্ৰভাবাধীন বৈষ্ণৱ থকাৰ কথা উল্লেখ কৰিছোঁ।)

শ্ৰীচৈতন্যদেৱ আৰু শ্ৰীমন্তশঙ্কৰদেৱ— দুয়োজনাৰ ভিতৰত প্ৰথম গৰাকী পিছৰ গৰাকীতকৈ বয়সতো সৰু আৰু স্বল্পায়ু। (শ্ৰীচৈতন্যদেৱৰ জন্ম খ্ৰীঃ ১৪৮৫ খ্ৰীঃ, তিৰোভাৱ খ্ৰীঃ ১৫৩৩)। কিন্তু উজনিৰ পৰা কামৰূপলৈ শ্ৰীমন্তশঙ্কৰদেৱ ৯০ বছৰ বয়সত (আনুমানিক)১৫৪৩ খ্ৰীঃত আহিছিল। ইয়াৰ আগতে নামনি অসম তথা কামৰূপত নৱ-বৈষ্ণৱ ধৰ্মপ্ৰচাৰ হোৱাৰ কোনো তথ্য পোৱা নাযায়।

কামৰূপত শ্ৰীমন্তশঙ্কৰৰ প্ৰথম শিষ্যগৰাকী আছিল ভৱানন্দ বা শ্ৰীনাৰায়ণদাস ঠাকুৰ আতা। তেখেতে দেখিছিল যে সমাজত সেই সময়ত সকলোৱে চৈতন্যপন্থী ধৰ্ম লয় আৰু নোলোৱাজনক সমাজত নলয়। (আৰু সেই দেশত সকলো গুৰু পতিকা সিখা লই ঃ সোছনমিয়া চেতন্যৰ ঃ এঘৰ কৰ্মত আতাক ধৰিলে গএগ্ৰা বোলে তোমাৰ ভোৰ কপিঙ্গ নথাঁও তোমাৰে। × × × আতা বোলে এই দেশত সকলো গুৰু পতিকা হুই। আমিও এঠাইত হ'ব খুজিছো ঃ নহ'লে ৰাইজে বাচে।)[৭] হেন সময়তে এগৰাকী পুৰুষৰ পৰা শ্ৰীমন্তশঙ্কৰদেৱ চুণপোড়ালৈ (বৰপেটা) অহাৰ বাতৰি পাই তেৰাক লগ পাই ঠাকুৰআতাই নৱবৈষ্ণৱ মতত শৰণ লয়।

তেনেদৰে বৰপেটা সত্ৰৰ প্ৰথম গৰাকী সত্ৰীয়া শ্ৰীশঙ্কৰদেৱ-শ্ৰীমাধৱদেৱৰ অনুগামী শ্ৰীমথুৰাদাস বুঢ়াআতাই "বংগদেশী চৈতনীয়া মতে নাম মন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰ জনে সৈতে ৰামায়ণ গাই ফুৰে"— আতা ওজা।[১০]

বংগদেশৰ চৈতন্যপন্থা কেবাটাও ধাৰাত বিভক্ত হয়। তাৰ দুটা প্ৰধান (ক) গোস্বামী আৰু (খ) সহজীয়া।[৮] অসম উপত্যকাত থকা সত্ৰবোৰ ব্ৰহ্মসংহতিৰ ভিতৰত দেখুৱাইছে।[১০] সহজীয়া পন্থৰ বিস্তৃতি অসমত কিমান আৰু কেনেদৰে হৈছিল তাৰ ভু পোৱা নগ'লেও নৱবৈষ্ণৱ ধৰ্মৰ কালসংহতিৰ কিছুমান সত্ৰৰ মাজেৰে প্ৰচলিত কিছুমান পদ্ধতি আৰু 'ৰাতিখোৱা' আদি সম্প্ৰদায়ৰ স'তে বৈষ্ণৱ 'সহজীয়া' পন্থৰ মিল-অমিল সম্পৰ্কে চিন্তাচৰ্চাৰ ক্ষেত্ৰখন এতিয়াও মুকলি হোৱা নাই।

**সূত্ৰ নিৰ্দেশ ঃ**

১। Institute of Culture : R.K. Mission, সম্পাদিত, *Cultural Heritage of India,* Vol. IV, P.189
২। ঐ p. 187
৩। ঐ p. 188
৪। ঐ p. 188
৫। অসম সাহিত্য সভা, *পবিত্ৰ অসম* (৩য় সংস্কৰণ)- উল্লেখিত সত্ৰবোৰৰ বিৱৰণ
৬। Dr. S.N. Sarma, The New-Vaisnavite Movement and the Satra Institution of Assam, Chap. IX
৭। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ, ১৭৭
৮। ঐ ছেদ, ৪৮৯
৯। ১নং ত উল্লেখিত গ্ৰন্থ, p. 199
১০। (ক) "আৰু সেই দেশৰ সকলো গুৰু পতিকা সিখা লই ঃ শোলহনমীয়া ঃ চৈতন্যৰ ঃ এঘৰ কৰ্মত আতাক ধৰিলে গএগ্ৰা ঃ বোলে তুমি ভোৰ কপিঙ্গ নাই নথাএ তোমাৰে।। আতা বোলে আমি নথৰাকৈল মনেৰে ভাবিছো লম পৰ্য্যমানলৈ।"
(খ) গোপালে (মথুৰাদাস বুঢ়াআতা) "গৃহবাবী কৰি শ্ৰীহৰি মৱলৰ দুহিতা সান্তা নামে বিবাহ কৰালে ঃ কতোদিন থাকি তাতিৰ মৰণ হ'ল ঃ হৈ বঙ্গদেশী চৈতনিয়ামতে নামমন্ত্ৰ লৈ গ্ৰামৰ লোক আঠাৰে জনে সৈতে ৰামায়ণ গাই ফুৰে আতা ওজা × × × ×।"

# চাৰি সংহতি

ব্ৰহ্ম, পুৰুষ, কাল আৰু নিকা, এই চাৰিটা সংহতিত অসমৰ নৱ-বৈষ্ণৱী সত্ৰবিলাক বিভক্ত। কিন্তু যি সংহতিৰ সত্ৰই নহওক কিয়, সকলোৱে শ্ৰীমন্তশঙ্কৰদেৱক উচ্চ মান্যতা দিয়ে আৰু মহাভাগৱত শাস্ত্ৰ মানে। আনহাতে একেটা সংহতিভুক্ত বুলি কোৱা প্ৰতিখন সত্ৰ ধৰ্মাচাৰণৰ ক্ষেত্ৰত আৰু পৰিচালনাৰ ক্ষেত্ৰত একে চৰিত্ৰৰ নহ'বও পাৰে; এইবিলাকে নিজস্ব পৰম্পৰা অনুসৰণ কৰাও দেখা যায়। এনে বৈশিষ্ট্যৰ কাৰণ ধৰ্মাচাৰণৰ দিশৰ পৰা কৰা ব্যাখ্যাৰেই সামৰিব নোৱাৰি। ঐতিহাসিক বিশেষ কাৰণ, ভকত-কাৰণ-শিচ সমুদায়ৰ বৈশিষ্ট্য আৰু ৰাজনৈতিক কাৰণবোৰকো উলাই কৰিব নোৱাৰি।

শ্ৰীমন্তশঙ্কৰদেৱৰ উজনিত থকা কালত শ্ৰীমাধৱদেৱকে ধৰি অনুগতৰ সংখ্যা কম আছিল, কামৰূপলৈ আহি থিতাপি লগাৰ পিছত অনুগামী ধৰ্মাচাৰ্যৰ সংখ্যা বাঢ়ে। শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ, শ্ৰীনাৰায়ণদাস ঠাকুৰআতা প্ৰভৃতি ধৰ্মাধিকাৰসকল কামৰূপতহে শ্ৰীশঙ্কৰদেৱৰ সংস্পৰ্শলৈ আহে। সিসকলক উল্লেখিত প্ৰতিটো সংহতিৰ গুৰি বুলি কোৱা হয়, শ্ৰীমাধৱদেৱৰ বাহিৰে কেউগৰাকীয়ে কামৰূপতে নৱবৈষ্ণৱী ধৰ্ম গ্ৰহণ কৰে।

শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱিত কালত নৱবৈষ্ণৱী ধৰ্মৰ মাজত কোনো সংহতি বিভাজন হোৱা নাছিল। শ্ৰীধৰস্বামীৰ টীকা-ভাষ্য 'ভাগৱত ভাৱাৰ্থ দীপিকা' শ্ৰীমন্তশঙ্কৰদেৱৰ হাতত পৰাৰ আগতেই তেৰাই গুৰুড় পুৰাণ, মাৰ্কণ্ডেয় পুৰাণ, ব্ৰহ্ম পুৰাণ আৰু হৰি বংশ আদি আন শাস্ত্ৰৰ আধাৰ ভক্তি-প্ৰদীপ, হৰিশ্চন্দ্ৰ উপাখ্যান, উৰেষা বৰ্ণন আৰু ৰুক্মিণী-হৰণ আদি পুথি ৰচনা কৰিছিল বুলি ভাবিবৰ থল আছে।

শ্ৰীমন্তশঙ্কৰদেৱ যেতিয়া কামৰূপলৈ উজনিৰ পৰা আহি থিত লয়, সেই সময়ত তেৰাৰ বয়স ৯০ বছৰৰ অধিক। অসম উপত্যকাত শ্ৰীমদ্ভাগৱতৰ ধৰ্মীয় দৰ্শন তত্ত্ব আদিয়ে সেই সময়ৰ পৰাই জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰে। মন কৰিবলগীয়া যে নামনি অসমত শ্ৰীচৈতন্যদেৱ, ৰূপ সনাতন আদি বংগীয় বৈষ্ণৱ ধৰ্মপ্ৰচাৰকসকলৰ কিছু প্ৰভাৱ পৰিছিল। অৰ্থাৎ কৃষ্ণ সংস্কৃতি এই অঞ্চলত অপৰিচিত নাছিল। চৰিতপুথিত পোৱা যায় যে ভৱানন্দ তথা শ্ৰীনাৰায়ণদাস ঠাকুৰআতাই শ্ৰীচৈতন্যপন্থী ধৰ্ম লোৱাৰ প্ৰস্তুতি কৰা সময়তেই শ্ৰীমন্তশঙ্কৰদেৱ কামৰূপলৈ অহা বতৰা পাই তেৰাৰ ওচৰলৈ আহি ধৰ্ম লয়। শ্ৰীমথুৰাদাস বুঢ়াআতাই চৈতন্যপন্থী ধৰ্ম এৰি শ্ৰীমাধৱদেৱত শৰণ লয়।[১] এটা অপেক্ষাকৃতভাৱে ৰাজৰোষমুক্ত পৰিস্থিতিত শ্ৰীমন্তশঙ্কৰদেৱ কামৰূপলৈ অহাৰ পিছত তেৰাই শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ আদিৰ সংগত নৱবৈষ্ণৱী ধৰ্ম প্ৰচাৰৰ বাবে এটা পৰিৱেশ পায়

বা গঢ়ি তোলে। ভাগৱত চৰ্চাৰ ধুম পৰে। কিন্তু শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱিত কালত সত্ৰ অনুষ্ঠানৰ উদ্ভাৱন হোৱা নাছিল। শ্ৰীশঙ্কৰদেৱৰ তিৰোধানৰ পিছত সত্ৰ সংগঠনৰ আৰম্ভ হয়। তেনে প্ৰথম দুখন সত্ৰ হ'ল পাটবাউসীৰ দামোদৰী সত্ৰ আৰু বৰপেটা (শ্ৰীমাধৱদেৱে পতা) সত্ৰ।

এনেদৰে সত্ৰ সংখ্যা বাঢ়ি যায় আৰু সত্ৰ সংগঠনক অৱলম্বন কৰি অনুগত ভকত সমাজো গঢ় লৈ উঠে।

এই পুথিৰ আন এঠাইত কামৰূপৰ জনগাঁথনিৰ তৎকালীন পৰিস্থিতিটো বিচাৰ কৰাৰ চেষ্টা কৰা হৈছিল। শ্ৰীশঙ্কৰদেৱ কামৰূপলৈ অহাৰ আগতেই আনকি চৈধ্য শতিকাতেই (তেৰাৰ উপৰিপুৰুষ চণ্ডীবৰ অহাৰ আগতেও) কামৰূপ ইছলাম ধৰ্মীয় ৰাজশক্তিৰ অধীনত সময়ে সময়ে পৰিছিল। গতিকে ইছলাম ধৰ্মৰ 'একেশ্বৰবাদ' সম্পৰ্কেও বহুতেই অৱগত আছিল। কাপৰূপৰ সমাজব্যৱস্থা সামন্তবাদৰ দিশত উন্নত আগবঢ়া আছিল। ভূমি ব্যৱস্থাৰ প্ৰশাসনৰ সহায় হোৱাকৈ কায়থেলি লিপিৰে 'কিতাবত মঞ্জৰী' (বকুল কায়স্থ, খ্ৰীঃ ১৪৩৪, 'জ্যোতিষ চূড়ামণি' (খ্ৰীঃ ১৪৬০-১৫৬০) আদি ৰচিত হৈছিল। ইতিমধ্যে আলোচনা কৰা হৈছে যে কামৰূপত বৰ্ণহিন্দুৰ সংখ্যা বাকী অনাবৰ্ণহিন্দুৰ প্ৰায় সমান আছিল। আনকি কমতা ৰাজৰ পৃষ্ঠপোষকতাত প্ৰস্তুত বিভিন্ন নিবন্ধ শাস্ত্ৰও হিন্দু সমাজত প্ৰচলিত আছিল। আৰ্থ-সামাজিক দিশৰ পৰা চালেও নানান কাৰিকৰী বৃত্তিৰ লগতে কৃষি-কৰ্ম মানুহৰ জীৱিকাৰ উপায় আছিল আৰু আছিল 'মুদৈ' বেহা-বেপাৰ কৰা শ্ৰেণী।

কামৰূপত নৱ-বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাসকলে আনসকলৰ লগতে 'নিবন্ধ'ৰ অনুশাসনকো মানি চলিছিল। নিবন্ধ সম্পৰ্কে আমি 'বেদাচাৰ' শীৰ্ষক অধ্যায়ত আলোচনা কৰিছোঁ। এনে অনুশাসনবোৰে ধৰ্মীয় তত্ত্ব দৰ্শনৰ উপৰি সামাজিক আৰু ব্যক্তিগত আচৰণ আদিক নিয়ন্ত্ৰণ কৰিছিল। এইবোৰৰ লগত শ্ৰীমদ্ভাগৱত নিৰ্দেশিত ধৰ্মীয় দৰ্শনৰ সংঘাত নাছিল। হিন্দু জীৱনৰ বেদাচাৰ নিৰ্দেশিত সকলো আচাৰ-আচৰণ পালন কৰিও সিবোৰক বিষ্ণুত অৰ্পণ কৰি শুদ্ধ ভাগৱতী ধৰ্ম ধৰি থাকিব পাৰিছিল।

এই সম্পৰ্কে শ্ৰীমদ্ভাগৱতৰ তত্ত্বৰ ব্যাখ্যাৰে শ্ৰীমন্তশঙ্কৰদেৱে নিমি-নৱসিদ্ধ সংবাদত লিখিছে—

স্বভাৱে যি কৰে দান হোম মহা
তপ জপ তীৰ্থ ব্ৰত।।
কায় বাক্য মনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম।
হুয়া একমত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম।। ৫৩
নিত্য নৈমিত্তিক যত জাতি ধৰ্ম
আশ্ৰমৰ যত কৰ্ম।
কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে
মহাভাগৱত ধৰ্ম।।" ইত্যাদি

হিন্দুৰ জাতি, বৰ্ণ আৰু আশ্ৰম অনুযায়ী পালনীয় ধৰ্মাচাৰ আদি নিয়ন্ত্ৰণ কৰে মনু পৰাশৰ আদিৰ স্মৃতিৰ ভিত্তিত ৰচিত 'নিবন্ধ'বোৰে। এনে শাস্ত্ৰকাৰসকলে দি যোৱা বিধানমতে ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰহে (দ্বিজাতি) জাতি আৰু বৰ্ণ অনুযায়ী জাতি- কৰ্ম বা সংস্কাৰ আছে। শূদ্ৰৰ কোনো নিৰ্দিষ্ট সংস্কাৰ নাই। তেওঁলোকৰ একেটাই ধৰ্ম— ই হ'ল, দ্বিজাতিৰ সেৱা কৰাটো। কিন্তু শ্ৰীমদ্ভাগৱত শাস্ত্ৰমতে হৰিনাম লোৱাৰ অৰ্থাৎ নাম-কীৰ্তন কৰাৰ অধিকাৰ সকলোৰে— শূদ্ৰসকলৰো আনৰ সমানেই আছে। হৰিনাম ল'বলৈ 'নিয়ম সংযম বিধি' একো নিৰ্দিষ্ট নাই। যিহেতু নামধৰ্মত সকলোৰে অধিকাৰ আছে, কলিযুগত ই উৎকৃষ্ট ধৰ্ম বুলি কোৱা হৈছে।

নিজৰ 'জাতিধৰ্ম' পালন কৰা বা কোনো নিজস্ব জাতি ধৰ্ম নথকাসকলেও নামধৰ্মৰ মাজেৰে ভাগৱত ধৰ্ম পালন কৰিব পাৰিছিল।

শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱৰ মতভেদ অকল যে দুয়োজনাৰ মাজতে আৱদ্ধ আছিল তেনেদৰে ভবাটো সঠিক নহয়। শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ আগমুহূৰ্তত ধৰ্মীয় উত্তৰাধিকাৰী হিচাপে মাধৱদেৱক পাতি যোৱা কথাটোত সমাজৰ উচ্চ ক্ষমতাসম্পন্ন শ্ৰেণীয়ে (শ্ৰীমন্তশঙ্কৰদেৱৰ নিজৰ বংশৰ লোককে ধৰি শ্ৰীদামোদৰদেৱ বা শ্ৰীনাৰায়ণদাস ঠাকুৰআতা) ভালপোৱা নাছিল। শ্ৰীমাধৱদেৱ আছিল উদাসীন, সামন্তধৰ্মী সমাজত শ্ৰেণী হিচাপে প্ৰভাৱশালীও নহয়। শ্ৰীদামোদৰদেৱ আন নহ'লেও জাতি-কুলৰ পিনৰ পৰাও উচ্চ আৰু সন্মানীয় আছিল। (সেইবাবেই সম্ভৱতঃ ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ আদি অব্ৰাহ্মণ চৰিতকাৰসকলেও তেওঁক দামোদৰ "গুৰু" আখ্যা দিছে।)

সেই সময়ৰ বৰ্ণহিন্দু প্ৰাধান্যৰ সামন্তবাদী সমাজত জাত-পাত বা কুলমৰ্যাদাৰ গুৰুত্ব বেছি আছিল।

শ্ৰীমাধৱদেৱৰ ওপৰত শ্ৰীমন্তশঙ্কৰদেৱে দায়িত্ব দিলেও শ্ৰীদামোদৰদেৱে শ্ৰীমাধৱদেৱক নেতা মানিবলৈ স্বীকাৰ নকৰিলে বা শ্ৰীদামোদৰদেৱৰ অনুগতসকলে তেনে স্বীকৃতি নিদিলে। শ্ৰীমাধৱদেৱে নামধৰ্মৰ গূঢ়কথা যি ব্যাখ্যাৰে প্ৰচাৰ কৰিব বিচাৰিছিল তেনে ব্যাখ্যাত শ্ৰীদামোদৰদেৱ ৰাজী নহ'ল। **জাতিধৰ্ম** (সন্ধ্যা গায়ত্ৰী, মূৰ্তি শালগ্ৰাম আদিৰ স্বীকৃতি দিয়া) **পৰিত্যাগ কৰি মাথোন নাম-কীৰ্তনতে ধৰ্মাচৰণ সীমাবদ্ধ কৰি ৰাখিবলৈকে বৰ্ণহিন্দু সমাজৰ উচ্চ বৰ্ণখিনিৰ লগতে শ্ৰীদামোদৰদেৱো ৰাজী নহ'ল অৰ্থাৎ ব্ৰহ্মসংহতি এইদৰেই নৱ-বৈষ্ণৱ ধৰ্মৰ** এটা সুকীয়া পন্থা হৈ পৰিল। এই ঘটনা ঘটে শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোভাৱৰ প্ৰায় লগে লগেই।

শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ প্ৰায় এবছৰমানৰ ভিতৰত তেৰাৰ পুত্ৰসকলৰ তথা ৰামানন্দ আৰু হৰিচৰণৰ দেহান্ত হয়। ৰামানন্দৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰ আৰু হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজ ঠাকুৰ সেই সময়ত নিতান্ত নাবালক। শ্ৰীমাধৱদেৱৰ তত্বাৱধনাতে এই দুই গৰাকী শ্ৰীশঙ্কৰ পুৰুষ নাতি ডাঙৰ-দীঘল হৈছিল।

শ্ৰীপুৰুষোত্তম ঠাকুৰৰ যেতিয়া যোল বছৰ বয়স তেতিয়া সমাজৰ মুখিয়াল চৌধাৰী, পাটোৱাৰী, মেনা, তালুকদাৰ প্ৰভৃতি চৰকাৰী বিষয়া আৰু ভকত ৰাইজৰ উপস্থিতিত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰধান কোন হোৱা উচিত এই প্ৰশ্ন উত্থাপিত হৈছিল। গুৰুচৰিত কথাত

এই ঘটনাটো এনেদৰে বৰ্ণৰা আছে।[২]

"অমৃতাকাৰ দলৈয়ে (দলৈ = সমাজপ্ৰধান) মহাখোৱাবৰিত এখন সভা মাতিছে। তাত আতৈসকলৰ উপৰিও অনেক ভকত গ্ৰামবাসী, চৌধাৰি, পাটোৱাৰি, মেনা, তালুকাদাৰ, ঠাকুৰীয়া উপস্থিত আছে। মনথৈৰ পৰা নাৰায়ণদাস ঠাকুৰআতাই আহি পাটবাউসীৰ পৰা শ্ৰীশঙ্কৰ নাতি পুৰুষোত্তম ঠাকুৰক আনি সভাথলীৰ আঁতৰত লুকাই থৈ উপস্থিত হ'লত গুৰুজনে (শ্ৰীমাধৱদেৱে) গুৱা দুখানি দি ভোজন সুখ-দুখৰ বাৰ্তা সুধি বোলে সখি সভাখান কেনে হৈছে দেখা যাই বোলে বাপ কোনো সৰ্বগুণাকৰ সুন্দৰ পুৰুষক বতিস্য (বত্ৰিশ) অলংকাৰে কচাই ঃ তাৰ শিৰ নহ'লে যেনে অশোভন দেখি ঃ এই সভাও তেনে হৈছে ঃ গুৰুজনে মৌনে কষ্ট পাই গুণি বোলে তোম্ৰা আচা আমি আচো আৰু গুৰুজনৰ সেৱক আতৈসবো আচে ঃ আৰ অনেক গ্ৰামবাসী দহ আঠ হাজাৰ আচে ঃ মূৰ্তি ভাগৱত ঈশ্বৰ মূৰ্তিও আচে ঃ কিয় অশোভন বোলা গ'ল ব্ৰহ্মসভাখান (জেন তেনে)ক × × × এতেকে সেই গুৰু নাতি দুটি শঙ্কৰ পুৰুষোত্তম ঠাকুৰ ঃ হল হতে তেহে শিৰ হই"

এই সভাত শ্ৰীমাধৱদেৱে পুৰুষোত্তম ঠাকুৰক ধৰ্মবস্তু সঁপি দিয়ে। শ্ৰীপুৰুষোত্তমে তাৰ পৰা শ্ৰীনাৰায়ণদাস ঠাকুৰআতাৰ লগত জনিয়ালৈ গৈ সত্ৰ পাতে। তাৰ পৰাই বাৰবাৰজনীয়া দলটোক ধৰ্মপ্ৰচাৰ কৰিবলৈ শ্ৰীপুৰুষোত্তম ঠাকুৰে আজ্ঞা দিয়ে।

**পুৰুষ সংহতিৰ আৰম্ভণিও এয়ে।**

শ্ৰীপুৰুষোত্তম ঠাকুৰৰ পুত্ৰ সন্তান নাছিল। তেওঁৰ কোচবেহাৰত তিৰোধান হয়। ঠাকুৰে তেওঁৰ খুৰাকৰ ল'ৰা চতুৰ্ভুজ ঠাকুৰক উত্তৰাধিকাৰী পাতি থৈ যায়।

লক্ষ্যণীয় এই যে **শ্ৰীপুৰুষোত্তম ঠাকুৰে কাৰো ওচৰত** (তেৰাৰ ককাক শ্ৰীমন্তশঙ্কৰদেৱৰ দৰে) **আনুষ্ঠানিকভাৱে শৰণ লোৱা নাছিল**। তেৰাই ৰচনা কৰা 'ন-ঘোষা' নামৰ পুথিখনক পুৰুষ সংহিতাৰ সত্ৰবোৰে যথেষ্ট গুৰুত্ব দিয়ে। আনকি কোনো সত্ৰত নাম-কীৰ্তন প্ৰসঙ্গৰ পিছত আন সত্ৰৰ দৰে ভাগৱতৰ সলনি ন-ঘোষা পাঠ কৰা হয়।[৩]

**পুৰুষোত্তম ঠাকুৰে ন-ঘোষাত কৈছে—** [৪]

শঙ্কৰেসে ইষ্টদেৱ গুৰু মোৰ নাহি কেৱ
জানি মই কৰি আছো সাৰ।
তানমত এৰি যাই আনমতে গতি নাই
জানি সদা কৰো নমস্কাৰ।।৩৮
যাৰ শীল শিক্ষা পাই মাধৱে বোলন্ত মই
শঙ্কৰদেৱৰ নিজ দাস।
হেনয় ঈশ্বৰ হুৱা ভাৰ্যাক বুলিলা কেনে
জানিবা নাতিত মোৰ আশ।।৩৯

**আকৌ,**

শ্ৰাদ্ধ হৰি বাসৰক হৰিমূৰ্তি ব্ৰাহ্মণক
আক যিটো জনে নুই কৰে।

মই শঙ্কৰৰ মত পায়া আছো কেন মতে
আশা লাগি বুলি সিটো মৰে।।৫৭
গংগা তীৰ্থ ভাগৱত গীতা শাস্ত্ৰ তুলসীক
ইসৱক নমানে যি নৰ।
কহো মই সাৰে সাৰ মত তাৰ নুহি আৰ
জানিবাহা দেৱ শঙ্কৰৰ।। ৫৮

**এই ক্ষেত্ৰত শ্ৰীমাধৱদেৱৰ ধাৰণা আছিল— "**

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্তি শূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।।৮
যিটো জনে কৃষ্ণকথা বিচাৰে সময়ে মনে
ধৈৰ্য ধৰি ক্ষণেক থাকয়।।
যত তীৰ্থ স্নান দান দেৱ পিতৃ যজ্ঞ যাগ
যোগাদিৰো ফলক পাৱয়।। ৯
যাৰ পুত্ৰসবে ঐত হৰিত শৰণ লৈয়া
হৰি গুণ গাৱে শুদ্ধভাৱে।
দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পিয়া
পিতৃগণে তৃপিতিক পাৱে।।১০
সেহিসে সকলে শাস্ত্ৰ পঢ়িলে শুনিলে সি সি
অনুষ্ঠান সমস্তে কৰিল।
নিৰাশা ঈশ্বৰ কৃষ্ণ তাহাক সমুখ ভৈল
আশাক যিজনে পিঠি দিল। ১১

শ্ৰীমাধৱদেৱে শ্ৰীপুৰুষোত্তম ঠাকুৰ বা শ্ৰীদমোদৰদেৱে দিয়া দৰে শ্ৰাদ্ধ, হৰিমূৰ্তি, ব্ৰাহ্মণ, গংগা, তীৰ্থ, তুলসী তথ্য বৰ্ণহিন্দুৰ জাত-সংস্কাৰৰ ওপৰত গুৰুত্ব দিছিল নে নাই সেই প্ৰশ্নলৈ নগৈয়ো ক'ব পাৰি যে তেৰাই সিবোৰতকৈ কৃষ্ণগুণ কীৰ্তন-শ্ৰৱণ আদিৰ ওপৰত অধিক গুৰুত্ব দিছিল।

**'নিকা সংহতি'ত সম্ভৱত ইয়েই পৰিচয়।**

**ব্ৰহ্ম, নিকা, পুৰুষ সংহতিৰ বাহিৰে অন্যতম সংহতিটো হ'ল কালসংহতি।** কালসংহতিৰ ধাৰাটো ভনীপুৰীয়া বা ভৱানীপুৰীয়া গোপালআতাৰ পৰা বঢ়া বুলি কোৱা হয়।

ভৱানীপুৰীয়া গোপালআতাই শ্ৰীমাধৱদেৱৰ পৰা ধৰ্মবস্তু লৈছিল। নিজভৱানীপুৰ, কালঝাৰ, পোৰাভৰাল আৰু জোৱাৰদি এই চাৰিখন তেওঁ পতা সত্ৰ, আটাইকেইখন বৰ্তমান কামৰূপ জিলাত। ভৱানীপুৰ আৰু কালঝাৰ ওচৰা-ওচৰি ঠাই। এই দুয়ো ঠাই নৱবৈষ্ণৱ ধৰ্মচৰ্চাৰ কেন্দ্ৰ হিচাপে শ্ৰীমাধৱদেৱৰ শেষ বয়সত কোচবিহাৰলৈ যোৱাৰ পিছত গঢ়ি

উঠিছিল। শ্ৰীমাধৱদেৱৰ দিহা মতে শ্ৰীদামোদৰদেৱৰ শিষ্য শ্ৰীবংশীগোপালদেৱ উজনিলৈ গৈ ধৰ্মপ্ৰচাৰ কৰা ক্ষেত্ৰত সফল হয় আৰু সেই অঞ্চলৰ বৰযদুমণি (হেতুলীয়া), শ্ৰীৰামবিপ্ৰ (আঁহতগুৰি), সৰু যদুমণি (গজলা), সনাতন (নগৰীয়া), পুৰুষোত্তম (কাথপাৰা), নাৰায়ণআতা (দহঘৰ), সন্যাসী ৰামচন্দ্ৰ আতা (ইকৰাজান), বৰগুৰু কৃষ্ণআতা, অনিৰুদ্ধদেৱ (মায়ামৰা), ৰামচন্দ্ৰআতা (খাৰামোচৰ), মুৰাৰিআতা (চৰাইবাহী), সনাতন (দলৈপো) আদিয়ে ভৱানীপুৰীয়া গোপালআতাৰ আজ্ঞা ধৰি অসম উপত্যকাৰ মধ্য আৰু উজনিত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ কৰে। ভৱানীপুৰীয়া আতাৰ আজ্ঞাপৰ এই ধৰ্ম-প্ৰচাৰকসকলে পতা সত্ৰবোৰক কালসংহতিৰ সত্ৰ বুলি কোৱা হয়।*

ব্ৰহ্মপুত্ৰ উপত্যকাৰ মধ্য আৰু উজনিৰ উপজাতি, আহোম, চুতীয়া আন জনজাতি বা পিছপৰা (হিন্দু) জাতিৰ অলেখ মানুহক নৱবৈষ্ণৱ ধৰ্মই সামৰি লয়। এই ক্ষেত্ৰত মধ্য আৰু উজনি অসমত কালসংহতিৰ ভূমিকা সৰ্বাধিক। অকল সিয়েই নহয়, অসমৰ ৰাজনৈতিক আৰু সামাজিক ইতিহাসৰ ধামখুমিয়াৰ ক্ষেত্ৰত কালসংহতিৰ কিছুমান সত্ৰৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ আছিল। বিভিন্ন জনজাতি, উপজাতিৰ আৰু হিন্দু সমাজৰ পিছপৰা সম্প্ৰদায়ৰ মাজত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ ফলশ্ৰুতিত বৃটিছ যুগত খ্ৰীষ্টান মিছনাৰীসকলে (বা ইছলাম ধৰ্ম প্ৰচাৰকসলেও) ধৰ্মান্তৰ গ্ৰহণ কাৰ্যত ব্যাপকভাৱে সফল নহ'ল বুলি ধাৰণা কৰিব পাৰি।

কালসংহতিৰ প্ৰচাৰ ধাৰাৰ আচাৰ-উদাৰতা ইয়াৰ এটা কাৰণ বুলি ভাবিব পাৰি।

আমি 'থানসত্ৰ' শিতানত আলোচনা কৰিছো যে থল, পৰিস্থিতি আৰু ঐতিহাসিক পৰম্পৰাভেদে একে সংহতিৰ ইখনৰ সতে সিখন সত্ৰৰ সংগঠন আৰু ধৰ্মাচাৰ পদ্ধতিত অলপ-অচৰপ অমিল থাকিব পাৰে। নামনি অসম, মধ্য অসম আৰু উজনি অসমৰ কালসংহতিৰ সত্ৰৰ মাজতো এনে অমিল আছে।

উদাহৰণ স্বৰূপে 'ৰাতিখোৱা' পদ্ধতিৰ কথাকে ক'ব পাৰি।

ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য-আজ্ঞাপৰ বৰযদুমণি বা আধলীয়া যদুমণি, তেখেতৰ আত্মীয় আৰু আজ্ঞাপৰ হ'ল ৰামদেৱ। ৰামদেৱৰ দিনৰ পৰাই নৱবৈষ্ণৱ ধৰ্মৰ মাজলৈ 'ৰাতিখোৱা' পদ্ধতি বা তাৰ সদৃশ কিছুমান ধৰ্মাচৰণ অনুপ্ৰৱেশ কৰে।[৭] এনে ধৰ্মাচাৰণবোৰ হ'ল নৱবৈষ্ণৱ ধৰ্ম তথা ভাগৱতী ধৰ্মৰ লগত জনসমাজত আগৰে পৰা চলি অহা কিছুমান আচাৰ আৰু বিশ্বাসৰ সংশ্লেষণ। অ-বিভক্ত শিৱসাগৰ আৰু লখিমপুৰ জিলাৰ কালসংহতিৰ কিছুমান সত্ৰৰ সৰহভাগ শিষ্যই আহোম, মিৰি, কছাৰী আদি উপজাতিৰ লোক। তেওঁলোকৰ মাজত 'ৰাতিখোৱা' আচৰণ প্ৰচলিত আৰু এই আচৰণত সুৰা বা সাজপানী গ্ৰহণ এটা অপৰিহাৰ্য অংগ। এগৰাকী গৱেষকে লিখিছে—[৮]

> "Rati-khowa is in vogue today among a large section of Ahom people of Sibsagar and Lakhimpur districts and also among the Miris and Kacharis. Satras propagating the cult were established mostly in the sub-division of Sibsagar (এতিয়া জিলা) in Upper Assam. But the Satradhikars are non-Ahoms, mostly High Class Hindu

Sudra Gosain."

কালসংহতি সত্ৰৰ মাধ্যমেৰেই শ্ৰীশঙ্কৰদেৱৰ তিৰোধানৰ প্ৰায় এশ বছৰ কাল পিছত১৬৬৫ খ্ৰীঃত জন্মগ্ৰহণ কৰা নগা খুনবাও বা ৰজা নৰোত্তমে নৱবৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল।[৯]

ভাগৱতী ধৰ্মৰ উদাৰ ব্যাখ্যা আৰু বহল অনুভৱেৰে জাতিভেদৰ আঁৰ-বেৰ শিথিল কৰি নৱবৈষ্ণৱ ধৰ্মৰ মাজলৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ উপজাতি, জনজাতি, আহোম, চুতীয়া আদি আৰু পিছপৰা সম্প্ৰদায়ৰ লোকক উজনিৰ কালসংহতিৰ সত্ৰবোৰে ব্যাপকভাৱে আকৰ্ষণ কৰিছিল। শিষ্য-ভকতৰ আনুগত্য লভি কেৎনমানমাত্ৰ সত্ৰ অতি প্ৰভাৱশালী হৈছিল। বিভিন্ন জনগোষ্ঠী এনে সত্ৰ শৃঙ্খলাৰ মাজেৰে একগোট হৈছিল আৰু এনে একতাই ৰাজশক্তিৰ বাবে বিপদ-সংকেতৰ জাননী দিছিল। সেইকাৰণে কালসংহতিৰ দিহিংমূলৰ এচাম সত্ৰক ৰজাঘৰে আন চামৰ পৰা আঁতৰাই অনাৰ চেষ্টা কৰিছিল। আনহাতে একেটা সংহতিৰে মোৱামৰীয়া সত্ৰৰ ছত্ৰছায়াত একমুঠ হৈ ৰাজব্যৱস্থাত অসন্তুষ্ট হৈ প্ৰজাই প্ৰজাবিদ্ৰোহ কৰিছিল।

কালসংহতিৰ কিছুমান সত্ৰৰ ভকত আৰু শিষ্যবৰ্গৰ মাজত থকা 'অশুদ্ধ' বা 'অশুচি' আচাৰক আন সত্ৰবোৰে স্বীকৃতি নিদিয়াৰ বাবে 'ক'লা' অৰ্থত (Dark বা Black ) নে কালঝাৰ সত্ৰৰ পৰা বঢ়া বাবে সংহতিৰ নাম 'কালসংহতি' হ'ল এই সম্পৰ্কে মতাদ্বৈধতা আছে।

**চাৰি সংহতিৰ বাকীটো সংহতিৰ নাম হ'ল নিকাসংহতি।** শ্ৰীমাধৱদেৱৰ দুগৰাকী প্ৰধান শিষ্য শ্ৰীমথুৰাদাস বুঢ়াআতা আৰু শ্ৰীপদ্মআতা তথা বদুলাআতা নাইবা বৰপেটা আৰু কমলাবাৰী সত্ৰপ্ৰণালীৰ মাজেৰে গঢ় লোৱা সত্ৰশৃঙ্খলাই নিকা-সংহতিৰ মূল ধাৰাটো বহন কৰিছিল।

কোচবিহাৰৰ মধুপুৰ, য'ত শ্ৰীমাধৱদেৱে দেহত্যাগ কৰিছিল: বৰপেটা (নৱবৈষ্ণৱ ধৰ্মৰ প্ৰথম সত্ৰ সংগঠন আৰু তাক স্থাপন কৰিছিল শ্ৰীমাধৱদেৱে) আৰু কোচবেহাৰ মধুপুৰ সত্ৰত থকা কালত শ্ৰীমাধৱদেৱে আজ্ঞা দি পঠোৱা শ্ৰীপদ্মআতা তথা বদলাআতাই পতা উজনিৰ মাজুলিৰ কমলাবাৰী সত্ৰ, নিকাসংহতিৰ প্ৰধান সত্ৰ।

বৰপেটা সত্ৰক ৰজাই দান কৰা মাটিৰ পৰিমাণ ৩৯৭ একৰ,[১০] আনহাতে কমলাবাৰী সত্ৰৰ লাখেৰাজ মাটি ৫৯০০ একৰ।[১১] এই দুখন সত্ৰ ক্ৰমে শ্ৰীমথুৰাদাস বুঢ়াআতা আৰু শ্ৰীপদ্মআতাই (বদুলাআতা) শ্ৰীমাধৱদেৱৰ জীৱিত কালতে চম্ভালে আৰু শ্ৰীমাধৱদেৱৰ পিছত বুঢ়ীপো গোবিন্দ আতৈয়ে মধুপুৰ সত্ৰৰ ভাৰ লয়।

কালক্ৰমত বৰপেটা সত্ৰই নিকা সংহতিৰ মুখ্য সত্ৰ হৈ পৰে। ১৮৫১ খ্ৰীঃত প্ৰকাশিত বৃটিছ শাসকৰ টোকামতে অকল কামৰূপ জিলাতেই (অবিভক্ত) এই সত্ৰৰ অধীনত ১৯৫ খন সত্ৰ আছিল। **এই সত্ৰৰ অনুগত ভকত অকল কামৰূপতেই নহয়, গোৱালপাৰা, কোচবিহাৰ আনকি বঙ্গদেশৰ ঢাকা জিলাতো আছিল।**

There are in the Kamrup District one hundred and nintyfive shostros subordinate to Borpetah, * * Of the actual number of

the sect I am unable to form any estimate and form the shostro Manuscripts no information on the subject was to be derived, as they keep no record of their proselytes; but they form a considerable portion of the district. * * They also muster strong in Gowalparah and Coochbehar and are found. I believe even in Dacca Districts, * ** Wherever reside they appear to regard Borpetah, with as much reverence as Mahammadans pay to Mecca, though their great saints and founders Sankar and Madhab neither died nor born there.[১২]

বৰপেটা সত্ৰৰ অন্তৰ্গাথনি, সত্ৰীয়া আৰু আন ভকতসকলৰ মাজৰ সম্পৰ্ক, সত্ৰীয়া নিৰ্বাচন আদিৰ আৰ্হিৰে আন নিকা-সংহতিভুক্ত সত্ৰবোৰ পৰিচালিত হয়নে নহয় সেই কথা জনা নাযায়।

কমলাবাৰীকে ধৰি উজনিৰ সত্ৰবোৰক ৰজাঘৰে যিমান মাটিবৃত্তি দান কৰিছিল বৰপেটা আদি সত্ৰক তিমান দিয়া নাছিল। উদাহৰণস্বৰূপে একে সংহতিৰ কমলাবাৰীৰ তুলনাত বৰপেটাৰ ভূমি-সম্পত্তি অতি তাকৰ। কিন্তু বৰপেটা সত্ৰৰ আয় আৰু সম্পদ কমলাবাৰীতকৈ সৰহ। **আজি ডেৰশ বছৰ আগৰ তথ্যমতে বৰপেটা সত্ৰৰ বছৰি আয় আছিল গড়ে চাৰিৰ পৰা পাঁচ হাজাৰ টকা আৰু ব্যয়ৰ পৰিমাণ তিনিহাজাৰ টকা। এই আয় যে সত্ৰৰ ভূ-সম্পত্তিৰ পৰাই আহিছিল সেই কথা ক'ব নোৱাৰি।** ১৮৫১ খ্ৰীঃৰ টোকাটোত আছে যে ১৮৪৭-৪৮ চনৰ পিয়লত ১৭৫ একৰ মাটিত৭৩৬৮ জন লোকে বাস কৰিছিল। (By a census made in 1847-48, that portion of it considered as belonging exculsively to the shostro and comprising an area of 175 acres, contained 7,368 souls,)। নিঃসন্দেহে ক'ব পাৰি যে ইয়াৰ অধিবাসী ভকত আদি খেতিৰ লগতে কুটিৰ শিল্পজীৱি আৰু সৰু সৰু বেপাৰী আছিল। সেইসকলেই সত্ৰৰ পুঁজিলৈ ধনৰ যোগান ধৰিছিল। কমলাবাৰীৰ ক্ষেত্ৰত সেই অঞ্চলৰ সমাজ ব্যৱস্থা একমাত্ৰ কৃষি আৰু আহোম সামন্তবাদীয় পদ্ধতিত নিৰ্ভৰশীল আছিল গুণে চৰিত্ৰগতভাৱে বৰপেটাতকৈ বেলেগ আছিল। কোনো ৰজাঘৰীয়া ভূদান নোপোৱাকৈয়ো বৰপেটা সত্ৰৰ অধীনৰ বহুতো সত্ৰই অতি ভালভাৱে চলিব পাৰিছিল। উক্ত টোকটোত আছে—

There are in Kamrup District one hundred and ninetyfive shostros subordinate to that of Borpetah, I know not how many there may be in other Districts. All those I have seen are built exactly on the model of the present institution, each having its establishment of Udasins in cloisters and its 'Grihis's or laymen in ordinary dwellings. Five or six of these are to a small extent endowed, that is have received grants of land held at half rates from the former rulers of the country, the remainders have no endow-

ments. But they are nevertheless maintained in much better order than the generality of shostros and temples to which extensive grants have been made, being well supported by a numerous and respectable body of discilples who all pay a very devout attention to the externals of religions.'[8]

অকল বৰপেটাই নহয়, বৰপেটা সত্ৰৰ অধীন দুখন সত্ৰৰ অধিবাসী সম্পৰ্কে উক্ত টোকাটোত কোৱা হৈছে—

I know of the two villages, each containing two or three thousand inhabitants, the one, a village of weavers, the other a village of Oilpressures, all of whom are diciples of Borpetah.'[৫]

বৰপেটাৰ বাহিৰেও ঘন আৰু সৰহ অধিবাসী থকা শুৱালকুছি (village of weavers) আৰু ৰামদিয়াৰ (village of oilpressures) অধিবাসীয়ে নিকা সংহতিৰ বৰপেটা আৰ্হিকে গ্ৰহণ কৰিছিল।

বিচাৰ কৰিবলগীয়া কথা হ'ল কোন সংহতিয়ে কোন ধৰণৰ জীৱিকাবৃত্তিৰ বা সমাজৰ লোকক প্ৰধানতঃ সামৰিছিল? এই বিষয়ে বিস্তাৰিত আৰু গভীৰভাৱে বিচাৰ বিশ্লেষণ এতিয়ালৈকে হোৱা নাই। তথাপি এই আলোচনাৰ পৰা অনুমান কৰিব পাৰি যে নামনি অসমৰ বৰ্ণহিন্দুৰ উচ্চভাগৰ মাটিবাৰী, বিষয়-সম্পত্তি আদিৰ গৰাকী আৰু তেওঁলোকৰ প্ৰভাৱাধীন (সামাজিক আৰু অৰ্থনৈতিকভাৱে) সকলে ব্যাপকভাৱে ব্ৰহ্মসংহতিৰ সত্ৰবোৰৰ অনুগত আছিল। এনে সত্ৰবোৰৰ বহুতেই আন মঠ-মন্দিৰ-দেৱালয়ৰ দৰে ৰাজঘৰৰ পৰা ভূ-সম্পত্তি আৰু পাইক আদি পাইছিল। সেয়ে সত্ৰসমূহৰ সত্ৰাধিকাৰসকলৰ নিৰ্বাচনো ভকত কাৰণে নকৰিছিল আৰু প্ৰায় পৈত্ৰিক উত্তৰাধিকাৰীৰ দৰে এই পদত আসীন হৈছিল। নামনি অসমৰ পুৰুষসংহতিৰ সত্ৰবোৰ ব্ৰহ্মসংহতিৰ সত্ৰতকৈ বৰ বেছি বেলেগ নাছিল। কিন্তু ৰাজানুগ্ৰহ কম পাইছিল গুণে প্ৰভাৱ-প্ৰতিপত্তিৰ দিশত ইমান ব্যাপকতা লাভ কৰা নাছিল।

উজনি আৰু মধ্য অসমত ব্ৰহ্মসংহতি আৰু পুৰুষ সংহতিৰ সত্ৰ বহুকেইখন প্ৰভাৱশালী হৈ পৰাৰ কাৰণ আছিল ৰাজঘৰৰ পৃষ্ঠপোষকতা আৰু বৰ্ণহিন্দু প্ৰজাৰ সমৰ্থন। এই ৰজাঘৰীয়া সমৰ্থন সত্ৰক ভূ-সম্পত্তি আৰু জনবল (পাইক) দিয়াৰ মাজেদি পোৱা হৈছিল।

কালসংহতিৰ সত্ৰ নামনি অসমত বেছি নাই, মধ্য আৰু উজনি অসমত সৰহ। নামনি অসমৰ কালসংহতিৰ সত্ৰবোৰৰ চৰিত্ৰৰ আনবোৰৰ (আন সংহতি) সতে বিশেষ পাৰ্থক্য নাই। কিন্তু আগতে আলোচনা কৰা বিশেষত্বখিনিয়ে কালসংহতিৰ সত্ৰক (উজনি আৰু মধ্য অসমৰ) আনবোৰতকৈ এক সুকীয়া বিশেষত্ব দান কৰিছে। কেইখনমান কালসংহতিৰ সত্ৰৰ আৰ্থ-সামাজিক—ৰাজনৈতিক ভূমিকা বিশেষভাৱে মন কৰিবলগীয়া।

ধৰ্মবস্তু আৰু ধৰ্মগুৰুবৃত্তি জীৱিকা-বৃত্তিৰ উপাদান হৈ পৰাত আৰু ভকতে আহোম সমাজব্যৱস্থাত কাড়ী-পাইক আদি ৰাজসেৱাৰ বাধ্যকতাৰ পৰা অব্যাহতি পোৱাত তথা নিম্নৰভূমিৰ গৰাকী ধৰ্মগুৰুৱে হোৱাত উজনিত সত্ৰ বিস্তাৰ বাৰুকৈয়ে হৈছিল। কাল

সংহতিৰ সত্ৰসমূহে পিছপৰা সম্প্ৰদায়, জনজাতি, অৰ্ধ-জনজাতিৰ লোকক যে বিশেষভাৱে আকৰ্ষণ কৰিছিল এই বিষয়ে ইতিমধ্যে আলোচনা কৰা হৈছে।

ব্ৰহ্ম, পুৰুষ আৰু কালসংহতিৰ প্ৰভাৱাধীনসকল প্ৰায় শতাংশই কৃষিজীৱি প্ৰজা আৰু এই প্ৰজাশ্ৰেণীৰ ওপৰত থকাসকল সামন্ত, অৰ্ধ-সামন্তবাদী শ্ৰেণীৰ। নামনিৰ নিকাসংহতিৰ ক্ষেত্ৰত এনে প্ৰভাৱিত চামৰ মাজত কুটিৰ শিল্পজীৱী (তাঁতী, তেলী, বাঢ়ৈ, কমাৰ, কমাৰ আদি বৃত্তিয়াল শ্ৰেণী) আৰু বেহা-বেপাৰ কৰা শ্ৰেণীৰ প্ৰভাৱ দেখা যায়। তাত ভূ-সামন্তবাদী ডা-ডাঙৰীয়াৰ অপেক্ষাকৃতভাৱে প্ৰভাৱ কম। সম্ভৱতঃ সেইকাৰণেই ৰজাঘৰে পৰ্যাপ্ত মাটি-বৃত্তি নিদিয়াকৈও সত্ৰবোৰ ভালদৰে চলিব পাৰিছিল।

আৰ্থ-সামাজিক পৰিস্থিতিৰ পটভূমিত সংহতিবোৰৰ তথা সত্ৰৰ বিকাশ সম্পৰ্কে আৰু যথেষ্ট আলোচনা কৰিবলগীয়া আছে।

## সূত্ৰ নিৰ্দেশ ঃ

১। (ক) ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ১৭৭।১৭৮।১৭৯

(খ) ঐ ছেদ, ৪৮৯

২। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ, ৬১১।৬১২।৬১৩।৬১৪।।

৩। অসম সাহিত্য সভা, *পবিত্ৰ অসম,* ৩য় সংস্কৰণ (জনিয়া সত্ৰৰ বিৱৰণ)

৪। মহেশ্চন্দ্ৰ দেৱগোস্বামী, সম্পাদিত, *ন-ঘোষা,* (পুৰুষোত্তম ঠাকুৰ ৰচিত)

৫। শ্ৰীমাধৱদেৱৰ *নামঘোষা,* ছেদ ৯।১০।১১

৬। অসম সাহিত্য সভা, *পবিত্ৰ অসম,* ৩য় সংস্কৰণ (ভৱানীপুৰ আৰু কালজাৰ সত্ৰৰ বিৱৰণীৰ লগতে উল্লেখিত সত্ৰবোৰৰ বিৱৰণ)।

৭। Dr. P. Gogoi, *Tai Ahom : Religious and Customs,* Ch. IV.

৮। *Ibid* লগতে *ৰামধেনু,* ৫ম্ বৰ্ষ ১২ সংখ্যাৰ 'ৰাতিখোৱা' নামৰ প্ৰবন্ধটি চাওক।

৯। অসম সাহিত্য সভা, *পবিত্ৰ অসম,* ৩য় সংস্কৰণ, (বাৰেঘৰ, (চলিহা সত্ৰৰ বিৱৰণী।)

১০। Capt. E.T. Dalton, *The Mahapurushyas, a sect of Vaishnavas in Asam,* Published in the *Asiatic Society Journal,* 1851, Vol. VI.

১১। ৯ নংত উল্লেখিত পুথি — (কমলাবাৰী সত্ৰৰ বিৱৰণ।)

১২। ১০ নংত উল্লেখিত প্ৰবন্ধ।

১৩। ঐ

১৪। ঐ

*এই সম্পৰ্কে লিখকৰ "নামনি অসমৰ মধ্যশ্ৰেণী" আৰু "অসমৰ সমাজত নৱ বৈষ্ণৱবাদ" পুথিদুখন নামনি অসমৰ আৰ্থ-সামাজিক অৱস্থা বুজাত সহায়ক হ'ব পাৰে।*

# থান আৰু সত্ৰ

নৱ-বৈষ্ণৱ ধৰ্মৰ লগত জড়িত বহুতো থান আৰু সত্ৰ আছে। সত্ৰবোৰ ধৰ্ম প্ৰচাৰৰ কেন্দ্ৰস্থল। থান শব্দৰ অৰ্থ হ'ল ধৰ্মীয় পবিত্ৰ স্থান। নৱ-বৈষ্ণৱ ধৰ্মৰ সত্ৰবিলাক হ'ল প্ৰতিষ্ঠান। ইয়াত নিয়মীয়াকৈ আচাৰ, অনুষ্ঠান, উপাসনা চলে। সত্ৰত গোসাঁই-মহন্ত-ভকত আদিয়ে সংগঠিত ৰূপত থাকি এইবোৰ পৰিচালনা কৰে। সত্ৰ আৰু নামঘৰৰ অলপ হ'লেও পাৰ্থক্য আছে। কীৰ্তন ঘৰ বা নামঘৰো নামধৰ্মৰ মাজেৰে ঈশ্বৰ উপাসনা কৰা ঘৰ। প্ৰতিখন সত্ৰত নামঘৰ আছে, **কিন্তু নামঘৰ মানেই সত্ৰ নহয়**। চৰিতপুথি আদিত উল্লেখিত 'হৰিগৃহ' নামঘৰৰ সমাৰ্থক। কোনো ব্যক্তি-বিশেষৰ ঘৰতো বা গঞাৰ ৰাজহুৱা নামঘৰ থাকে। নামঘৰৰ অন্য নাম কীৰ্তন ঘৰ। কীৰ্তন ঘৰত হৰিৰ কীৰ্তন কৰা হয়। সচৰাচৰ ইয়াত থাপনা থাকে। মন্দিৰত যিদেৰে বিগ্ৰহ (মূৰ্তি) থাকে, সেইদৰে নামঘৰৰ থাপনাত ক'ৰবাত বিগ্ৰহ, ক'ৰবাত ধৰ্মগ্ৰন্থ থাকে, ক'ৰবাত দুয়োটা থকা দেখা যায়। **বিগ্ৰহ থাকিলে তাত নিত্যপূজা ব্ৰাহ্মণৰ দ্বাৰা কৰা হয়**। থাপনাৰ সমুখত সদায় শলাবন্তি এগছি হ'লেও লগোৱা হয়। বিগ্ৰহ বা থাপনাৰ ঠাইডোখৰ নিতে মচিকাছি পৰিষ্কাৰ কৰি ৰখা হয় আৰু নামঘৰৰ  এই অংশটো অতি পবিত্ৰ স্থান বুলি গণ্য কৰা হয়। নামঘৰৰ বাকী অংশ সাংস্কৃতিক অনুশীলন (নাম-প্ৰসঙ্গ, গীত-মাত, ভাওনা) বা একে ধৰ্মাৱলম্বীসকলৰ মেল আদি কামত ব্যৱহাৰ কৰা হয়। ডাঙৰ ডাঙৰ সত্ৰবোৰত নাঘৰৰ বাহিৰেও উদাসীন ভকতৰ হাঁটীবহা, ভঁৰাল ইত্যাদি বেলেগ বেলেগ ঘৰো থাকে। এনে হাঁটীবহাৰ কিছুমানতো কীৰ্তনঘৰৰ উপৰিও ভকতসকলে নিয়মীয়াকৈ ধৰ্মবিষয়ক চৰ্চা কৰে। ধৰ্মীয় গুৰুসকলে  পূৰ্বতে বাস কৰা ঠাইত 'ভিঠি' বা ভিটা নাম দিয়া স্মাৰকগৃহ সত্ৰৰ চৌহদত ৰখা দেখা যায়। যদিও সত্ৰ, কীৰ্তনঘৰ, নামঘৰ, হৰিগৃহ, থান আদি শব্দৰ অৰ্থ ধৰ্মীয় পবিত্ৰ স্থান, বাকীকেইটা শব্দ প্ৰকৃতাৰ্থত 'সত্ৰ' শব্দৰ সমাৰ্থক নহয়। উদাহৰণস্বৰূপে শ্ৰীশঙ্কৰদেৱে বেলগুৰি (উজনিৰ) পৰা আহি বৰপেটা পালাংদিৰ ওচৰৰ 'চুণপোড়া'ত কিছুদিন আছিল, অনুমান কৰিব পাৰি যে তাত থকা কেইদিন ঈশ্বৰ উপাসনাও কৰিছিল; কিন্তু সেইবুলি চুণপোড়া সত্ৰ নহয়, যদিও সেই ঠাই পবিত্ৰ থানৰূপে পৰিগণিত।

নৱ-বৈষ্ণৱী ধৰ্মত শৰণ লোৱা, শৰণ দিয়া শব্দ দুটাও ব্যৱহাৰ হয়। (১) কৃষ্ণদেৱ, (২) গুৰু, (৩) ভকত আৰু (৪) নাম — এই চাৰিবস্তুৰ প্ৰতি আনুগত্যৰ অংগীকাৰকেই শৰণ লোৱা বুলিব পাৰি। এই প্ৰতিটোৱে নৱ-বৈষ্ণৱী ধৰ্মত সমানে গুৰুত্বপূৰ্ণ। কোনোটো ডাঙৰ বা কোনোটো সৰু নহয়।

কৃষ্ণদেৱ তথা হিন্দুৰ উপাস্য দেৱতাসকলৰ সৰ্বোচ্চ, পৰম ব্ৰহ্মাৰ প্ৰতিভূ অৱতাৰ দৈৱকীনন্দন কৃষ্ণদেৱৰ চৰণত একনিষ্ঠ শৰণ, ভক্তিৰ মাৰ্গত নিয়োজিত ভকতৰ সমাজখন আৰু এনে উপাস্য শ্ৰীকৃষ্ণদেৱৰ লীলা আৰু গুণ-যশ চৰ্চাৰে ভকতসকলে লগলাগি লোৱা নাম— এইকেইটাই ভক্তিধৰ্মৰ পালনীয় মূলবস্তু। চৰিতপুথিসমূহত সমকালীন হিন্দু সমাজৰ উচ্চবৰ্গত অৱস্থিতসকলৰ পূজাসেৱাদিৰ দায়িত্বত থকা ব্ৰাহ্মণসকলৰ বহুতকেই মান্য কৰি 'গুৰু' আখ্যা দিয়া হৈছিল। **ভাস্কৰগুৰু, ৰামৰামগুৰু ইত্যাদি এইদৰে ব্যৱহৃত 'গুৰু' শব্দৰ সমাৰ্থকৰূপে নৱ-বৈষ্ণৱী ধৰ্মৰ 'গুৰু' শব্দটোৰ অৰ্থ মান্যজন। ই নৱ বৈষ্ণৱ ধৰ্মত ব্যৱহৃত গুৰু শব্দৰ সমাৰ্থক নহয়। কাৰণ এই ধৰ্মৰ 'গুৰু' গৰাকীৰ পৰা ধৰ্মাগতজনে আনুষ্ঠানিকভাৱে 'শৰণ' লৈ শিষ্যত্ব গ্ৰহণ কৰে।**

ভকতসকলৰ মাজৰ বিজ্ঞ বা প্ৰধানজনক বুঢ়াভকত বোলা হয় আৰু 'আতৈ' বা 'আতা' আখ্যাৰে সম্বোধন কৰা হয়। বৰপেটা সত্ৰৰ উদাসীন বা কেৱলীয়া ভকতৰ 'বহা'ত বুঢ়াভকতে গুৰুজনা বা গুৰু দুজনাৰ চৰিত্ৰকে ধৰি নানান শাস্ত্ৰ আলোচনাৰ গুৰি ধৰাটো ৰীতি।

শ্ৰীমন্তশঙ্কৰদেৱ বা শ্ৰীমাধৱদেৱ কেৱে সত্ৰীয়া বা সত্ৰাধিকাৰ নাছিল। ৰমানন্দ দ্বিজৰ শ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰৰ পাতনিত ড° মহেশ্বৰ নেওগে সঠিকভাৱেই কৈছে যে "**চৈধ্য প্ৰসঙ্গ, সত্ৰীয়া বিষয় বা বিষয়াৰ শ্ৰেণীবিভাগ শ্ৰীশঙ্কৰদেৱৰ দিনত নাছিল।**" শ্ৰীশঙ্কৰদেৱে নিজে কোনো সত্ৰ স্থাপন কৰা নাছিল। তেৰাৰ তিৰোধানৰ পিছত শ্ৰীদামোদৰদেৱে পাটবাউসীত আৰু শ্ৰীমাধৱদেৱে বৰপেটাত সত্ৰ স্থাপন কৰে' বৰপেটা সত্ৰৰ সংগঠন আচৰণ-প্ৰণালী আদি শ্ৰীমাধৱদেৱৰ ইচ্ছানুসৰি তাৰ প্ৰথম সত্ৰীয়া শ্ৰীমথুৰাদাস বুঢ়াআতাই নিৰূপণ কৰে।

শ্ৰীমন্তশঙ্কৰদেৱে তেৰাৰ জীৱনকালতে ধৰ্মীয় উত্তৰাধিকাৰী নিয়োগ কৰিছিল। একেদৰে শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱেও উত্তৰাধিকাৰী নিয়োগ কৰিছিল। শ্ৰীহৰিদেৱ, শ্ৰীবংশীগোপালদেৱ আদিৰ ক্ষেত্ৰতো একেটাই আৰ্হি পোৱা যায়।

সত্ৰৰ সত্ৰীয়া নিয়োগ আৰু কৰ্তৃত্বৰ ক্ষেত্ৰত ১৮৫১ চনত (ইং) তৎকালীন কামৰূপ জিলাৰ দায়িত্বত থকা পলিটিকেল এছিষ্টেণ্ট কমিছনাৰ কেপ্টেইন ই টি ডেল্টনে কৈ গৈছে—

During the lifetime of Sankar all Vaishnavas acknowledged him and him only, as their spiritual head. On his death Madhab succeded to this position amongst the Mahapurushyas, but the first Shusturiah or Adhikari of the Borpetah Shostro was a Udasin Bhakat whose name was Muthura Dasa but who generally called and is now spoken of as Bura Ata. He was selected for the office and installed in it by Madhab. Mathura Das before his death directed the Bhakats in conjuntion with Mahantas. (**There are four families of these Mahants, all Sudras, one descended from Ram Das who married Madhab's sister,**

**the other three from favourite disciples and fellow labourers of the two Mahapurushyas. They signify their ratification of the Bhakats' selection by presenting the Shusturia elect with sacred Mala.)** or heads of the subordinate Shostros to select a successor from the Brahman family of Ram Ram Guru, the learned pundit who studid with Sankar. A successor was chose in accordance with his wishes and since then the vacancies in the office of Adikari have always been filled by the descendants of this Brahman. **Some assert that such was the injunction of the last Sudra Shusturiah, others contend that the Bhakats are not bound to select from any particular family, but had there been no restriction on their choice, it is not likely that the succession would have so long continued in this one. There have been many sharply contested elections, when the Bhakats were devided in their opinion**, but on no occasion were the nominees of either party selected from any other family." ভকতসকলে সত্ৰৰ সত্ৰীয়া বা অধিকাৰ নিৰ্বাচন কৰি লৈছিল। শ্ৰীমাধৱদেৱে শ্ৰীমথুৰাদাস বুঢ়াআতাক বৰপেটা সত্ৰৰ সত্ৰীয়া মনোনীত কৰি থৈ যায়। বুঢ়াআতাই ভকত-মহন্তসকলক তেওঁৰ পিছত সত্ৰীয়া বাচি ল'বলৈ কৈ যায়। ডেল্টনে লক্ষ্য কৰি গৈছে যে **কিছুমানৰ মতে সত্ৰীয়াগৰাকী এটা বিশেষ পৰিয়ালৰ পৰা নিৰ্বাচিত কৰাৰ কথা বুঢ়াআতাই কৈ গৈছিল, আৰু কিছুমানৰ মতে ভকতসকলে যিকোনো পৰিয়ালৰ পৰা সত্ৰীয়া নিৰ্বাচন কৰিব পাৰে।** বৰপেটা সত্ৰৰ সত্ৰীয়াৰ ক্ষমতা আৰু অধিকাৰ, সত্ৰীয়া নিৰ্বাচন তথা নিৰ্বাচক আদি প্ৰশ্নলৈ বিবাদ দীৰ্ঘদিনীয়া। ই এটা সময়ত বৃটিছ আদালত পাইছিলগৈ অৱশেষত ইং ১৯৩৫ চনৰ 'স্কীমৰ মোকৰ্দমা'ৰ মাজেদি বিষয়বোৰ নিষ্পত্তি হয় আৰু বৰ্তমানে সেই মৰ্মে সত্ৰ পৰিচালিত। ডেল্টন চাহাবে লক্ষ্য কৰি গৈছে যে অধিকাৰ বা সত্ৰীয়াৰ প্ৰাপ্য আয়ৰ নিৰ্দিষ্ট অংশহে, বাকী শিষ্যসেৱকৰ বা সেৱামাননিৰ পৰা পোৱা ধন সত্ৰৰ ভঁৰালত জমা হয়; তাৰ হিচাপ ৰখা হয়, সেইধন ভকতসকল বা ভকতসকলৰ দ্বাৰা গঠিত সমিতিৰ সম্মতি সাপেক্ষেহে সত্ৰীয়াৰ নিৰ্দেশত খৰচ কৰা হয়।[২] ব্ৰিটিছ বিষয়া জনে জনা সময়ত (১৮৫১ চনৰ আগতে) সত্ৰৰ ভঁৰালত থকা সোণ-অলংকাৰ, বাচন-পত্ৰ আৰু নগদ ধনৰ পৰিমাণ আছিল ৬০ হাজাৰ টকা। সত্ৰৰ বছৰি আয় গড়ে চাৰিৰ পৰা পাঁচ হাজাৰলৈ আৰু বছৰি খৰচ প্ৰায় তিনিহাজাৰ টকা আছিল। এই খৰচৰ বুজন অংশ সত্ৰলৈ অহা দুখীয়া দৰ্শনপ্ৰাৰ্থী যাত্ৰীৰ সেৱাত খৰচ কৰা হৈছিল। এই আয়ৰ পৰা সত্ৰৰ নিস্পিখেৰাজ মাটিৰ খাজনা দিব লাগিছিল— কাৰণ ভকতসকলৰ পৰা মাটিৰ খাজনা আদায় কৰা নহৈছিল।

পিছে এখন সত্ৰৰ সত্ৰীয়া নিৰ্বাচন/নিয়োগ, সত্ৰৰ সম্পত্তিৰ মালিকানা বা সত্ৰৰ পৰিচালনা পদ্ধতি আন এখনৰ দৰে হ'ব পাৰে বা নহয়। এই ক্ষেত্ৰত প্ৰতিখন সত্ৰৰ পৰম্পৰা, ঐতিহ্য আৰু বুৰঞ্জীৰ উপৰিও সত্ৰখনৰ অনুগত শিষ্য-প্ৰশিষ্য, ভকতসকলৰ

ৰকম— সত্ৰাধিকাৰ, শিষ্য, প্ৰশিষ্য, ভকত সমাজৰ যি শ্ৰেণীৰ সামাজিক চৰিত্ৰ যেনে ধৰণৰ, যি সমাজব্যৱস্থাৰ প্ৰভাৱাধীন— এই সকলো বিষয়ৰ গুৰুত্বই সমগ্ৰ বিষয়টো নিৰূপণ কৰে। একান্তভাৱে কৃষিজীৱি সমাজনিৰ্ভৰ সত্ৰ আৰু কৃষিজীৱি-বৃত্তিজীৱি-বণিজনিৰ্ভৰ মিহলি সমাজ পৃষ্ঠপোষিত সত্ৰৰ মাজত একান্ত কৃষিজীৱি সমাজনিৰ্ভৰ সত্ৰখন (সমকালীন ভূ-সামন্তবাদী সমাজ ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত) আনতকৈ বহুক্ষেত্ৰত অমিল থকাটো স্বাভাৱিক।

সুসংগঠিত সত্ৰবোৰক কেন্দ্ৰ কৰিয়েই ব্ৰহ্মপুত্ৰ উপত্যকাত ব্যাপকভাৱে নৱ-বৈষ্ণৱবাদৰ সম্প্ৰসাৰণ ঘটিছিল। আনহাতে শাসনপ্ৰণালীকে ধৰি ৰাজনৈতিক বুৰঞ্জী, সমাজবোৰৰ চৰিত্ৰ আৰু গাঁথনি তথা গোষ্ঠী বেলেগ বেলেগ আছিল। এনে বিভিন্নতাৰ প্ৰভাৱ, পূৰ্ব আচাৰ সংস্কাৰৰ প্ৰভাৱ নৱ-বৈষ্ণৱ ধৰ্মীয় আচাৰ পদ্ধতিৰ ওপৰতো কিছু পৰিমাণে হ'লেও পৰিছিল। বিভিন্ন সত্ৰৰ বিশেষত্ব পৰম্পৰা আৰু ঐতিহ্যৰ কাৰণো এয়ে।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন অঞ্চলৰ বৈশিষ্ট্য বেলেগ বেলেগ।

ইতিমধ্যে আলোচনা কৰা হৈছে যে নামনি অসমত বিশেষকৈ কামৰূপত জনসংখ্যা আৰু প্ৰভাৱৰ ক্ষেত্ৰত বৰ্ণহিন্দুৰ প্ৰাধান্য আছিল। ইয়াত শৈৱ, শাক্ত, চৈতন্যপন্থী আদিৰ উপৰিও নানা ধৰণৰ হিন্দু বা আদিবাসী ধৰ্মবিশ্বাস প্ৰচলিত আছিল। শ্ৰীমন্তশংকৰদেৱ কামৰূপলৈ অহাৰ আগৰেপৰা কেইবাবাৰো ইছলাম ধৰ্মীয় শাসকৰ এই অঞ্চল অধীন হোৱা বা ভাটীৰ ফালৰ পৰা অহা ইছলাম ধৰ্ম প্ৰচাৰকৰ প্ৰভাৱো এই অঞ্চলত পৰিছিল। ভূটান আদি অঞ্চলৰ প্ৰচলিত বৌদ্ধধৰ্মৰ প্ৰভাৱো ইয়াৰ জনসাধাৰণৰ ওপৰত পৰিছিল। * ইয়াৰ শাসনব্যৱস্থাও বহুক্ষেত্ৰত উজনিতকৈ বেলেগ আছিল। তাৰ উপৰি ভাটীদেশৰ লগত যোগাযোগ বেছি হোৱা হেতুকে উত্তৰ ভাৰতৰ (বংগদেশকে ধৰি) বিকাশ আৰু চিন্তাৰ প্ৰভাৱ এই অঞ্চলত পোনে পোনে পৰিছিল। নামনি অসমত সত্ৰ স্থাপনৰ ক্ষেত্ৰত ৰজাঘৰীয়া সহযোগ পোনতে নাছিল।

মধ্য অসমৰ নৈপৰীয়া সমতল অঞ্চলত হিন্দু ধৰ্মাৱলম্বী সংখ্যাত কম হ'লেও বৰ্ণহিন্দুসমাজৰ প্ৰাধান্য আছিল। এই বৰ্ণহিন্দু সমাজৰ আশে-পাশে চেগাচোৰোকাকৈ জনজাতি সমাজৰ বাসস্থান আছিল। এই জনজাতিসকলে বৰ্ণহিন্দু সমাজ, তাৰ উৎপাদন প্ৰণালী, কৃষিপদ্ধতি আদিৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু জনজাতীয় সমাজপদ্ধতি, উৎপাদন পদ্ধতিৰ পৰা আঁতৰি আহিছিল। এনে জনজাতিসকলক নৱবৈষ্ণৱ ধৰ্মই সামৰি লৈছিল, অৱশ্যে সামৰি ল'লেও এনে নবাগতসকলে হিন্দুধৰ্মীয় সমাজৰ নীচস্থানতহে ঠাই পাইছিল। কিন্তু যিবোৰ ঠাইত ঘনবসতি থকা জনজাতি সমাজব্যৱস্থাৰ প্ৰভাৱ প্ৰবল আছিল তাত এনেকুৱা ধৰ্মান্তকৰণ হোৱা নাছিল। এই সমস্যাকে ১৮৯১ খ্ৰীঃৰ লোকপিয়লৰ তথ্যত হিন্দুকৰণ পদ্ধতি উল্লেখ কৰা হৈছে।[৩]

নামনি অসমত ধৰ্মীয় প্ৰতিষ্ঠান কিছুমানক ৰজাঘৰে ভূমিদান আদি দিয়া ঘটনা খ্ৰীঃ ১৬৮২ মানৰ পৰাহে (স্বৰ্গদেউ গদাধৰসিংহৰ দিনৰ পৰা) দেখা যায়।

---

** সত্ৰত ব্যৱহৃত ভোৰতালকে ধৰি নানাবিধ বাদ্যযন্ত্ৰৰ লগত তিব্বতীয় তথা ভোটানৰ বৌদ্ধ মঠত ব্যৱহৃত বাদ্যযন্ত্ৰ-আদিৰ মিল লক্ষণীয়।*

উজনি অসমত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত বৰ্ণহিন্দু ভূঞাসকলৰ আধিপত্যৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনৰ পৰা (খ্ৰীঃ ১৬০৩) ভূঞাসকল আহোমৰ অধীন হয়। এওঁলোকক আৰু ভূঞা সমাজব্যৱস্থাৰ (হিন্দু) বৃত্তিয়ালসকলক আহোম ৰাষ্ট্ৰব্যৱস্থাৰ উপযোগীকৈ (খেল পাইক প্ৰথাৰে) বহুৱায়। ফলত অনাহিন্দু অঞ্চলতো হিন্দু প্ৰভাৱ বিস্তাৰিত হয়। এনে সমাজক আশ্ৰয় কৰি পোনতে শ্ৰীবংশীগোপালদেৱ, যদুমণিদেৱ দ্বয়, শ্ৰীগোপাল আতাৰ (ভনীপুৰীয়া) অনুগামীসকল আৰু শ্ৰীপদ্ম আতাই (বদুলা) ধৰ্ম বিস্তাৰ কৰিবলৈ লয়। স্বৰ্গদেউ জয়ধ্বজসিংহই (সোতৰশ শতিকাৰ মধ্যভাগ) হিন্দুধৰ্ম লোৱা আৰু নৱবৈষ্ণৱ ধৰ্মত শৰণ লোৱাৰ পিছৰপৰা নৱ-বৈষ্ণৱ ধৰ্মই আহোম ৰজাঘৰৰ পৰা ৰাজকীয় পৃষ্ঠপোষকতা পাবলৈ ধৰে। সেই সময়ৰ পৰাই সত্ৰসংখ্যা বৃদ্ধি পাবলৈ ধৰে।

## নৱবৈষ্ণৱ ধৰ্মৰ সত্ৰৰ সংখ্যা

কোচবিহাৰ আৰু অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত নৱ-বৈষ্ণৱ ধৰ্মৰ সত্ৰবিলাকৰ এখন তালিকা গৱেষক পণ্ডিত, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক প্ৰয়াত ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ গৱেষণা গ্ৰন্থ The Neo-Vaishnavite movement and the Satra Institute of Assam গ্ৰন্থত পোৱা যায়। সেইখন তালিকা প্ৰস্তুত কৰোতে মণিৰাম দেৱানে (বুৰঞ্জীখ্যাত) প্ৰস্তুত কৰা সত্ৰৰ তালিকা, ডিষ্ট্ৰিক্ট গেজেটিয়াৰ (কুৰি শতিকাৰ ১ম দশকত প্ৰকাশিত), অসম সাহিত্য সভাই প্ৰকাশ কৰা পবিত্ৰ অসম আৰু নিজৰ বৰীয়াকৈ গোটোৱা তথ্য ব্যৱহাৰ কৰিছিল। এনেদৰে প্ৰস্তুত কৰা তালিকাখনত সত্ৰৰ নাম, জিলা, সত্ৰ স্থাপনৰ আনুমানিক সময় আৰু স্থাপনকৰ্তাৰ নাম উল্লেখ কৰিছে। সেইখনকেই মূলতঃ অৱলম্বন কৰি সন্তৰস্থলত আৰু তথ্য যোগদি কৰা এখন তালিকা এই পুথিৰ শেহৰ পিনে পৰিশিষ্ট শিতানত দিয়া হ'ল। **সমগ্ৰ তালিকাখন যে নিৰ্ভুল বা সম্পূৰ্ণ তেনে দাবী কৰিব নোৱাৰি**। তালিকাত থকা সত্ৰবোৰ স্থাপনৰ সময় ইংৰাজে অসম অধিকাৰ কৰাৰ আগৰ। তাৰ উপৰি অসম আৰু কোচবিহাৰৰ বাহিৰেও পূৱবঙ্গত কিছুমান সত্ৰ আছিল; এই সম্পৰ্কে অনুসন্ধান অৱশ্যে এতিয়াও কৰা হোৱা নাই। মান-ভগন, মাৰি-মৰক, প্ৰাকৃতিক দুৰ্যোগ আদিৰ ফলত বহুতো সত্ৰৰ চিন লোপ পাইছে, স্থানৰ সাল-সলনি হৈছে বা ধৰ্মপ্ৰচাৰ কামটো কিছুমানৰ জীৱিকা-বৃত্তি হৈ পৰাত ঠায়ে ঠায়ে সত্ৰসংখ্যা বাঢ়িছে। তথ্য গোটোৱাৰ ক্ষেত্ৰতো বঢ়া-টুটা হ'ব পাৰে। এনে সকলোবোৰ সীমাবদ্ধতাৰ কথা মনত নৱ-বৈষ্ণৱ ধৰ্মবিস্তাৰৰ প্ৰৱণতা বুজিবৰ অৰ্থে উল্লিখিত তালিকাখনকে ব্যৱহাৰ কৰিম।

পৰিশিষ্টত দিয়া বিশদ তালিকাখনৰ ভিত্তিত বৰ্তমানৰ জিলাভিত্তিক আৰু সংহতিভিত্তিক এখন সংক্ষিপ্ত সাৰণি তলত দিয়া হ'ল।

### সাৰণি

| অ-বিভক্ত জিলাৰ নাম | মুঠ সত্ৰৰ সংখ্যা | ব্ৰহ্ম সংহতি ভুক্ত সংখ্যা | পুৰুষ সংহতি ভুক্ত সংখ্যা | নিকা সংহতি ভুক্ত সংখ্যা | কাল সংহতি ভুক্ত সংখ্যা |
|---|---|---|---|---|---|
| কোচবিহাৰ (প.বংগ) | ৩ | ১ | - | ২ | - |

| গোৱালপাৰা | ১৫ | ৪ | ২ | ৯ | |
|---|---|---|---|---|---|
| কামৰূপ | ১৩৩(+১৯৫)** | ৭৮ | ১২ | ৩৮(+১৯৫)** | ৫ |
| নগাঁও | ৪৮ | ১০ | ২০ | ৩ | ১৫ |
| দৰং | ২৫ | ৮ | ৭ | ৭ | ৩ |
| শিৱসাগৰ | ১৬৯(১৮৮)* | ৩৬ | ৫৮ | ৭১ | ৬৪ |
| লখিমপুৰ | ২৮ | ৬ | ৫ | ৭ | ১০ |
| মুঠ | ৪২১(৫০২) | ১৪৩ | ১০৪ | ৭৭(১৩৯)** | ৯৭ |

সত্ৰসমূহ স্থাপনৰ বিষয়টো মন কৰিলে দেখা যায় যে প্ৰতিটো সংহতিৰ আদিসত্ৰবোৰ বৰ্ণহিন্দু সংখ্যাধিক্য আৰু প্ৰাধান্য থকা কোচৰাজ্যৰ অধীনৰ কামৰূপ তথা নামনি অঞ্চলত স্থাপিত হৈছিল; যথা শ্ৰীদামোদৰদেৱৰ দ্বাৰা পাটবাউসীত, শ্ৰীহৰিদেৱৰ দ্বাৰা মানেৰি-বহৰি (ব্ৰহ্মাসংহতি), শ্ৰীমাধৱদেৱৰ দ্বাৰা বৰপেটা (নিকাসংহতি), শ্ৰীচতুৰ্ভুজ ঠাকুৰৰ দ্বাৰা ঘিলাজাৰী (পুৰুষসংহতি) বা শ্ৰীগোপাল আতাৰ (ভৱানীপুৰীয়া) দ্বাৰা কালজাৰ (কালসংহতি) ইত্যাদি। (ড° সত্যেন্দ্ৰ নাথ শৰ্মাই স্বীকাৰ কৰাৰ দৰে সত্ৰ সংখ্যা বা সত্ৰৰ বিৱৰণ আদিত দিয়া তথ্যৰ কিছু খুঁত, বঢ়াটুটা দোষ ৰৈ যাব পাৰে।)

শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱৰ জীৱিত কালতে আহোম ৰাজ্য তথা উজনিলৈ শ্ৰীবংশীগোপালদেৱক ধৰ্মপ্ৰচাৰৰ বাবে পঠোৱা হৈছিল (ব্ৰহ্মাসংহতি)। তেনেদৰে শ্ৰীমাধৱদেৱৰ জীৱিত কালতে শ্ৰীপদ্মআতা বা বদুলাআতাক (নিকাসংহতি) আহোম ৰাজ্য উজনিলৈ পঠোৱা হৈছিল। কালঝাৰৰ শ্ৰীগোপালআতাৰ আজ্ঞাত গৈছিল যদুমণি আৰু অনিৰুদ্ধদেৱ (কালসংহতি), ইত্যাদি। শ্ৰীশঙ্কৰদেৱৰ নাতিপুৰুষ দুজনাই নামনি অসমত থাকোতেই 'বৰবাৰজনীয়া' আৰু 'সৰুবাৰজনীয়া' ধৰ্মপ্ৰচাৰক উজনিলৈ পঠোৱাৰ কথা ইতিমধ্যে উল্লেখ হৈছে।

'শ্ৰীশঙ্কৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ প্ৰথম ভাৰ্যা কনকলতা আইৰ তত্ত্বাৱধানত মহাপুৰুষৰ বংশৰ সকলো লোক কোচবেহাৰত হোৱা তেওঁলোকৰ দুৰৱস্থাৰ হাত সাৰিবলৈ আহোম ৰাজ্যলৈ অহাৰ সময়ত দামোদৰআতাই (চতুৰ্ভুজ ঠাকুৰৰ বায়েক গোবিন্দপ্ৰিয়াৰ পুত্ৰ) জয়ধ্বজসিংহৰ ৰজাৰ (১৬৪৮-৬৩ খ্ৰীঃ) অনুমতিত বৰ্তমান উত্তৰ লখিমপুৰৰ

---

* *পবিত্ৰ অসম*, তৃতীয় সংস্কৰণ (পাতনি) মতে অ-বিভক্ত শিৱসাগৰ জিলাৰ (*ডিষ্ট্ৰিক্ট গেজেটিয়াৰ*, ১৯১৪মতে) সত্ৰৰ সংখ্যা ১৮৮খনৰ কম নহ'ব।

** *ইং১৮৫১ চনত প্ৰকাশিত কামৰূপৰ দায়িত্বত থকা পলিটিকেল এছিস্টেণ্ট কমিছনাৰ অসম, কেপ্তেন ই. টি. ডেল্টনৰ এছিয়াটিক জাৰ্ণেলৰ নিবন্ধত (Vol. VI, 1851) অকল বৰপেটা সত্ৰ প্ৰণালীৰ লগত সংযুক্ত (নিকা সংহতিৰ) সত্ৰৰ সংখ্যা ১৯৫ খন বুলি কোৱা আছে। সত্ৰবিলাকৰ কাৰ্যকলাপৰ ওপৰত চকু ৰাখিবলৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ৰজাঘৰে স্বীকৃতি দিয়া সত্ৰসমূহৰ এখন তালিকা যুগুত কৰা হৈছিল বুলি বুৰঞ্জীবিদে কয়। এইবোৰ চোৱামোলৰ বাবে নতুনকৈ সত্ৰীয়া বৰুৱাৰ বাবটো সৃষ্টি কৰা হৈছিল। এনেদৰে পঞ্জীবদ্ধ কৰা সত্ৰৰ সংখ্যা আছিল ১২৮০ খন*(ড° অমলেন্দু গুহ, *বৈষ্ণৱবাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈ*)

ঢকুৱাখনাৰ ওচৰত নৰোৱা সত্ৰ (এতিয়া য'ত বাসুদেৱৰ থান আছে) প্ৰতিষ্ঠা কৰে, তাৰ পৰা ভটিয়াই গৈ মহাপুৰুষৰ জন্মস্থান(?) শৰছুৱীয়া হাবিৰ তলৰ পৰা আৱিষ্কাৰ কৰি সত্ৰঘৰ কৰি লয়। তেওঁৰ বংশক 'নৰোৱা বংশ' বোলা হয়। কনকলতাৰ (আগতে উল্লেখ কৰা) আপোন ছোৱালী সুভদ্ৰাৰ পুতেক অনন্তৰায় আতাই উজাই গৈ বুঢ়ীদিহিং নৈৰ পাৰত শ'লগুৰি সত্ৰ পাতিছিল। তেওঁৰ পুত্ৰসকলে বেলেগ বেলেগ ঠাইত সত্ৰ পাতে। অনন্তৰায় আতাৰ পুতেক এজনক বৰদোৱাত পতা হয়। বৰদোৱা সত্ৰ— বৰহিচা আৰু সৰুহিচা; নৰোৱা এফাল আৰু শলগুৰি এফালেৰে দুইভাগ আছিল। এই দুয়োভাগৰ মাজত বিবাদ লগাত স্বৰ্গদেউ লক্ষ্মীসিংহৰ দিনত ৰজাই হস্তক্ষেপ কৰিছিল।"[৫] দেশে স্বাধীনতা লাভ কৰাৰ পিছত বৰদোৱাৰ দুয়োফালৰ সা-সম্পত্তিৰ কৰ্তৃত্ব পৰিচালনা কমিটিৰ হাতলৈ আহিছে, সত্ৰাধিকাৰ দুজনে (দুয়োফালৰ) ধৰ্মগুৰু হিচাপে দায়িত্ব পালন কৰি আছে।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ নামনি অঞ্চলত সমাজব্যৱস্থাৰ অংগ হিচাপে কৃষিৰ লগতে নানা বৃত্তিৰ (বৃত্তিয়াল) বিকাশ আগতে হৈছিল। সপ্তদশ শতিকাৰ নামনি অসমত ভূমিদান ফলিবোৰত যিদৰে কিছুমান বৃত্তিয়ালৰ নাম পোৱা যায়, তেনেদৰে চৰিতপুথি আদিয়ে বেহা-বেপাৰ, মুদ্ৰা অৰ্থনীতিৰ প্ৰচলনৰ ইংগিতো দিয়ে। ভূমিদান ফলিবোৰত কেতবোৰ ৰজাক দিবলগীয়া কৰৰ নাম পোৱা যায়। ইয়ে সূচায় যে প্ৰজাই ৰজাক গা-খাটনিৰে (পাইক খেল প্ৰথাৰ মাধ্যমেৰে) ৰাজহ শোধোৱাৰ সলনি এনে কৰবোৰ দিব লাগিছিল; ইবোৰ আছিল[৬]

**কৰ** ঃ মাটি খোৱা বাবদ ৰজাক দিবলগীয়া বস্তু বা ধন।
**কাটল** ঃ ৰজাঘৰত খাটনিৰ সলনি দিয়া ধন।
**পথক** ঃ বৰঙণি বা পঁচা।
**বেগাৰ** ঃ ৰাজকীয় প্ৰয়োজনত বাধ্যতামূলক বনকৰা দায়িত্ব।
**জলকৰ** ঃ নৈ বিল আদিত মাছ ধৰাৰ বাবে দিবলগীয়া কৰ।
**যৱক্ষাৰ** ঃ হিলৈৰ খাৰ (বাৰুদ) তৈয়াৰৰ বাবে ঘৰেপতি যৱক্ষাৰ (যখাৰ) দিবলগা দায়িত্ব।
**চোৰ** ঃ সৰু-সুৰা চৌৰকৰ্মৰ শাস্তি।
**ধুমছি** ঃ নিৰ্বংশ হোৱা মানুহৰ সম্পত্তি ৰজাই পোৱা বাব।
**ছিনালা** ঃ ব্যভিচাৰ দোষৰ শাস্তি।
**ঘামেশা** ঃ ছোৱালী বিয়া দিলে ৰজাৰ প্ৰাপ্যখিনি।
**দান** ঃ বিকিবলৈ অনা বস্তুৰ বাবে ৰজাঘৰৰ প্ৰাপ্য কৰ ঃ পাৰ হোৱা কৰ।
**খুত্** ঃ মাটিত বাহিৰে আন বস্তুৰ ওপৰত ধাৰ্য কৰা কৰ।
**দণ্ড** ঃ জগৰৰ নিমিত্তে দিয়া পীড়ন।
**বন্ধ** ঃ জগৰৰ নিমিত্তে বন্ধন।
**হাট** ঃ নিৰূপিত সময়ত বা দিনত অনেক মানুহে গোটখাই কিনা-বেচা কৰা নিৰ্দিষ্ট ঠাইৰ কৰ।
**চকী** ঃ ৰজাৰ নগৰ বা গড়ৰ বা ৰাজ্যৰ সীমাত দিয়া বাধা পাৰ হোৱাৰ বাবে দিবলগীয়া কৰ।
**ঘাট** ঃ নাৱেৰে বা বামেৰে বেহা কৰা বেপাৰী গোটখোৱা আৰু ৰাজহ দিয়া ঠাই; তাৰ কৰ।

এনে কৰবোৰৰ পৰা ধৰ্মোত্তৰ মাটিৰ তথা সত্ৰৰ মাটিত বাস কৰা প্ৰজা ভকতক ৰজাঘৰে ৰেহাই দিলেও তাৰে কিছুমান কৰ ধৰ্মোত্তৰ মাটিৰ গৰাকী, সত্ৰ বা গোসাঁই অধিকাৰে প্ৰজাৰ (ভকতৰ) পৰা আদায় কৰিছিল। যিবোৰ সত্ৰৰ পৰিচালনাৰ সৰ্বময় একছত্ৰী কৰ্তৃত্ব সত্ৰাধিকাৰৰ হাতত বৰ্তিছিল— তেনে সত্ৰৰ ভূ-সম্পত্তি জমিদাৰীসদৃশ হৈ পৰিছিল অৰ্থাৎ জমিদাৰ আৰু সত্ৰাধিকাৰৰ পাৰ্থক্য মাথোন ধৰ্ম দিয়া-নিদিয়াতহে বৈছিলগৈ।

এই সম্পৰ্কত কেপ্তেন ডেল্টনে (আগতে উল্লেখ কৰা প্ৰতিবেদন) বৰপেটা সত্ৰ সম্পৰ্কে কৈছে— "বৰপেটা সত্ৰৰ পৰিচালনা পদ্ধতিত প্ৰায় সাম্যবাদী চৰিত্ৰ* পৰিলক্ষিত হয়। অসমৰ আন সত্ৰবোৰত থকা ভকতবোৰে বৰ্তমানে সত্ৰাধিকাৰৰ গোলামতকৈ অলপহে ভাল মৰ্যাদা পায় (সত্ৰাধিকাৰৰ পদবীটো পৈত্ৰিক উত্তৰাধিকাৰীসূত্ৰেই হওক বা আনধৰণে পোৱা হওক।) কিন্তু বৰপেটা সত্ৰৰ সম্পত্তি পৰিচালনাৰ আৰু প্ৰশাসনৰ ক্ষেত্ৰত ভকতসকলৰ অধিকাৰ থাকে।" বৰপেটা সত্ৰৰ এই বিশেষত্বখিনি মন কৰিবলগীয়া হ'লেও— সত্ৰ পদ্ধতিত এই ব্যৱস্থা এট্য ব্যতিক্ৰমহে মাথোন।

(Amongst the peculiarities of this institution is the almost communistic nature* of their system of Government. In other, Asam Shostros, the resident **Bhakats were regarded as little better than slaves of the high priest for the time being.** Whether the latter office was hereditary or otherwise held, but the Bhakats of Borpetah have all a proprietary right in their Shostro and a share in its Government. Acknowledging the Adhikari as their 'Guru' they implicity submit to his guidance in spiritual affairs but in temporal matters he can take no step without their voice. :– Notes on Mahapurishiyas : Capt. E. T. Delton, Asiatic Society Journal, 1851, Vol. VI)

সত্ৰবোৰৰ মাটিত খেতি কৰা বা বসবাস কৰা প্ৰজা-ভকতৰ স'তে সত্ৰাধিকাৰৰ আৰু সত্ৰ প্ৰতিষ্ঠানৰ সম্পৰ্ক কেনে আছিল— এই সম্পৰ্কে বিশদ চৰ্চা এতিয়ালৈ হোৱা চকুত পৰা নাই।

অসমৰ বহুতো সত্ৰৰ বিশাল ভূ-সম্পত্তিয়ে কালক্ৰমে পুৰুষানুক্ৰমিক, ব্যক্তিগত সম্পত্তি হিচাপে ৰজা আৰু ৰাইজৰ স্বীকৃতি পাইছিল। এনে ব্যক্তিগত মাটিত প্ৰতিষ্ঠিত খাট-পামত ঘাইকৈ গোলাম, বহতীয়া, খাতোৱাল শ্ৰেণীৰ মানুহৰ দ্বাৰা খেতি-বাতি চলাইছিল। আহোম ৰাজ্যৰ এনেবোৰ মানুহে বা সত্ৰৰ ভকতে পাইকৰ ৰাজহুৱা কৰ্তব্যৰ তথা বাধ্যতামূলক সেৱাৰ পৰা অব্যাহতি পাইছিল। ইয়ে সত্ৰৰ বা ভকতৰ সংখ্যা বঢ়োৱাত সহায়ক হৈছিল।

এগৰাকী অৰ্থনীতিবিদ ঐতিহাসিকৰ মতে' আধা খেতিয়ক, বেপাৰী, কাৰিকৰসকলৰ লগত সত্ৰবোৰৰ সম্পৰ্কটো মন কৰিবলগীয়া। অকল বাটৰুৱা জীৱনৰ আশ্ৰয় স্থল হিচাপেই নহয়, শিল্পজাত পণ্যৰ গ্ৰাহক হিচাপেও এই সত্ৰবোৰৰ গুৰুত্ব আছিল। গুৰুকৰ বুলি গোটোৱা

** সাম্যবাদী চৰিত্ৰ (Communistic Nature) মানে— গণতান্ত্ৰিক চৰিত্ৰ বুজাইছে বৰ্তমান ৰাজনীতিৰ সংজ্ঞাৰ সাম্যবাদ নহয়।*

কৃষিৰ আৰু কুটিৰ শিল্পৰ যি উদ্বৃত্ত বয়-বস্তু সত্ৰবোৰত থুপ খাইছিল, তাৰে এটি বুজন অংশৰ কিনোতাও আছিল এই বেপাৰী-কাৰিকৰসকল। এওঁলোকৰ যোগেদিয়ে এইবোৰ বস্তু বজাৰ পাইছিলগৈ। কোনো কোনো সত্ৰৰ গোঁসাই-মহন্তসকলে নিজেই বেপাৰী আছিল আৰু কাৰিকৰ আৰু বেপাৰীসকললৈ পুঁজিৰো যোগান ধৰিছিল।

এনেদৰে ধৰ্মীয় গুৰু হোৱাৰ উপৰিও বৈষয়িক আঢ্যৱন্ত হোৱাৰ বাবে নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক গোঁসাই-মহন্ত-সত্ৰাধিকাৰ বহুতেই সমাজত প্ৰভাৱ আৰু প্ৰতিপত্তিশালী হৈ উঠিছিল।

কোচৰজাসকলৰ পৰা ধৰ্মগুৰুসকলে ৰজাঘৰীয়া সন্মান বা মৰ্যাদা পোৱাৰ কথা চৰিতপুথি কিছুমানত পোৱা যায়, কিন্তু ভূমিদান পোৱাৰ প্ৰমাণ হিচাপে কোনো ফলি বা দলিল এতিয়ালৈ উদ্ধাৰ হোৱা নাই। মোগল বা নবাবসকলৰ পৰাও বৰপেটা সত্ৰৰ সত্ৰীয়া আৰু ডেকা-সত্ৰীয়াই ভূমিদান পোৱাৰ কথা ডেল্টন চাহাবৰ প্ৰতিবেদনত এনেদৰে উল্লেখ আছে— 'দিল্লীৰ দুজন বাদছাহে সত্ৰীয়া আৰু ডেকা-সত্ৰীয়াৰ পৰিয়ালক অতীতত অলপ অলপ মাটি দিছিল বুলি মোক জনোৱা হ'ল। মই কিন্তু দানপত্ৰ দেখা নাই।' (I am told that they (সত্ৰীয়া আৰু ডেকা-সত্ৰীয়া) have more ancient grants for a smaller quantity of land from two of the Delhi Badshahs but these I have not seen.)[৮]

কামৰূপৰ শ্ৰীহাটী আৰু ৰজাপুখুৰী সত্ৰক বংগদেশৰ বাদছাহে মাটি দিছিল (পবিত্ৰ অসম, ৩য় সংস্কৰণ) বুলি জনা যায়।

**সূত্ৰনিৰ্দেশ ঃ**

১। *'The Mahapurshyas,' a sect of Vaishnavas in Assam* : Capt. E. T. Dalton, Political Assistant Commissioner, Assam, in charge of Kamrup, Journal of the Asiatic Society, Vol. VI. 1851

২। ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ, *আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত* পুথিতো একে কথাৰ উল্লেখ আছে।

৩। *Census of India* 1891, Assam Vol. I, Report : footnote p.225

৪। অসম সাহিত্য সভা, *পবিত্ৰ অসম,* বৰদোৱা সত্ৰৰ বিৱৰণ। আঢ়ৈ বছৰ কাল কোচবিহাৰৰ মধুপুৰত থাকি শ্ৰীশঙ্কৰদেৱৰ নাতিপুৰুষ শ্ৰীপুৰুষোত্তম ঠাকুৰে তাতেই প্ৰাণ ত্যাগ কৰে। আনজনা নাতিপুৰুষ শ্ৰীচতুৰ্ভুজ ঠাকুৰেও গংগানদীৰ পাৰত দেহত্যাগ কৰে।

৫। ড° মহেশ্বৰ নেওগ, *প্ৰাচ্যশাসনাৱলী,* বৰদোৱা সত্ৰৰ বিবাদৰ সিদ্ধান্তৰ (ফলি ভূমিকা)

৬। হিতেশ্বৰ বৰবৰুৱা, *আহোমৰ দিন,* পৃঃ ৫০২-৫০৩

৭। ড° অমলেন্দু গুহ, *বৈষ্ণৱবাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈ।*

৮। কিছুমান সত্ৰ গৃহীৰ দ্বাৰা সৰ্বতোভাবে পৰিচালিত। সত্ৰৰ মুখ্যগৰাকী, পাঠক, নামলগোৱা, নামঘৰীয়া আদি সকলোবোৰেই বিয়া-বাৰু কৰোৱা বৈষয়িক গৃহস্থ। আনহাতে কিছুমান সত্ৰত উদাসীন ভকত থাকে আৰু ওপৰৰ পৰা তললৈ— সকলো পদাধিকাৰ আদি উদাসীন। আনহাতে কিছুমান সত্ৰৰ উদাসীনৰ প্ৰাধান্য বেছি থাকিলেও গৃহী বা ঘৰ-সংসাৰ কৰা ভকতেও বংশ পৰম্পৰামতে সত্ৰৰ

দৈনন্দিন সেৱাত নিযুক্ত। প্ৰথমত উল্লেখ কৰা শ্ৰেণীৰ সত্ৰ মাজুলিৰ কমলাবাৰী, দ্বিতীয় শ্ৰেণীৰ সত্ৰ বৰদোৱা আৰু ৩য় শ্ৰেণীৰ সত্ৰ বৰপেটাকে দৃষ্টান্ত হিচাপে দেখুৱাব পাৰি।

প্ৰথম শ্ৰেণীত উল্লেখিত সত্ৰবোৰত সত্ৰীয়া চৰ্চা নিয়মীয়া আৰু নিয়ম-শৃংখলাৰ প্ৰাধান্য থকাটোৱে সম্ভৱ। এতিয়া কুৰি শতিকাত উদাসীন ভকতৰ সংখ্যা কমি অহাটো পৰিলক্ষিত হয়। তৃতীয় শ্ৰেণীৰ ক্ষেত্ৰতো একে অৱস্থা।

একোখন সত্ৰত উদাসীন ভকত কিমান আছিল তাৰ কোনো লিপিবদ্ধ অভিলেখ (প্ৰাক বৃটিছ যুগৰ) পোৱা নাযায়। আজিৰ পৰা ডেৰশ বছৰ আগতে এছিয়াটিক জাৰ্ণেলত ১৮৫১ চনত (Vol. VI) ই.টি. ডেল্টনৰ টোকাত উল্লেখ কৰা মতে বৰপেটা সত্ৰৰ লগত ২৩৮ গৰাকী সংসাৰবিৰাগী উদাসীন ভকত যুক্ত আছিল। উদাসীন ভকত থকা হাটী-বহাবোৰত ধৰ্মচৰ্চা হৈছিল, তাক সৎসংগ বোলা হৈছিল— আৰু তাত হোৱা চৰ্চাক 'ভজন লোৱা' বোলা হৈছিল। ধৰ্মীয় আচাৰ-নীতি, নিয়ম-তত্ত্ব, শৃংখলা সম্পৰ্কে শিক্ষা এই ভজন লোৱা প্ৰক্ৰিয়াৰ ভিতৰত পৰিছিল।

# ৰজাঘৰ, ৰাষ্ট্ৰ আৰু নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণ

শ্ৰীমন্তশঙ্কৰদেৱে মহাৰাজা নৰনাৰায়ণৰ ৰাজসভাত সন্মানৰ আসন পাইছিল। অকল সেয়ে নহয়; উজনিৰ পৰা গৈ কামৰূপৰ বৰলঝাৰত (পাটবাউসী) থিতাপি লওঁতে ৰাজকীয় বিষয়বাবো পাইছিল। জন্মসূত্ৰে তেওঁ সামাজিক শ্ৰেণী হিচাপে সামন্তবাদী ভূএগ-শিৰোমণি তথা প্ৰজা শাসক আছিল। নিজৰ বৰপুতেকক 'মজিন্দাৰী' বিদ্যা* শিকোৱাই ৰজাঘৰৰ বিষয়বাব পোৱাৰ যোগ্য কৰি তোলাৰ ইচ্ছা কৰিছিল। এখন চৰিতপুথিমতে শ্ৰীশঙ্কৰদেৱৰ বৰপুতেক ৰামানন্দই কোচৰাজ্যৰ দেৱান চিলাৰায়ৰ দপ্তৰত চাকৰি কৰিছিল। কোচবেহাৰৰ ৰাজসভা বা ৰজাঘৰৰ আকৰ্ষণতেই অন্তিম কালত প্ৰায় ছকুৰি বছৰ বয়সত পাটবাউসীৰ পৰা গৈ কোচবেহাৰত আছিল আৰু তাতেই তেৰাৰ দেহান্ত ঘটে।

শ্ৰীমাধৱদেৱ আছিল শ্ৰীমন্তশঙ্কৰদেৱে মনোনীত কৰি যোৱা ধৰ্মীয় উত্তৰাধিকাৰী। এই মনোনয়ত শ্ৰীমন্তশঙ্কৰদেৱৰ সমসাময়িক শ্ৰেণীৰ আৰু লগতে অনুগতসকলৰ একাংশ সন্তুষ্ট হোৱা নাছিল। সেৱকীয়া গ্ৰামীভকত অমৃতাকৰ দলৈয়ে মহেখোৱাবৰিত গুৰুভকতক মাতি নি পতা সভাত একাংশৰ দ্বৰা শ্ৰীমন্তশঙ্কৰদেৱৰ নাতি যোলবছৰীয়া শ্ৰীপুৰুষোত্তম ঠাকুৰ আৰু শ্ৰীচতুৰ্ভুজ ঠাকুৰক শ্ৰীমাধৱদেৱতকৈয়ো উচ্চ মৰ্যাদা দান (গুৰুচৰিত কথা, ছেদ ৬১১-১৪); শ্ৰীদামোদৰদেৱৰ লগত হোৱা বিচ্ছেদ, শ্ৰীমাধৱদেৱৰ বিৰুদ্ধে ৰজাক সামন্তবাদী ডাঙৰ মানুহৰ দ্বাৰা কথা লগোৱা; ৰজা ৰঘুদেৱ নাৰায়ণৰ দ্বাৰা সুৰানন্দৰ হতুৱাই কৰা অত্যাচাৰ, লঘু-লাঞ্ছনা আৰু অৱশেষত কামৰূপ কোচহাজো ৰাজ্য (ৰঘুনাৰায়ণ ৰজাৰ) পৰিত্যাগ কৰি শ্ৰীমাধৱদেৱে কোচবেহাৰত আশ্ৰয় লোৱা— এনেবোৰ অপঘটনাৰ বিপৰীতে তেৰাই শেষ সময়ত কোচৰজা লক্ষ্মীনাৰায়ণৰ দ্বাৰা পোৱা সন্মানৰ ঘটনা মন কৰিবলগীয়া। শ্ৰীমাধৱদেৱ ভূ-সামন্ত শ্ৰেণীৰ পৰা নহৈ সাধাৰণ বেহা-বেপাৰী শ্ৰেণীৰ পৰা উদ্ভৱ হৈছিল গুণে তৎকালীন সমাজত পোনতেই উচ্চস্থান পোৱা নাছিল। উদাসীন সংসাৰ-বিৰাগী হোৱা হেতুকে তেওঁৰ অস্তিত্বক গুৰুত্ব নিদি আহোম ৰজাঘৰে 'ভূএগধৰা' অভিযানত ধৰি নি লগৰজনক (শ্ৰীমন্তশঙ্কৰদেৱৰ জোঁৱাই মনু ওৰফে হৰি জোঁৱাইক) বধ কৰিলেও শ্ৰীমাধৱক এৰি দিছিল।

শ্ৰীদামোদৰদেৱ কুলত আছিল ব্ৰাহ্মণ, ধৰ্মপন্থা লৈছিল ভাগৱতী বৈষ্ণৱী। (এখন চৰিতপুথিমতে শ্ৰীশঙ্কৰদেৱৰ নিৰ্দেশত তেৰাৰ অনুগত বন্ধু ব্ৰাহ্মণ ৰামৰামগুৰুৰ হতুৱাই শ্ৰীদামোদৰদেৱক আনুষ্ঠানিক শৰণ দিয়া হৈছিল।) তেওঁ ব্ৰাহ্মণ হোৱা হেতুকে জন্মসূত্ৰে

* *মাটিবাৰী, কৰ-খাজনা সংগ্ৰহ সম্পৰ্কে বিদ্যা।*

বৰ্ণহিন্দু সমাজত মান্যতা পাইছিল। তেৰাৰো অনুগামীৰ সংখ্যা বাঢ়িল, ৰজাঘৰৰ বিষয়া আদিৰ ওপৰত ধৰ্মীয় আধিপত্য বাঢ়িল, এই কথাত ভাল নাপাই সমকালীন ৰজা (ৰঘুদেৱে?) পৰীক্ষিত নাৰায়ণে শ্ৰীদামোদৰদেৱক কামৰূপৰ পৰা বহিষ্কাৰ কৰাৰ আদেশ দিলে। শ্ৰীদামোদৰদেৱেও গৈ কোচবিহাৰৰ ৰজাৰ আশ্ৰয়ত ধৰ্মচৰ্চা কৰি জীৱনৰ শেষ সময়খিনি কটাইছিল।

শ্ৰীমাধৱদেৱৰ পৰামৰ্শত (শ্ৰীদামোদৰদেৱৰ শিষ্য) ব্ৰাহ্মণ উদাসীন বৈষ্ণৱ বংশীগোপালদেৱে উজনিলৈ গৈ ৰজাঘৰীয়া ৰোষত পৰি পলাই পলাই ধৰ্মপ্ৰচাৰ কৰিবলগীয়া হৈছিল। সম্ভৱতঃ ৰজাঘৰে ধৰ্মৰ নীতি আদিৰ প্ৰতি উদাসীন হ'লেও নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণৰ মাজেৰে শত্ৰুভাৱাপন্ন ভাটীদেশৰ ৰাজনৈতিক প্ৰভাৱ চুতীয়া-ভটীয়াভূঞা বৰ্ণহিন্দু সমাজখনত পৰিব আৰু তাৰ দ্বাৰা ৰজাঘৰৰ ক্ষতি হ'ব পাৰে বুলি শংকা কৰিছিল।

তথাপিও কুৰুৱাবাহীত, আহোম ৰাজ্যৰ আওহতীয়া ঠাই, নৈৰে আগুৰা মাজুলীত শ্ৰীবংশীগোপালদেৱে সত্ৰ এখন পাতিলে। তাতেই তেৰাৰ দেহান্ত হ'ল। তেনেদৰে কমলাবাৰীত (মাজুলী) শ্ৰীবদলাআতা বা আহোম ৰাজ্যৰ সীমামূৰীয়া ঠাইত শ্ৰীযদুমণি, শ্ৰীঅনিৰুদ্ধ আদি ধৰ্মপ্ৰচাৰকে সত্ৰ দুই এখন পাতিলেও কেৱে পোনতে ৰাজপৃষ্ঠপোষকতা পোৱা নাছিল।

এই সন্দৰ্ভত এটা কথা মন কৰিবলগীয়া। আহোম ৰাজ্য বিস্তাৰৰ কালছোৱাত বিশেষকৈ বুঢ়া-ৰজা প্ৰতাপসিংহৰ (১৬০৩-৪১ খ্ৰীঃ) দিনত ৰজাঘৰৰ ৰাজ্য সংগঠিত কৰা প্ৰক্ৰিয়াৰ ফলত ৰাজ্যৰ জনগাঁথনি আৰু প্ৰশাসন পদ্ধতিৰ সাল-সলনি হ'বলৈ ধৰে। হিন্দু-সংস্কৃতিৰ প্ৰভাৱাধীন ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ চুতীয়া, হাবুং বা আন ভূঞা অধ্যুষিত অঞ্চলবোৰ আহোম শাসনৰ তললৈ আহে। পোনতে আহোম ৰাজশক্তিয়ে এনে সংস্কৃতিৰ প্ৰভাৱাধীন ভূঞাসকলৰ ভাটীদেশৰ ঐতিহ্যমূলক সম্পৰ্ক আৰু যোগাযোগৰ প্ৰতি লক্ষ্য ৰাখি সেইসকলৰ মতিগতি সম্পৰ্কে সন্দিহান আছিল।[১] (শ্ৰীশঙ্কৰদেৱৰ জীৱন-প্ৰসঙ্গত দৈত্যাৰি ঠাকুৰ আৰু ৰামানন্দদ্বিজকৃত চৰিতপুথিৰ উদ্ধৃতিৰে সেই অৱস্থাটো অন্যত্ৰ আলোচনা কৰা হৈছে।) কিন্তু ভাটীৰ কোচৰাজ্য দুৰ্বল হৈ লাহে লাহে ভাঙি পৰাত এনে সন্দেহৰ ভিত্তি দুৰ্বল হয়। ৰজাঘৰে হিন্দু-সংস্কৃতিৰ প্ৰভাৱাধীন ভূঞা আৰু আন আন বৃত্তিয়ালক আহোম ৰাজ্যৰ আভ্যন্তৰত কুৰিঘৰৰ পৰা এঘৰকৈ ভাঙি নি ঠায়ে ঠায়ে পাতি প্ৰজা-সমাজ সংগঠিত কৰে। এনেদৰে সংগঠিত কৰাৰ (সানমিহলি তথা সিঁচৰতি কৰি আগৰ সমাজ ভাঙি নি বিভিন্ন গোষ্ঠীৰ মানুহক লগ লগাই) উদ্দেশ্য আছিল ৰাজত্ব সুস্থাপিত কৰা, প্ৰজা-বিদ্ৰোহৰ সম্ভাৱনা হ্ৰাস কৰা আৰু গোষ্ঠীৰ ঠাইত ৰাজকীয় প্ৰশাসন গোটৰ (খেল) প্ৰাধান্য বঢ়োৱা। আনকি প্ৰশাসন কাৰ্যৰ সুচলৰ বাবে ভাটীদেশৰ পৰা কুশলী লোককো নিজৰ ৰাজ্যলৈ অনাইছিল। উদাহৰণস্বৰূপে কামৰূপৰ পৰা এনেদৰে যোৱা কেইটামান পৰিয়ালৰ পৰা বৈদেশিক সেৱাত কেজনমানকো নিয়োগ কৰিছিল (মাণিক কাথ, ভট্টগুৰু, শ্ৰেষ্ঠা, জয়ন্তীৰাম, পাত্ৰানসী, বঙাল চক্ৰৱৰ্তী, নদুনন্দন মিশ্ৰ, কংপাত্ৰ আদিৰ পৰিয়ালৰ ওঠৰজনক; ধৰাধৰ, বৰকন্দলী, চোটকন্দলী, সাগৰকন্দলী, চণ্ডীগুৰু, ঠাকৰিগোপাল, গোপাল কটকী আদি।[৩]

ৰজাঘৰে এইসকলৰ ভাটিদেশৰ ভাষা, সংস্কৃতি, প্ৰশাসনিক ক্ষেত্ৰ ইত্যাদিৰ জ্ঞান এনেদৰে ব্যৱহাৰ কৰিছিল।

মনুসংহিতাত থকা 'এষা সুৰেন্দ্ৰানাং নৃপ নিৰ্মিত' (দেৱৰাজ ইন্দ্ৰৰ দ্বাৰা ৰজাৰ সৃষ্টি) তত্বকে কামত লগাই আহোম ৰজাসকলক দৈৱী, ইন্দ্ৰবংশধৰ হিচাপে ৰূপ দিয়াত হিন্দুধৰ্মীয় পণ্ডিতসকল সফল হৈছিল।

শ্ৰীবংশীগোপালদেৱে পতা কুৰুৱাবাহী সত্ৰৰ পৰা নিৰঞ্জন বাপু বোলা এগৰাকী ধৰ্মাচাৰ্যৰ ওচৰত গালপুৰ ঘাটত যজ্ঞ কৰি তাত গোবিন্দ ঠাকুৰৰ মূৰ্তি স্থাপন কৰি সত্ৰ পাতি জয়ধ্বজসিংহ স্বৰ্গদেৱে (খ্ৰীঃ ১৬৪৮-৬৩) নৱবৈষ্ণৱী ধৰ্মত তথা হিন্দু ধৰ্মত (আহোমৰ আগৰ ধৰ্ম ত্যাগ কৰি) শৰণ ল'লে। **ঈশ্বৰ অন্বেষণ, ভক্তি আদি ব্যক্তিগতমতেই ইয়াৰ ঘাই কাৰণ বুলি কোৱা মস্কিল। কাৰণ, দেখাত স্বৈৰাচাৰী যেন লাগিলেও ডা-ডাঙৰীয়াসকলৰ আৰু নিজ বংশ আদিৰ সমৰ্থন নহ'লে আহোম ৰজা এজনে ব্যক্তিগতভাৱে ধৰ্মান্তৰ গ্ৰহণৰ দৰে কাম কৰিব পাৰে বুলি ভাবিব নোৱাৰি। কাৰণ ৰজা ভঙা-পতাৰ ক্ষেত্ৰত ডা-ডাঙৰীয়াসকলৰ ক্ষমতা যথেষ্ট আছিল।**

বুৰঞ্জীবিদ গৱেষক ড° পদ্মেশ্বৰ গগৈয়ে (Tai Ahom Religion and Customs) লিখিছে যে জয়ধ্বজসিংহৰ দিনৰ পৰা আহোম ৰাজ্যত প্ৰায় চাৰিশৰো অধিক নৱবৈষ্ণৱ সত্ৰ স্থাপিত হয়। ইয়াৰ ব্ৰহ্মসংহতিভুক্ত সত্ৰবোৰৰ সত্ৰাধিকাৰ ব্ৰাহ্মণ আৰু বাকী তিনিওটা সংহতিৰ (কাল, পুৰুষ, নিকা) সত্ৰৰ সত্ৰাধিকাৰৰ আধাআধি ব্ৰাহ্মণ আৰু আধাআধি অনা-ব্ৰাহ্মণ শূদ্ৰ। এনে সত্ৰ সংখ্যা বৃদ্ধিৰ কালছোৱা হ'ল জয়ধ্বজসিংহৰ দিনৰ পৰা গদাধৰসিংহ ৰাজপাটত উঠালৈকে (খ্ৰীঃ ১৬৪৮-১৬৮১)। মন কৰিবলগীয়া কথাটো হ'ল **সোতৰশ শতিকাৰ আৰম্ভণিৰে পৰা অৰ্দ্ধ জনজাতি চৰিত্ৰৰ পৰা আহোম ৰজাঘৰ সামন্তবাদী চৰিত্ৰলৈ লাহে লাহে ৰূপান্তৰিত হ'বলৈ ধৰিছিল।** জনজাতি চৰিত্ৰৰ সমাজত সামন্তবাদী সমাজতকৈ প্ৰজাসকলৰ গণতান্ত্ৰিক অধিকাৰ বেছি। পোনতে ৰজাঘৰ আছিল সম্পূৰ্ণ আহোমকেন্দ্ৰিক, কেইটামান নিৰ্দিষ্ট পৰিয়ালৰ মাজত সীমাবদ্ধ, এনে পৰিয়ালকেইটা ৰজাঘৰৰ কৰ্তৃত্ব আৰু অধিকাৰৰ একপ্ৰকাৰ অংশীদাৰ। বাকীবোৰ (এনে পৰিয়ালকেইটাৰ বাহিৰে) আছিল ৰণত পৰাজিত বিজিত দাস বা বা বন্দীৰ দৰে। **লাহে লাহে ৰাজ্য মাৰি অধীনলৈ অনা প্ৰজা ৰাইজৰ সংখ্যা বাঢ়িল, সমগ্ৰ সমাজখনৰ কেৱল পৰিমাণগতই নহয়, গুণগতভাৱেও সামন্তবাদী পৰ্যায়লৈ সলনি হ'ল। এনে বাৰেমিহলি লোকৰ সমাজখনক একমুখী কৰাৰ বাবে অকল ৰাজদণ্ডৰ বলেই যথেষ্ট নহয়, ধৰ্মীয় বন্ধনো প্ৰয়োজন হ'ল;** বিশেষকৈ হিন্দু ধৰ্ম শাস্ত্ৰত বিভিন্ন বৰ্ণত প্ৰজাবিভাজনৰ তত্ত্ব আছে, য'ত পুৰোহিত তথা যাজকসকল আৰু ৰজা— সমাজৰ উচ্চতৰ স্তৰত অৱস্থিত বুলি স্বীকৃতি আছে। ধৰ্মীয় শাস্ত্ৰত যিদৰে গুণকৰ্মৰ ওপৰত ভেটি কৰি বৰ্ণ বিভাগৰ কথা আছে, তেনেদৰে আহোম ৰাষ্ট্ৰয়ো শ্ৰম বিভাজনৰ ভিত্তিত প্ৰতাপসিংহৰ দিনৰ পৰা খেল-পাইক প্ৰথাৰে সমাজৰ পুনৰ্বিন্যাসৰ প্ৰক্ৰিয়া আৰম্ভ কৰিছিল।

সম্ভৱতঃ প্ৰতাপসিংহ স্বৰ্গদেউৰ দিনৰ পৰাই **সত্ৰৰ ভকত আৰু গোঁসাই মহন্তসকলক খেল-পাইক পদ্ধতিৰ মাজলৈ আনি বাধ্যতামূলক ৰাজকীয় সেৱাৰ বাব দিয়া নাছিল।**

পোনতে সত্ৰৰ সংখ্যা নগণ্য আছিল। লাহে লাহে ই বাঢ়িবলৈ ল'লে। খ্ৰীঃ ১৬৪৮-১৬৮১ এই সময়ছোৱাত সত্ৰৰ সংখ্যা বাৰকৈয়ে বৃদ্ধি পালে।

আহোম ৰাজত্বৰ মূল অৰ্থনৈতিক আৰু সামৰিক বুনিয়াদ আছিল শ্ৰমসেৱা। কোনো ভেৰোণীয়া বা দৰমহাখোৱা সেনাবাহিনী আহোম ৰাজত্বৰ অন্তিম সময়ৰ আগমুহূৰ্তলৈকে নাছিল। উৎপাদন পদ্ধতি আৰু সামৰিক পদ্ধতি একান্তভাৱে নিৰ্ভৰ কৰিছিল দাস আৰু পাইকসকলৰ বাধ্যতামূলক সেৱাৰ ওপৰত।

আগতেই আলোচনা কৰা হৈছে যে সত্ৰৰ ভকত আদি এই বাধ্যতামূলক ৰাজসেৱা পদ্ধতিৰ বাহিৰত[২] আছিল।

জয়ধ্বজসিংহৰ দিনত আহোম ৰাজ্যৰ ওপৰত হোৱা মোগল আক্ৰমণ তথা মিৰ্জুমলাৰ আক্ৰমণ এটা উল্লেখযোগ্য ঘটনা। জয়ধ্বজসিংহৰ পৰা উদয়াদিত্য স্বৰ্গদেউৰ দিনলৈ তথা খ্ৰীঃ ১৬৪৮ ৰ পৰা খ্ৰীঃ ১৬৭৩লৈ কেবাবাৰো মোগলৰ লগত আহোমৰ ৰণ হৈছিল। মোগলৰ ৰণুৱাবাহিনী দৰমহা খোৱা আছিল, দীৰ্ঘদিন ঘৰ এৰি বাহিৰত যুদ্ধ কৰা অভ্যাস তেওঁলোকৰ আছিল। এই চৰিত্ৰৰ নোহোৱা বাবেই সম্ভৱতঃ আহোম সেনাবাহিনী ঘৰৰ বাহিৰলৈ গৈ দীঘলীয়া যুদ্ধত প্ৰবৃত্ত হোৱাত ৰবকৈ অভ্যস্ত নাছিল।* আনহাতে সত্ৰবোৰৰ সংখ্যা বঢ়াত আৰু নৱ-বৈষ্ণৱ ধৰ্মৰ ব্যাপক প্ৰচাৰত ভকতৰ সংখ্যা বাঢ়িল। এনে ভকতসকলৰ (আগতে কোৱা দৰে বাধ্যতামূলক ৰাজসেৱাৰ পৰা অব্যাহতি পোৱা) ক্ৰমবৰ্ধমান সংখ্যাই ৰাজকীয়া সেৱাসৈনিকৰ সংখ্যাত প্ৰতিকূল প্ৰভাৱ পেলাইছিল। সত্ৰবোৰৰ লগত জলপথ বাণিজ্যৰ যোগাযোগ থকা বুলি ভাবিব পাৰি। সত্ৰবোৰত ধন-সোণো গোট খাইছিল।

আগতে এঠাইত অনা-আহোম বৰ্ণহিন্দু বা ভূএগ্ৰাসকলৰ লগত ভাটীৰ জনসমাজৰ (অসমৰ বাহিৰৰ) যোগাযোগৰ কথা উল্লেখ কৰা হৈছে। **মোগলৰ স'তে আহোমৰ ওপৰোক্ত ৰণবোৰত, ৰাজ অনুগ্ৰহত বিস্তাৰ লাভ কৰা সত্ৰৰ, বহুতো গোসাঁই, মহন্ত, মেধি আদিয়ে মোগলৰ পক্ষত কাম কৰা বা আহোম ৰাজত্বৰ প্ৰতি আনুগত্যহীনতাৰ অভিযোগ উঠাত স্বৰ্গদেউ উদয়াদিত্যই পাপুং চাউদাং বৰুৱাক তদন্ত কৰি দোষীক শাস্তি বিহিবলৈ নিৰ্দেশ দিব লগা হৈছিল।[৫] এই গৰাকী স্বৰ্গদেৱেই আকৌ নৱোৱা মহন্তক গজপুৰত সত্ৰ প্ৰতিষ্ঠাৰ বাবে সহায় কৰাকে ধৰি নৱ-বৈষ্ণৱ ধৰ্মৰ বিস্তাৰতো সহায় কৰিছিল।**

এফালে গৃহকন্দল, কুশাসন আদিৰ ফলত ৰাষ্ট্ৰশক্তি দুৰ্বল হ'ল, আনফালে সত্ৰসমূহৰ প্ৰতিপত্তি বাঢ়িল। খোৱা কামোৰাত বিবাদমান ৰাষ্ট্ৰৰ ৰজাঘৰীয়া কথাত কিছুমান সত্ৰই হস্তক্ষেপ কৰিছিল।

১৬৮১ খ্ৰীঃত স্বৰ্গদেউ গদাধৰসিংহ ৰাজপাটত উঠিল। তেওঁৰ শাসনত ৰাজ্যৰ আভ্যন্তৰীণ কলহ আদি নোহোৱা হোৱাই নহয়— মোগলৰ হাতৰ পৰা কামৰূপ দখল হ'ল, মানাহ নদীৰ সীমা পৰ্যন্ত ৰাজ্যৰ সীমা বাঢ়িল।

তেওঁ ৰাজ্যৰ ৰাজহ ব্যৱস্থা সবল কৰাৰ বাবে ভূমি-পিয়লৰ ব্যৱস্থা লৈছিল যদিও ই তেওঁৰ দিনত সম্পূৰ্ণ নহ'ল। সত্ৰবোৰক কঠোৰ হাতেৰে নিয়ন্ত্ৰণ কৰিছিল; গোঁসাই-মহন্ত

---

* আহোম ৰাজত্বৰ একেবাৰে শেষৰ পিনে অলপ সংখ্যক দৰমহাখোৱা চিপাহী নিয়োজিত হৈছিল।

আদিক সত্ৰৰ পৰা উৎখাত কৰি আন ঠাইলৈ নিৰ্বাসন দিয়া, সত্ৰৰ ধন-সোণ বাজেয়াপ্ত কৰা বা গোসাঁই-মহন্ত আদিক নিগ্ৰহ কৰাৰ মাজেদি **সত্ৰৰ পৰা ভকত একৰাই আনি পুনৰ বাধ্যতামূলক ৰাজসেৱাত লগাইছিল**। ফলত ৰাজসেৱাৰ ৰণুৱা-বনুৱাৰ সংখ্যা বাঢ়িছিল।

অৱশ্যে পিছৰ স্বৰ্গদেউসকলে এই বিষয়ত কৌশলপূৰ্ণভাৱে আৰু উগ্ৰপন্থাৰ বিপৰীতে কিছু নৰম পন্থা অৱলম্বন কৰিছিল।

এটা উদাহৰণ এই ক্ষেত্ৰত উত্থাপন কৰিব পৰা যায়।

স্বৰ্গদেউ লক্ষ্মীসিংহই ব্ৰহ্মচাৰী সত্ৰৰ বিশ্বম্ভৰ বাপুক ১৭২২ শকত (খ্ৰীঃ ১৮০০) দিয়া তামৰ ফলিত আছে*

"পূৰ্বে নগএগ্ৰা ব্ৰহ্মচাৰী বিশ্বম্ভৰ বাপুও লক্ষ্মীসিংহঁত জনালত মোৰ পিতামহ চতমিয়া বাসুদেৱ বাপুক চেউনিত পতাত (নিৰ্বাসন দিয়াত) তেওঁৰ ভকত ৬০ নগএগ্ৰা কাৰি কৰিলে। পাছে লক্ষ্মীসিংহ দেৱে ভকত কাৰি কৰা যেন বুজি সন্দিকৈৰ আদাবৰীয়াৰ শিৰৰাম বৰবডুৱাত কলিতাফুকনক সেই ৬০ ভকত ৬০ কুৰিৰ মূৰে নগএগ্ৰা কাৰিকে কাকত কাটি সত্ৰৰ ভকতকৈ দিব দিলত নগএগ্ৰাৰ আঠসয়েকৰ ঘৰোৱাহিকৈ দিলে পাইক ৮ টা খাটোৱালৰ ১ টা খণ্ডীয়াভাগৰ তেলিয়া ৮ টা এই লগতে সাতসৈয়াৰ মাটিও কিছু দিলে.." (চেতমীয়া— নগাঁও জিলাৰ পুৰুষ সংহতিভুক্ত এখন সত্ৰ ঃ কাৰি = কাড়ী পাইক)

(ব্যাখ্যা ঃ আগতে চতমীয়া সত্ৰৰ অধিকাৰক নিৰ্বাসন দি চেউনীত পাতিছিল আৰু উক্ত সত্ৰৰ ৬০ ভকতক কাড়ী-পাইকৰ তালিকাভুক্ত কৰিছিল। উক্ত সত্ৰাধিকাৰৰ নাতিয়েকে পৰৱৰ্তী ৰজা স্বৰ্গদেউ লক্ষ্মীসিংহৰ ওচৰত আপত্তি জনোৱাত কাড়ী-পাইকৰ তালিকাৰ পৰা সেই ৬০ কাড়ী পাইকক বাদ দি পুনৰ সত্ৰৰ ভকত কৰি দিলে।)

**সত্ৰৰ ভকতক বাধ্যতামূলক ৰাজসেৱাৰ (কাড়ী-পাইকৰ বাব) পৰা অব্যাহতি দিয়া নীতিয়ে সত্ৰ আৰু নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণত সহায় কৰিছিল।**

গদাধৰসিংহই লোৱা সত্ৰবিৰোধী ব্যৱস্থাবোৰ বৰ কঠোৰ আছিল। 'সত্ৰৰ গোসাঁই-মহন্তক চউলকঠাৰহে প্ৰয়োজন আৰু তাক শিষ্যসেৱকৰ পৰা পায়েই— গতিকে ধন-সোণ সত্ৰৰ বাবে কেলেই?' এনে যুক্তিৰে চাইছিল। আউনীআটি, দক্ষিণপাট আদি সত্ৰৰ উপৰিও কেবাখনো সত্ৰৰ ঘৰ-দুৱাৰ ভাঙি, পুৰি; গোসাঁই, মহন্ত, মেধি আদিক নিপীড়ন কৰিলে; কিছুমানক প্ৰাণে মাৰিলে; সৰহভাগকে আওহতীয়া ঠাই নামৰূপ, টোকলাই, চেউনি, বচা আদিলৈ নিৰ্বাসন দিলে। ভকতক টানি আনি কাড়ী-পাইকৰ তলিকাত ভৰালে।[৭]

গদাধৰসিংহ স্বৰ্গদেৱে লোৱা ব্যৱস্থাবোৰ* কঠোৰ, স্বৈৰাচাৰী আৰু অত্যাচাৰী যেন লগা হ'ল। যিটো উদ্দেশ্যত স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনৰ পৰা সত্ৰ তথা হিন্দুধৰ্ম প্ৰচাৰত ৰজাঘৰে সহায় কৰিছিল সেই উদ্দেশ্য হানি হ'ব বুলি সম্ভৱতঃ পৰৱৰ্তী ৰজা ৰুদ্ৰসিংহই বেলেগ নীতি ল'লে। তেওঁ নিৰ্বাসন দিয়া গোসাঁই, মহন্ত, মেধিসকলক আগৰ ঠাইলৈ ওভোতাই আনি থাপিলে। কিন্তু নৱ-বৈষ্ণৱ ধৰ্মৰ ক্ষেত্ৰত ১৬২৪ শক (খ্ৰীঃ ১৭০২) জেঠ মাহত কেতবোৰ গুৰুত্বপূৰ্ণ ৰাজকীয় অধ্যাদেশ জাৰি কৰিলে আৰু হস্তক্ষেপ কৰিলে।[৮]

---

* তুংখুঙীয়া বুৰঞ্জী (ইংৰাজী- পৃঃ ৩৩-৩৪) আৰু ড° পদ্মেশ্বৰ গগৈৰ আগতে উল্লেখ কৰা গৱেষণা গ্ৰন্থ দ্ৰষ্টব্য।

তেনে অধ্যাদেশবোৰ আছিল যথা—

১ম— **কোনো শূদ্ৰ বা অব্ৰাহ্মণ তথা মেধি, মহন্ত আদি সত্ৰাধিকাৰে কোনো ব্ৰাহ্মণক শৰণ দিব নোৱাৰিব।** ইয়াৰ প্ৰতিবাদ কৰাত নবোবাৰ ৰাম, ভৱানীপুৰীয়া গোপালআতাৰ নাতি ৰমানন্দ, বৰভকতৰ নাতি মাধৱানন্দ ভাতনোখোৱা, বাৰেঘৰীয়া সত্ৰৰ চিৰাম আৰু চেঁচামুখৰ সত্ৰৰ চতুৰ্ভুজ— এই পাঁচজনক পোনতে হাতীশালত বন্দী কৰাৰ আদেশ দিলে। পিছত পাৰিষদবৰ্গৰ অনুৰোধত শাস্তিটো কোমল কৰি তেওঁলোকৰ ডিঙিত চুণসনা মাটিৰ কলহ জনসমক্ষে আঁৰি দি অপদস্থ কৰিলে। ৰামঠাকুৰক কাটনিপেৰাত, চতুৰ্ভুজ ঠাকুৰক মায়ামৰাত, নবোবাৰ ৰমানন্দক কোৱামৰাত আৰু ভাতনোখোৱা ঠাকুৰক এলেঙ্গীত ঠাই সলাই বহিব দিলে।

২য়— **শূদ্ৰ সত্ৰাধিকাৰৰ সত্ৰত থকা ব্ৰাহ্মণ ভকতক সত্ৰৰ পৰা উলিয়াই পঠিয়াব লাগিব; সত্ৰৰ চুবুৰীয়া গাঁৱৰ কোনো ব্ৰাহ্মণ নোসোমাব।** দুজন ব্ৰাহ্মণ ভকত শূদ্ৰ মোৱামৰীয়া মহন্তৰ তালৈ যোৱা বাতৰি চোৰাংচোৱাৰ পৰা পাই ৰজাই মহন্তক ধৰি আনি জনসম্মুখে শাস্তি বিহিলে আৰু ব্ৰাহ্মণ ভকত দুজনক নাক-কাণ কাটি এৰি দিলে। যিবোৰ ভকতে আগতে অনা-ব্ৰাহ্মণ গুৰুত শৰণ লৈছিল সেইসকলক পুনৰ ব্ৰাহ্মণ গুৰুত শৰণ ল'বলৈ বাধ্য কৰালে।

৩য়— **প্ৰতি সত্ৰতে মূৰ্তি বা বিগ্ৰহ পূজা কৰাৰ (ব্ৰাহ্মণৰ দ্বাৰা!) হুকুম দিয়া হ'ল।***

কমলাবৰীয়া আৰু মধুপুৰীয়া গুৰুসকলে এনে আদেশ নমনা বাবে দুয়োকো ৰাজদুৱাভাৰে বেত মৰাই, চুণসনা কলহ ডিঙিত ওলমাই অপদস্থ কৰিলে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে পোনতে আউনীআটি সত্ৰৰ হৰিদেৱ অধিকাৰীৰ ওচৰত নব-বৈষ্ণৱ ধৰ্মত শৰণ লৈছিল। এই সত্ৰখনক সকলোপ্ৰকাৰে সহায় কৰিছিল। পিছত নববৈষ্ণৱ ধৰ্মপন্থা এৰি বংগদেশী শাক্তধৰ্ম ল'বলৈ মন মেলি বংগদেশৰ কৃষ্ণানন্দ ন্যায়বাগীশ, শিমলিগ্ৰামৰ শাক্তগুৰু কৃষ্ণৰাম ওৰফে কৃষ্ণচন্দ্ৰ ওৰফে কৃষ্ণানন্দ ন্যায়বাগীশ টেংৰামৰা ভট্টাচাৰ্যক (পৰ্বতীয়া গোঁসাই বুলি খ্যাত) মতাই আনি ৰাজ্যৰ ভাটিপিনে কামৰূপৰ নীলাচল পৰ্বতত (কামাখ্যা) থাপিলে। শৰণ লোৱাৰ আগতে ৰুদ্ৰসিংহৰ মৃত্যু হয় আৰু পুত্ৰ শিৱসিংহই ৰাজপাটত উঠি এইজনা গুৰুৰ ওচৰত শৰণ লয়।

**ৰুদ্ৰসিংহৰ দিনত ভাটী তথা বংগদেশৰ পৰা বহুতো ভূমিপ্ৰশাসন আদি বিষয়ত জনা-বুজা লোকৰ আমদানি হৈছিল আৰু সেইসকল প্ৰশাসন ব্যৱস্থাত বিষয়া-কৰ্মচাৰীৰূপে নিয়োজিত হৈছিল। নিজৰ প্ৰজাক গুৰু নমনা নীতিৰে আৰু এনেবোৰ নবাগতৰ প্ৰভাৱত ৰজাঘৰে শাক্তধৰ্মৰ প্ৰতি ঢাল লোৱা বুলি অনুমান কৰিব পাৰি। ৰুদ্ৰসিংহ ৰজাই বংগদেশৰ দৰে খাদ্য, পোছাক-পৰিচ্ছদ, ধৰ্ম আৰু সংস্কৃতি (গীত-মাত আদি) নিজ ৰাজ্যত প্ৰচলিত হোৱাটো বিচাৰিছিল।***

পৰ্বতীয়া গোসাঁইৰ পন্থৰ পত্নমৰা গোঁসাই আদিৰ মাজেৰে আহোম ৰাজ্যত শাক্ত

---

* (This monarch for the first time allowed the fashions of Bengal in food, dress, religion and culture to be imported into the court and Kingdom in a marked degree.) ড° পদ্মেশ্বৰ গগৈৰ উক্ত গৱেষণা গ্ৰন্থ আৰু আন অসম বুৰঞ্জী দ্ৰষ্টব্য।

ধৰ্মৰ প্ৰসাৰণ ঘটে। ৰুদ্ৰসিংহৰ দিনৰ পৰা ঘটা সামাজিক ৰূপান্তৰৰ ফলত নৱ-বৈষ্ণৱ পন্থৰ একাংশ গোসাঁই বাপু, অনা-ব্ৰাহ্মণ মেধি, মহন্ত আদিৰ স'তে নৱাগত শাক্ত পন্থৰ সামাজিক যোগাযোগ আদান-প্ৰদান হ'বলৈ ধৰে আৰু হিন্দু সমাজখনত সংশ্লেষণ প্ৰক্ৰিয়া দ্ৰুতভাৱে আৰম্ভ হয়। সংস্কৃতিৰ ক্ষেত্ৰতো সকলো দিশতে ৰূপান্তৰৰ মাজেৰে বিকাশ ঘটে। গদাধৰসিংহ, ৰুদ্ৰসিংহ, শিৱসিংহ স্বৰ্গদেৱৰ দিনৰ পৰা কেবাটাও পুৰণি হিন্দু মঠ-মন্দিৰ পুন নিৰ্মিত আৰু নতুন পদ্ধতিৰে সংগঠিত হয়। কেবাটাও নতুন মন্দিৰ সজোৱা হয়। এনে নতুন মন্দিৰবোৰ হয় শৈৱ বা শাক্ত পন্থাৰ। সত্ৰ কিছুমানকো ভূমিদান দিয়াৰ মাজেৰে নকৈ সংগঠিত কৰা হয়। **ৰজাঘৰীয়া চৰ্ত হিচাপে মূৰ্তিপূজা নমনা সত্ৰয়ো বিগ্ৰহপূজা আৰু ব্ৰাহ্মণ** পূজাৰীৰ ব্যৱস্থা কৰিবলগীয়া হয়।

সেই সময়ৰ পৰা আহোম ৰাজ্যৰ মূল কেন্দ্ৰত হিন্দুধৰ্মৰ প্ৰসাৰণ দুই ধৰণে হ'বলৈ ধৰিলে। আগৰ নৱ-বৈষ্ণৱ ধৰ্মৰ লগতে শাক্তগোসাঁই প্ৰৱৰ্তিত শাক্তধৰ্মও চলিল। নৱ-বৈষ্ণৱ ধৰ্মৰ আগৰ এদনীয়া প্ৰভাৱ গুছিল। আহোমসকলৰ আগতে ধৰ্ম হিন্দু নাছিল; পিছলৈ সেইসকলৰো সৰহভাগেই হিন্দুধৰ্মত সোমাল।

এই ক্ষেত্ৰত বিশেষভাৱে লক্ষণীয় এই যে মধ্য আৰু নামনি অসমত জনজাতি সমাজৰ পৰা হিন্দুসমাজলৈ অহাসকলে ক্ৰমে শৰণীয়া, সৰুকোচ, বৰকোচ আদি হিন্দু জাতিভেদৰ খলপত সোমাই নিজৰ পূৰ্বৰ জাতি পৰিচয় হেৰুৱালে। কিন্তু উজনিত আহোম, মৰাণ আদিয়ে হিন্দুধৰ্ম ল'লেও নিজৰ গোষ্ঠী পৰিচয়, পৰম্পৰাৰ পৰা সম্পূৰ্ণ বিচিছন্ন নহ'ল।

উজনিত নৱ-বৈষ্ণৱ ধৰ্ম আৰু নৱপ্ৰৱৰ্তিত শাক্তধৰ্মৰ প্ৰসাৰণ বাঢ়িল। লগতে ৰুদ্ৰসিংহ স্বৰ্গদেউৰ দিনৰ পৰা ব্ৰাহ্মণ আৰু বৰ্ণহিন্দুৰ প্ৰভাৱ তথা আগতে নথকা জাতভেদ প্ৰথাৰ প্ৰভাৱ বাঢ়িল। গুণাভিৰাম বৰুৱাৰ অসম বুৰঞ্জীত পোৱা যায় যে ৰাজনিৰ্দেশত "মৎস্যজীৱী সম্প্ৰদায়ৰ লোকৰ কপালত ৰোহিত মৎস্যৰ ছবি আঁকি দিয়া হৈছিল।" এই কথা অতিশয়োক্তি বুলি ধৰি ল'লেও এটা কথা ওলাই পৰে যে হিন্দু সমাজৰ একেবাৰে তলৰ বৰ্গৰ লোকক সমাজত অতিশয় হীন মৰ্যাদা দিয়া হৈছিল। **নৱ-বৈষ্ণৱ ধৰ্মতত্ত্বৰ নীতি হিচাপে আগতে শ্ৰীমন্তশঙ্কৰদেৱৰ ৰচিত পদৰ উদ্ধৃতিৰে আলোচনা কৰা হৈছিল। ইবোৰৰ বিপৰীতে ইতিমধ্যে আলোচনা কৰা ৰজাঘৰৰ হস্তক্ষেপৰ ফলত নৱ-বৈষ্ণৱ ধৰ্মত হোৱা পৰিবৰ্তন লক্ষ্যণীয়।**

ৰজাঘৰৰ লগত সম্পৰ্কৰ ক্ষেত্ৰত শ্ৰীমন্তশঙ্কৰদেৱৰ অৱস্থান, শ্ৰীদামোদৰদেৱ, শ্ৰীমাধৱদেৱ বা আনসকলৰ লগত ৰিজাব নোৱাৰি। সামন্তধৰ্মী মৰ্যাদাৰে ৰজাঘৰৰ (কোচ) বিষয়াপদ (পাটবাউসীৰ গোমস্তা পদ) বা ৰাজসভাত পণ্ডিত-পাৰিষদৰ স্থান শ্ৰীমন্তশঙ্কৰদেৱে পাইছিল। আনকি ধূএগ্ৰাহাটাত থকা কালতো শ্ৰীমন্তশঙ্কৰদেৱৰ পৰিয়ালৰ (খুৰাকৰ পুতেক জগতানন্দক) আহোম ৰজাঘৰে 'ৰায়বৰুৱা' উপাধি দিছিল বা কিছু মৰ্যাদা দিছিল। ড° মহেশ্বৰ নেওগে কৈছে, "জগতানন্দই আহোম ৰজাৰ পৰা ৰামৰায় উপাধি পোৱা কথাটো সঁচা। ৰমানন্দ দ্বিজৰ চৰিতত আছে যে বেলগুৰিত থাকোঁতে এবাৰ আহোম ৰজাই দূত পাচি ৰামৰায়ক গড়গাঁৱলৈ মতাই নিছিল ঃ ৰজাৰ সন্দিকৈয়ে তেওঁক বঁটা-বাহন দি ঘূৰাই পঠায়। বোধহয় সেই সময়ত ৰামৰায়ৰ লগত কিবা চৰকাৰী সম্পৰ্ক আছিল।"[১০]

সম্ভৱতঃ এনে সামাজিক শ্ৰেণীগত গুৰুত্ব অনুভৱ কৰিয়েই কোচ ৰজায়ো শ্ৰীমন্তশঙ্কৰদেৱক বা তেওঁৰ পৰিয়ালক আগে কোবা ধৰণে আচৰণ কৰিছিল। পূৰ্বে উল্লেখ কৰা হৈছে যে শ্ৰীমন্তশঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দক ভূমিপ্ৰশাসনিক বা বিষয় 'মজুমদাৰী' বিদ্যা শিকাইছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ সময়ত ৰামানন্দ কোচবেহাৰত আছিল। আনকি শ্ৰীমন্তশঙ্কৰদেৱৰ খুৰাকৰ ল'ৰা ৰামৰায়ৰ পৌত্ৰয়ো কোচ ৰাজ্য বা সত্ৰশালত ভূমি-সম্পত্তি দি ৰজাঘৰে থাপিছিল।[১১] শ্ৰীমন্তশঙ্কৰদেৱৰ জীৱিত কালত তেৰাৰ গুণমুগ্ধ চিলাৰায় জীৱিত আছিল।

আন এটা সূত্ৰমতে জনা যায় যে 'শঙ্কৰদেৱৰ বিচিত্ৰ বস্ত্ৰ নি নৰনাৰায়ণক দেখুওৱাত ৰজা সন্তুষ্ট হৈ ঈশ্বৰ মানি মোৰামৰি পছিমে, মানচৈ দখিণে, তোৰোচা উত্তৰে, ভেলা পূবে, এই চাই হদকৈ মাটি দুশ নানকাৰ ব্ৰহ্মোত্তৰকৈ দিলে বিলৈ সৈতে গৃহবাৰী ঢাপ কৰাই শস্যে সমে।'[১৩]

শ্ৰীমাধৱদেৱৰ জীৱন-বৃত্তান্তই তেওঁৰ ৰজাঘৰৰ স'তে কোনো সম্পৰ্ক নথকাটোকে সূচায়। শ্ৰীমাধৱদেৱৰ আদি ঘৰ ভাটীদেশৰ বান্দুকাত। দেউতাকে নাৱেৰে ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহি বেহা-বেহাৰ কৰিছিল। শ্ৰীমাধৱদেৱেও শ্ৰীমন্তশঙ্কৰদেৱৰ লগলৈ অহাৰ আগতে বেপাৰ-বনিজ কৰিছিল। ৰজাঘৰৰ স'তে শ্ৰীমাধৱদেৱৰ ভেটা-ভেটি দুই কি তিনি বাৰহে হৈছিল। বেলগুৰিৰ পৰা শ্ৰীমন্তশঙ্কৰদেৱৰ জোঁৱাই হৰি ওৰফে মনুগিৰীৰ লগত আহোম বিষয়াই ভূঞাধৰা সময়ত ধৰি নি তেওঁক গুৰুত্বপূৰ্ণ ব্যক্তি বুলি নাভাবি এৰি দি লগৰজনক কাটিছিল।

দ্বিতীয়বাৰ ৰজাই ধৰি নিয়ে বৰপেটাত থকা সময়ত। ৰজাঘৰত শ্ৰীমাধৱদেৱৰ বিপক্ষে লগোৱাত ৰজাই দুহেজাৰ টকা দাবী কৰি তেওঁক ৰাজধানীলৈ নিয়ে। তেতিয়ামানে কোচৰজা নৰনাৰায়ণ আৰু চিলাৰায়ৰ মৃত্যু হৈছে। কোচৰাজ্য দুভাগ হৈছে— কোচবেহাৰ আৰু কোচহাজো। কোচহাজো (কামৰূপ) চিলাৰায়পুত্ৰ ৰঘুদেৱনাৰায়ণৰ অধীনত।

সামন্তবাদী সমাজব্যৱস্থাৰ নেতাসকলে শ্ৰীমাধৱদেৱক উপযুক্ত মৰ্যাদি নিদি অৱজ্ঞা কৰিছিল। তেনে বহুতে শ্ৰীমন্তশঙ্কৰদেৱে শ্ৰীমাধৱদেৱক ধৰ্মীয় উত্তৰাধিকাৰী পাতি থৈ যোৱাত খেদহে কৰিছিল। সেৱকীয়া অমৃতাকৰ দলৈৰ গৃহত শ্ৰীমাধৱদেৱে 'শক্তিভক্তি' যোলবছৰীয়া পুৰষোত্তম ঠাকুৰত শোধাবলগীয়া হৈছিল— চৌধাৰী, পাটোৱাৰী, মেনা, তালুকদাৰ, ঠাকুৰীয়া আদি সামন্তবাদী ৰাজবিষয়াৰ প্ৰাধান্য থকা কালত।

ৰজাঘৰ আৰু সামন্তশ্ৰেণীৰ প্ৰাধান্য থকা সমাজৰ আচৰণত টিকিব নোৱাৰি শ্ৰীমাধৱদেৱ বৃদ্ধ বয়সত কোচবেহাৰলৈ লুকাই-চুৰকৈ সীমা পাৰ হৈ যাবলগীয়া হৈছিল।

অৱশ্যে কোচবেহাৰত (লক্ষ্মীনাৰায়ণ ৰজাৰ) ৰজাঘৰীয়া বিষয়া কিছুমান আৰু ৰাজপৰিয়ালৰ 'আইধাই'কে ধৰি শ্ৰীমাধৱেদেৱে কিছু সংখ্যকৰ সহায়, সমৰ্থন আৰু সন্মান পাই বিয়োগৰ দিনলৈকে শ্ৰীমাধৱদেৱৰ বৃদ্ধকালছোৱা কোচবেহাৰতে কটায়। **ৰঘুদেৱনাৰায়ণ ৰজাই সত্ৰই সত্ৰই বিগ্ৰহ পূজা কৰাৰ আদেশ দিয়া বুলি (শ্ৰীমাধৱদেৱৰ ধৰ্মপন্থৰ নীতিৰ বিপৰীতে) গুৰুচৰিত কথাৰ ৬৩৫ ছেদত পোৱা যায়।** কোচবিহাৰৰ ইতিহাসত (খাঁ চাহেব আমানতউল্লা ৰচিত) পোৱা যায় যে,

"আহোমরাজ আর কামরূপৰাজ উৎপীড়ণের ফলে বৈষ্ণৱ ধৰ্ম সংস্কারক মাধৱদেব এবং দামোদরদেৱ স্বদেশ পরিত্যাগ পূর্বক কমতারাজ্যে আগমন করিলে মহারাজ লক্ষ্মীনারায়ণ তাহাদিগকে সসম্মানে গ্রহণ এবং আশ্রয়দান করিয়াছিলেন। তাহারা রাজ্যর সাহায্যে এবং উৎসাহে অনেকগুলি গ্রন্থ রচনা করেন। কথিত আছে যে রাজা মাধবদেবের প্রচারিত ধর্মমত রাজধর্ম বলিয়া স্বরাজ্যে ঘোষণা করিয়া অন্যান্য মতাবলম্বিগণকে অনেক নির্যাতন করিয়াছিলেন। নামমালিকার ভনিতায় লিখিত আছে—

জয় জয় লক্ষ্মীনারায়ণ মহানৃপতির অগ্রগণি
যাহার নির্মল যশষ্যা সকল ঢাকিল ইটো ধরণি।
যিটো দয়াময় উপধর্মছয় করিয়া দূর সম্প্রতি
দণ্ডি পাষণ্ডক সমস্তলোকক করান্ত হরিত গতি।।

রাজমন্ত্রী বিরূপাক্ষ কার্য্যীর অনুরোধে মাধবদেৱে 'নামমালিকা' গ্রন্থের অনুবাদ করিয়াছিলেন। এই গ্রন্থ উড়িষ্যার রাজা গজপতি কর্তৃক সংস্কৃত ভাষায় সংকলিত হইয়াছিল এবং শংকরদেব তাহা আনয়ন করিয়াছিলেন। মাধবদেবের বিরচিত ভক্তিরত্নাৱলী, শ্রীকৃষ্ণের জন্মরহস্য এবং আদিকাণ্ড পুথি কোচবিহারের রাজকীয় পুস্তকালয়ে রক্ষিত আছে।"

কোচবিহাৰৰ ইতিহাসে (উক্ত) সম্ভেদ দিছে যে 'সৎ সম্প্রদায়ৰ কথা' নামৰ গ্ৰন্থত কোচৰাজ লক্ষ্মীনাৰায়ণে শ্ৰীমাধৱদেৱৰ সম্পৰ্কীয়া নাতিনী ছোৱালী দময়ন্তীক বিয়া কৰাইছিল বুলি কোৱা হৈছে।

শ্ৰীদামোদৰদেৱে পোনতে কামৰূপত ধৰ্মপ্ৰচাৰ কৰিবলৈ যাওঁতে কোনো কেনো ৰাজবিষয়া আদিৰ সমৰ্থন পাইছিল যদিও তাক ৰজাঘৰৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতা বুলি ক'ব নোৱাৰি। শ্ৰীমাধৱদেৱক শ্ৰীশঙ্কৰদেৱে ধৰ্মীয় উত্তৰাধিকাৰ পাতি যোৱা সত্বেও সমাজৰ বৰ্ণহিন্দু ওখ খাপৰ কিছুমানে শ্ৰীদামোদৰদেৱক উচ্চ ধৰ্মীয় মান্যতা দিছিল। এইসকলৰ পৰা পোৱা জনপ্ৰিয়তা ৰজাই (ৰঘুদেৱনাৰায়ণ খ্ৰীঃ ১৫৮৪-১৬০৩) সন্দেহৰ চকুৰে চাই শ্ৰীদামোদৰদেৱক নিজ ৰাজ্যৰ পৰা নিৰ্বাসন দিয়ে। কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণে তেৰাক স্বাগত জনায়। তিৰোধানৰ দিনলৈকে শ্ৰীদামোদৰদেৱে সেই ৰাজ্যতে কাল কটায়। ৰাজসমৰ্থনত তাতেই গোবিন্দ মিশ্ৰৰ হতুৱাই শ্ৰীমদ্ভাগৱদ্‌গীতাৰ পদ ৰচনা কৰোৱায়। তেৰাক বৈকুণ্ঠপুৰত (কোচবিহাৰত) ৰজা লক্ষ্মীনাৰায়ণে (১৫৮৭-১৬২৭ খ্ৰীঃ) সত্ৰ পাতি দিয়াৰ কথা ৰামৰায় ভণিত গুৰুলীলাত (দামোদৰদেৱ চৰিত) উল্লেখ আছে।

আগতেই উল্লেখ কৰা হৈছে যে সোতৰশ শতিকাৰ আগলৈকে সত্ৰৰ সংখ্যা কম আছিল। পিছলৈহে এই শতিকাৰ মাজভাগৰ পৰা সত্ৰৰ সংখ্যা বিশেষকৈ উজনিত বৰকৈ বাঢ়ে।

সত্ৰবোৰৰ কাৰ্যকলাপৰ ওপৰত চকু ৰখাৰ বাবে স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত ৰজাঘৰে স্বীকৃতিপ্ৰাপ্ত সত্ৰৰ এখন তালিকা প্ৰস্তুত কৰিছিল। ১১৮০ খন সৰু-ডাঙৰ সত্ৰ এইদৰে পঞ্জীবদ্ধ হৈছিল। এইবোৰ চোৱামেলাৰ বাবে নতুনকৈ 'সত্ৰীয়া বৰুৱা' বাবটোৰ সৃষ্টি হৈছিল।

ৰজাঘৰ, শাক্ত আৰু ব্ৰাহ্মণ-প্ৰাধান্য মানি লোৱা নৱ-বৈষ্ণৱ— এই তিনি মৈত্ৰীৰ ওপৰত ভেটি বান্ধি চৰকাৰী ধৰ্মীয় পৰিনীতিক এইদৰে গঢ় দিয়া হৈছিল বুলি এগৰাকী গৱেষকে ধাৰণা কৰিছে।[১৪]

## সূত্ৰ নিৰ্দেশ ঃ

১। ড° মহেশ্বৰ নেওগ সম্পাদিত, ৰমানন্দ দ্বিজ বিৰচিত *শ্ৰীগুৰুচৰিত,* *ছেদ* ১৫৩৫-৩৮ মতে শ্ৰীমন্তশঙ্কৰদেৱৰ পুত্ৰ ৰামানন্দই কোচ ৰাজ দপ্তৰত চাকৰি কৰিছিল।

২। *The Tai Ahom and Religion and Customs* পুথিত ড° পদ্মেশ্বৰ গগৈয়ে লিখিছে— At times the leaders of the neo-Vaisnavite movement were suspected of involvement in the political conspiracies against the ruling authority with the result that their missionary works had to be suppressed and institutions abolished.

৩। ঐ

৪। ২নংত উল্লেখিত পুথি (২১ পৃঃ)

৫। (ক) ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত, *আতন বুঢ়াগোহাঁই*

(খ) ২নংত উল্লেখিত পুথি আৰু গেইট চাহাবৰ অসম বুৰঞ্জী

৬। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *প্ৰাচ্য শাসনাৱলী,* ৯৭নং ফলি

৭। (ক) ২নং ত উল্লেখিত পুথি আৰু

(খ) ড° সূৰ্যকুমাৰ ভূঞা, সম্পাদিত, *তুংখুঙ্গীয়া বুৰঞ্জী।*

৮। ঐ

৯। একে ধৰণৰ আদেশ কোচৰাজ ৰঘুদেৱ নাৰায়ণেও জাৰী কৰিছিল— 'তেনেতে আহিন মহা ৰঘুৰাজ কথা শুনাইছে সত্ৰে সত্ৰে পূজা কৰক বুলি' ( *গুৰুচৰিত কথা,* ছেদ ৬৩৫ ।।)

১০। *গুৰুচৰিত কথা,* ছেদ ৮৯।।

১১। ঐ, ছেদ ২১৩।।

১২। N.N. Basu, *Social History of Kamrup,* Vol. II. আৰু হৰিনাৰায়ণ দত্তবৰুৱা, *প্ৰাচীন কামৰূপী কায়স্থ সমাজৰ ইতিবৃত্ত*

১৩। অসম সাহিত্য সভা, *পবিত্ৰ অসম,* ৩য় সং, 'কাকতকুটা-ভেলা-মধুপুৰ সত্ৰ।'

১৪। ড° অমলেন্দু গুহ, *বৈষ্ণৱবাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈ।*

# বেদাচাৰ

বিভিন্ন জনগোষ্ঠীৰ লোকাচাৰৰ ভিত্তি আছিল পীৰি-পৰম্পৰাৰে মুখ বাগৰি অহা লোকবিশ্বাস তথা ধাৰণা। লোকাচাৰ লিখিত অৱস্থাত নাছিল। কোনো কোনো সময়ত এইবোৰৰ কিছুমান তন্ত্ৰ-মন্ত্ৰ আদিত লিপিবদ্ধ ৰূপত সোমাই পৰিছিল। সাধাৰণতে অলিখিত যদিও এনে লোকাচাৰবোৰেই একোটা জনগোষ্ঠীৰ মাজৰ শৃঙ্খলা, ৰীতি-নীতিৰ (Customs) পৰম্পৰাৰ সৃষ্টি কৰিছিল বা সমাজখনক বান্ধি ৰাখিছিল।

মুখ-বাগৰি অহা তথা মুখস্থ কৰি ৰখা তন্ত্ৰ, মন্ত্ৰ, নিয়মবোৰক হিন্দু শাস্ত্ৰকাৰসকলে 'শ্ৰুতি' আৰু 'স্মৃতি' আখ্যা দিয়ে।

বেদাচাৰ বুলি যাক কোৱা হয়, সিয়ো প্ৰাচীন কালত এনেদৰে পীৰি-পৰম্পৰাৰে মুখ বাগৰি অহা বিশ্বাস আৰু ধাৰণাৰ আধাৰত গঢ়ি উঠা আচাৰ, ৰীতি-নীতি। তেতিয়াৰ অৱস্থাত তাক শ্ৰুতি বোলা হৈছিল। এনে শ্ৰুতিবোৰে বৈদিক সমাজখন নিয়ন্ত্ৰণ কৰিছিল। সম্ভৱতঃ বৈদিক সমাজখনে ৰাষ্ট্ৰৰ ৰূপ লোৱাত ঋষি-মুনিসকলৰ দ্বাৰা শ্ৰুতিবোৰ লিবিপদ্ধ হৈ 'স্মৃতি' আৰু 'নিবন্ধ'ৰ ৰূপ লয়।

মন কৰিবলগীয়া কথা হ'ল এনে স্মৃতি শাস্ত্ৰবোৰ অকল ঈশ্বৰ উপাসনাৰ দিশটোতে সীমাবদ্ধ নহয়, সমাজশৃঙ্খলা, শৃঙ্খলাভঙ্গৰ বাবে দণ্ডৰ বিধান, সমাজত বিভিন্ন বৰ্ণ আৰু শ্ৰেণীৰ দায়িত্ব বা কৰ্ম, সম্পত্তিৰ উত্তৰাধিকাৰ আদি বিভিন্ন বিষয়কো ই সামৰে। এই সকলোবোৰৰ দ্বাৰা নিয়ন্ত্ৰিত জীৱনবোধ, জীৱন প্ৰণালী (ব্যক্তি বা সমাজৰ) সমন্বিতে ধৰ্ম আখ্যা দিয়া হৈছিল। গতিকে ধৰ্ম অকল ধৰ্মবিশ্বাসেই (Religion) নহয়, ই জীৱনবোধ আৰু জীৱন প্ৰণালীও (a concept and a way of life)। এনে স্মৃতিবোৰৰ আধাৰত সমাজৰ ব্যৱহাৰিক আৰু প্ৰায়োগিক দিশৰ ৰীতি-নীতি, নিয়মবোৰ স্পষ্টকৈ দেখুওৱা শাস্ত্ৰবোৰক 'নিবন্ধ' বুলি কোৱা হয়। এনে নিবন্ধবোৰক আজিৰ অধিনিয়মৰ (Rules and Regulations) লগত তুলনা কৰিব পাৰি। এইবোৰ কোনো ৰজা বা ৰাজশক্তিৰ পৃষ্ঠপোষকতাত ৰচিত। অঞ্চলভেদে ইয়াৰ বিভিন্ন ধাৰা (School) আছিল; যথা, মিথিলা ধাৰা, বংগদেশী ধাৰা, কামৰূপী ধাৰা ইত্যাদি।

বৈদিক হিন্দু সমাজৰ ব্যক্তিৰ বাবে কেতবোৰ সংস্কাৰ আছে। মাতৃগৰ্ভত পোনতে থিত্ লোৱাৰ পৰা আৰম্ভ কৰি জীৱনৰ অন্তিমলৈ এনেবোৰ সংস্কাৰ পালনীয়। এইবোৰ হ'ল— গৰ্ভাধান, পুংসবন, সীমান্তোন্নয়ন, জাতকৰ্ম, নামাকৰণ, নিষ্ক্ৰমণ, অন্নপ্ৰাশন, চূড়াকৰণ, কৰ্ণবেধ, বিদ্যাৰম্ভ, উপনয়ন, বেদাৰম্ভ, কেশান্ত, সমাবৰ্তন, বিবাহ আৰু অন্ত্যেষ্টি। এনেবোৰ

সংস্কাৰৰ সকলোখিনি সকলো বৰ্ণৰ বাবে পালনীয় নহয়, কিন্তু ব্ৰাহ্মণাদি দ্বিজাতিৰ (ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য) ক্ষেত্ৰত কিছুমান অৱশ্যে পালনীয়।

এনেবোৰ সংস্কাৰো ওপৰত কোৱা স্মৃতি আৰু নিবন্ধৰ দ্বাৰা নিয়ন্ত্ৰিত।

গুৰুচৰিত কথাত পোৱা যায় যে শ্ৰীমন্তশংকৰদেৱৰ সময়ত কামৰূপত 'স্মাৰ্ত বিধান' (স্মৃতি নিবন্ধ শাস্ত্ৰানুসাৰে) প্ৰচলিত আছিল। কায়স্থসকলে (শ্ৰীমন্তশংকৰদেৱ, শ্ৰীমাধৱদেৱ আদিৰ জাতিয়ে) ছয়বিধ সংস্কাৰ— জাতকৰ্ম, চূড়াকৰণ, কৰ্ণবেধ, উপনয়ন, অন্নপ্ৰাশন আদি মানিছিল আৰু অন্ত্যেষ্টিক্ৰিয়া কৰিছিল।

বেদপন্থ, বেদাচাৰ আদি শব্দ নৱ-বৈষ্ণৱ আন্দোলনৰ বিভিন্ন পুথিত পোৱা যায়। তাৰ ব্যাখ্যাও ওপৰত কোৱা দৰে।

লোকাচাৰ হওক বা বেদাচাৰেই হওক, ই ধৰ্মৰ (ধাৰণা আৰু জীৱনপদ্ধতি) ভেঁটিত জীয়াই থাকে। যেতিয়া ধাৰণা আৰু জীৱনপদ্ধতি অলপ অলপকৈ বা বৈপ্লৱিকভাৱে (evolutionary বা revolutionary) সলনি হ'বলৈ ধৰে তেতিয়া এইবোৰৰ গঢ়-গতি-প্ৰকৃতি সলনি হয়।

প্ৰাক্ নৱ-বৈষ্ণৱ অসমৰ সমাজৰ ক্ষেত্ৰত থকা অৱস্থান আৰু পিছৰ কালত হোৱা পৰিবৰ্তন এই দুয়োটা চাবলৈকে আগৰটো সম্পৰ্কে ভু লোৱা সমীচিন হ'ব।

নৱ-বৈষ্ণৱী ধৰ্মপ্ৰচাৰকসকলৰ ব্ৰহ্মপুত্ৰ উপত্যকাত থকা আন শৈৱ বা শাক্তসকলৰ সৈতে বৰকৈ সামাজিক খকা-খুন্দা লগাৰ উদাহৰণ চৰিতপুথিবোৰত দেখা নাযায়। এইসকলৰ মাজত যথা নৱ-বৈষ্ণৱ, শাক্ত আৰু শৈৱসকলৰ মাজত ধৰ্মদৰ্শন বা উপাসনা পদ্ধতি সম্পৰ্কে নিশ্চয় মতবিৰোধ আছিল; তাৰো ইংগিত ওপৰোক্ত ৰচনাসমূহত পোৱা যায়। কিন্তু জীৱনপ্ৰণালী আৰু জীৱনবোধ সকলোৰে প্ৰায় একেটাই আছিল। বাদ-বিসম্বাদবোৰ হৈছিল শাস্ত্ৰ-পুৰাণ আদিৰ ব্যাখ্যা বিশ্লেষণ আৰু তত্ত্বৰ ভিত্তিত। উদাহৰণ স্বৰূপে শিৱ-শংকৰক পূজা কৰাৰ ফলত ল'ৰা-ছোৱালী নথকা কুসুম্বৰ-সত্যসন্ধাৰ পুত্ৰ উপজিল আৰু সেইজনা পুত্ৰৰ নাম ৰখা হ'ল শঙ্কৰ (নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক) বা দুৰ্গাদেৱীৰ পূজালৈ বলিৰ পঠা যোগানৰ ঘটনাই শাক্ত শ্ৰীমাধৱক শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰ পোৱালেগৈ। তাতে শাস্ত্ৰৰ ভিত্তিত দীৰ্ঘ বাদ-আলোচনাৰ মূৰত শ্ৰীমাধৱদেৱে নিজৰ ধৰ্মমত সলাই শ্ৰীমন্ত শঙ্কৰদেৱৰ ওচৰত শৰণ ল'লে।

এনে আৰু বহুবোৰ ঘটনাই ইংগিত দিয়ে যে কি শাক্ত, কি শৈৱ বা নৱবৈষ্ণৱ সকলোৰে উমৈহতীয়া জীৱন প্ৰণালী আছিল। এইখন হিন্দুসমাজ আছিল সংগঠিত আৰু কোচ-কমতেশ্বৰেই হওক বা বাৰভূঞাই হওক ইয়াৰ সমাজবিধান ৰাজশক্তি সমৰ্থিত বা পৃষ্ঠপোষিত আছিল।

এনে সমাজ স্মাৰ্তমতে চলিছিল বুলি ড° নেওগে দিয়া মত[২] সমৰ্থনযোগ্য। স্মৃতি আৰু তাৰ আধাৰত ৰচিত নিবন্ধবোৰে আগতে কৈ অহা সংস্কাৰবোৰৰ ৰীতি-নীতি নিয়ন্ত্ৰণ কৰি আহিছিল। গুৰুচৰিতবোৰত আমি ধৰ্ম-প্ৰচাৰকসকলে এনে সংস্কাৰবোৰ নিষ্ঠাৰে পালন কৰাৰ কথা পাওঁ।

শাস্ত্ৰ পুথিসমূহত উল্লেখিত 'বেদাচাৰ', 'বেদপন্থ' আদিৰে এনেদৰে বৈদিক সমাজৰ

ৰীতি-নীতিৰ পৰম্পৰাৰে হোৱা শ্ৰুতি আৰু শ্ৰুতিৰ ভিত্তিত হোৱা স্মৃতিশাস্ত্ৰৰ নানান ব্যাখ্যা, বিশ্লেষণ আৰু থলুৱা বিশেষত্বক চন্তালি ৰচনা কৰা নিবন্ধ শাস্ত্ৰক স্বীকাৰ কৰা সমাজ প্ৰণালীকে বুজাইছিল।

এনে নিবন্ধ শাস্ত্ৰবোৰেই আইন আছিল। কামৰূপী ধাৰাৰ (Kamrup School) প্ৰাচীনতম নিবন্ধৰ ৰচনা হয় ১৪৩৫ খ্ৰীঃত[৩]; তাৰ নাম হ'ল 'গংগাজল'। কোনোবা এগৰাকী ৰজা 'ভূমিজয়'ৰ পৃষ্ঠপোষকতাত দামোদৰ মহামিশ্ৰই তাক ৰচনা কৰে। ইয়াৰ পাঁচোটা অংশ যথা— প্ৰায়শ্চিত্ত, বিবাহ, তিথি, অশৌচ আৰু শ্ৰাদ্ধ বিষয়ৰ। ই উত্তৰবংগ আৰু কামৰূপৰ বিভিন্ন অংশত প্ৰচলিত।* কিন্তু উচ্চমান্যতাপ্ৰাপ্ত নিবন্ধ ৰচক হিচাপে পীতাম্বৰ সিদ্ধান্তবাগীশৰ (এওঁ নৰনাৰায়ণ ৰজাৰ সভাসদ পণ্ডিত) নাম পোৱা যায়।[৪] এতিয়ালৈকে পোৱা সূত্ৰমতে তেখেতে বাইশখন (নিবন্ধ) কৌমুদী শাস্ত্ৰ লিখিছিল দায়কৌমুদী, শুদ্ধিকৌমুদী, ব্যৱহাৰকৌমুদী আদি তাৰে কেখনমানৰ নাম। বহুতো ৰচনাত লিপিবদ্ধ সময়ৰ পিনে চালে এনে ৰচনাকাৰ্যৰ কাল খ্ৰীঃ ১৬০০-২৫ বুলি ক'ব পৰা যায়। ব্যৱহাৰ আৰু বিবাহৰ বিষয়ৰ বাহিৰেও অপৰাধৰ দণ্ডবিধান সম্পৰ্কীয় দণ্ডকৌমুদী তেওঁৰে ৰচনা। তেওঁৰ পিছত কামৰূপৰ আন এগৰাকী নিবন্ধ শাস্ত্ৰৰচক শম্ভুনাথ সিদ্ধান্তবাগীশৰ নাম ল'ব পাৰি। এওঁৰ লগত পণ্ডিত ৰিপুঞ্জয় (পূৰ্ণচন্দ্ৰ) আৰু পঞ্চানন কন্দলী (দশকৰ্ম পদ্ধতি) আদিৰো নাম ল'ব পাৰি।[৫] ৰজাৰ পৃষ্ঠপোষকতাত ১৮ শতিকাৰ আগভাগত এওঁলোকে শাস্ত্ৰবোৰ ৰচনা কৰিছিল।ব্ৰহ্মপুত্ৰ উপত্যকালৈ ভাটীৰ পিনৰ পৰা ৰজাঘৰৰ পৃষ্ঠপোষকতাত ওঠৰ শতিকালৈকে ব্ৰাহ্মণ পণ্ডিত তথা বৰ্ণহিন্দু লোকে প্ৰব্ৰজন কৰি আছিল। শেষৰপিনে আহোম স্বৰ্গদেউসকলে অনোৱা কিছুমান বংগদেশৰ নবদ্বীপৰ পৰাও আহে। সেইসকলে 'কামৰূপী ধাৰা'ৰ উপৰিও বিখ্যাত পণ্ডিত ৰঘুনন্দনৰ (বংগদেশী ধাৰা) নিবন্ধকো গুৰুত্ব দিছিল।

আনুমানিক ১৩-১৪ শতিকাৰপৰা ৰাজশক্তিৰ পৃষ্ঠপোষকতাত চামে চামে ভাটীৰ পৰা প্ৰব্ৰজন কৰি অহা বৰ্ণহিন্দু সংগঠিত সমাজৰ মাজৰ পৰাই যিদৰে নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণ হয় তেনেদৰে আনধৰণেও ব্ৰহ্মপুত্ৰ উপত্যকাত হিন্দুধৰ্মই বা ধৰ্মীয় ৰূপত স্মৃতি, নিবন্ধ আদিৰ আধাৰত বিস্তাৰ লাভ কৰে। উপাস্য দেৱতা বা ধৰ্মীয় আদৰ্শ (যথা বৈষ্ণৱ, শৈৱ, শাক্ত) বেলেগ বেলেগ হোৱা সত্বেও এওঁলোকৰ জীৱনপ্ৰণালী একেই আছিল। এওঁলোকৰ সমাজব্যৱস্থাত স্মৃতি নিবন্ধবিলাকৰ প্ৰভাৱ সমানে আছিল।[৬] ধাৰণা হয় যে এই সকলোৰে সামাজিক সংঘাত আছিল— তেওঁলোকৰ আগতে অহা 'অনাচাৰী', 'ব্যভিচাৰী' ব্ৰাহ্মণ চামৰ নেতৃত্বৰ সমাজৰ সৈতে। সম্ভৱতঃ এনেসকলে 'স্মৃতি নিবন্ধ' আদি অনুসৰণ কৰা নাছিল। সামাজিক শৃংখলা,ৰীতি-নীতি, সামূহিক বা ব্যক্তিগত জীৱন প্ৰণালী আদি

---

* *কোচবিহাৰ আৰু উত্তৰবঙ্গৰ থলুৱা হিন্দু জনগোষ্ঠীৰ মানুহে বঙ্গদেশী ব্ৰাহ্মণৰ হতুৱাই নকৰাই-কামৰূপৰ ব্ৰাহ্মণৰ হতুৱাই যাজনিক ক্ৰিয়া কৰ্ম কৰোৱাৰ গুৰি কথা এয়েই। বঙ্গদেশী ধাৰাৰ পণ্ডিত ৰঘুনন্দন প্ৰণীত নিবন্ধ উজনি অসমৰ বহু ব্ৰাহ্মণাদি, হিন্দুৰ মাজত প্ৰচলিত হোৱাৰ কাৰণ হ'ল আহোম-স্বৰ্গদেউসকলে নবদ্বীপ-বঙ্গদেশৰ পৰা অনোৱা পৰ্বতীয়া গোসাই (ভট্টাচাৰ্য) আদি বৰ্ণহিন্দু সকলৰ আচাৰ ৰীতি বিশ্বাস।*

অনুশাসনৰ দ্বাৰা নিয়াৰিকৈ চলে। এনে অনুশাসনত নানান ধৰণৰ শাস্তি বা দণ্ডৰ ব্যৱস্থা আছে। এনে দণ্ডদানৰ অধিকাৰী হ'ল ৰাষ্ট্ৰব্যৱস্থা তথা ৰাজক্ষমতাপ্ৰাপ্ত কেইজনমান (সমূহীয়াভাৱে) বা এজন ৰজা (পালি ৰজা বা ৰাষ্ট্ৰৰ দ্বাৰা ক্ষমতাপ্ৰাপ্ত কোনো এজন)।

নৱ-বৈষ্ণৱ আন্দোলনৰ সূচনাৰ সময়ত ব্ৰহ্মপুত্ৰ উপত্যকাত কোনো প্ৰবল প্ৰতাপী ৰাষ্ট্ৰব্যৱস্থাৰ অস্তিত্বৰ কথা পোৱা নাযায়, অৰ্থাৎ ৰাষ্ট্ৰশাসনৰ কটকটীয়া অনুশাসনেৰে সমগ্ৰ সমাজৰ সামূহিক আৰু ব্যক্তিগত জীৱনপ্ৰণালী নিৰ্দিষ্ট নীতি-নিয়মেৰে কঠোৰভাৱে নিয়ন্ত্ৰণ কৰাৰ সম্ভাৱনা সেইবাবে থকা বুলি ভাবিব নোৱাৰি। সামগ্ৰিকভাৱে জনসমাজখন বিভিন্ন জনগোষ্ঠীৰে সান-মিহলি। সৰু সৰু অঞ্চলত একোটা জনগোষ্ঠীয়ে নিজৰ মতে বাস কৰিছিল। এনে বিচ্ছিন্নভাৱে বাস কৰা ক্ষুদ্ৰ-ক্ষুদ্ৰ জনগোষ্ঠীবোৰৰ প্ৰতিটোৰে সুকীয়া পৰম্পৰা, ৰীতি-নীতি, জীৱন-প্ৰণালী, সামূহিক আৰু ব্যক্তিগত জীৱনবোধ আছিল। সেয়ে পৰিস্থিতি অৰাজক আছিল বুলি কিছুমানে মত প্ৰকাশ কৰিছে। এনে সমাজৰ ন্যায় বৃহৎ পৰিসৰত মৎস্যন্যায়ত পৰিণত হৈছিল; যাৰ শক্তি বেছি সিয়ে দুৰ্বলৰ ওপৰত আধিপত্য কৰা পদ্ধতি। লগতে অৱশ্যে শান্তিপূৰ্ণ সহাৱস্থানো আছিল।

শ্ৰীমন্ত শঙ্কৰদেৱৰ ককাক ৰাজধৰক ভোটে ধৰি নিয়া আৰু ভোটৰ কবলৰ পৰা ৰাজধৰৰ পিতৃ চণ্ডীবৰে তেওঁলোকক উদ্ধাৰ কৰি অনা ঘটনা চৰিতপুথিত পোৱা যায়। সেই সময়ৰ শাসনকৰ্তাজন দুৰ্বল আছিল। আঘোণমহীয়া ধান কাটি থাকোতে দলে-বলে আহি ভোটে আক্ৰমণ কৰি ধান, গৰু-পশু সমন্বিতে মানুহকো লুটি-পুটি নিছিল। সেই সময়ত মানুহো গৰুৰ দৰে আনৰ ঠাইত বিক্ৰীযোগ্য আছিল। বন্দী-বেটী গোলাম হিচাপে মানুহ কিনা-বেচা হৈছিল। মৎস্যন্যায়ৰ ই এটা উদাহৰণ।

চৰিতপুথিবোৰত যিবোৰ নাম পোৱা যায় তাৰ সৰহভাগেই একোটা গোষ্ঠীৰ মুখিয়াল নেতা। একো একোটা জনগোষ্ঠীয়ে নিজৰ মাজতে নেতা এগৰাকী পাতি লৈছিল আৰু সমাজৰ মুখিয়ালসকলে সমূহীয়াভাৱে পৰম্পৰা-নিৰ্দিষ্ট সমাজবিধি অনুসৰি সমাজৰ অনুশাসন কৰিছিল। এনে পৰম্পৰা-নিৰ্দিষ্ট বিধিবোৰ যিদৰে লোকাচাৰ তথা ৰীতি অনুক্ৰমে মৌখিকভাৱে চলি আছিল, তেনেদৰে আগতে আলোচনা কৰি অহা ধৰ্মশাস্ত্ৰ তথা লিখিত শাস্ত্ৰ, স্মৃতি, নিবন্ধ আদি অনুসৰণ কৰি সমাজৰ অনুশাসন কৰিছিল। এনে সমাজবোৰে নিজস্ব ৰীতি-নীতিৰে ইটোৰ লগত সিটোৰ ওচৰা-উচৰিকৈ সহাৱস্থান কৰিছিল। কেতিয়াবা ইটোৰ লগত সিটোৰ বিৰোধো হৈছিল। তেনে বিৰোধৰ ঘটনা গুৰুচৰিত কথাত (ছেদ ১৬, ৮৬) পোৱা যায়।[৭] 'আহি বাহ্রোয়া ভূঞা আলচি বাৰেবৰ্ষ ৰহি উঠি পাৰ হৈ গ'ল : চাৰি হজ (সীমা)কৈ আলি বান্ধি পুখুৰি মাৰি নি কপিলিমুখতে বৈচেগৈ।। ৰাজ(ৰাইজ) ভাগি হাবি সোমাইচে : ভূঞাসবে ওলাই নিশাৰ সবে যো হৈ নাও তৰে বেঢ়ি ধৈলেগৈ : কতো মাইলে কতো পানিত পৈল কতো পলাল : সবে বস্তু নাঞ লৈ আহিল : তাৰে পৰা কচাৰি চুপখান নোলাল ৰাজ ৰক্ষা পালে।। ১৬।। + + + আৰু কচাৰিৰে বাৰেভূঞাৰে গৰু খেতিপথাৰ একেলগে কৰে : কচাৰি সুৰাপি বলি সহ খুৱাই লৰা মাৰে অমুৰিৎ বৰ নাপাৰে ভূঞাসব : (ৰাজা প্ৰজাৱৰে পাই লুৰি মাৰি নিয়ে আগুৰি) + + + (তেহে বোলে ইহঁতৰ নালে লোৰে মাৰে বাৰেপতি জেঙ্গাকে ভাঙ্গো ৰ) বুঢ়া খা কেতাই খা গাভৰু খা :

ৰূপ খা ৰাম খাঃ সবেও চাপি আলচি ঃ বোলে এই কচাৰি কেঘৰ বুদ্ধিকৈ চলেৰে মাৰোহক।।
এইবুলি তাৰে শঠামিত্ৰ হৈ ভোজ পাতিলে হাবিত দেওঁৰা বিলৰ কাখে ঃ সবাকে কচাৰি তালকে মাতি নি খাঞতে বেঢ়ি মাৰিলে ঃ কতো লৰ মাৰি কচাৰি ৰজাত পৈলেগৈ ঃ কতো বন সোমাল। সুনি ৰজা লস্কৰে প্ৰজা খাগুবাৰু ধৰি আহিল খেদি।।৮৩

এই ঘটনাৰ পিছত শ্ৰীমন্তশঙ্কৰদেৱ আৰু ভূঞাসকলে বৰদোৱা আলিপুখুৰী অঞ্চল এৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ ভাগিল। পোনতে পালেহি ৰৌতা, তাৰ পিছত গাংমৌ, তাতে দফলাৰ অত্যাচাৰত ৰব নোৱাৰি ব্ৰহ্মপুত্ৰৰে উজাই অ'ত ত'ত অলপ অলপ কাল ৰৈ ধুঞাহাটাতে বসতি পাতিছিল।

ভূঞাসকলৰ যিখন সমাজ, সেইখন সমাজৰ জীৱন প্ৰণালীৰ যি অনুশাসন— সেই অনুশাসন কিদৰে পালিত হৈছিল? ৰাজশক্তিয়ে প্ৰজাৰ আনুগত্যৰ দিশটোহে চাইছিল, তাৰ বাহিৰে সমাজৰ জীৱন প্ৰণালী বা ধৰ্ম সম্পৰ্কে উদাসীন আছিল। আনকি হিন্দুধৰ্মীয় বুলি ভবা সমাজখনৰো একাংশই স্মৃতি-নিবন্ধ আদিতকৈয়ো লোকাচাৰ আদিক গুৰুত্ব দি চলিছিল। অন্ততঃ উজনিৰ সৰহ ঠাইৰে পৰিস্থিতি এনেধৰণৰ আছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ উজনিৰ ঠাইবোৰ চুতীয়া ৰজাৰ তলত থকাৰ কথা আগতেই আলচ কৰা হৈছে। চুতীয়া ৰাজ্যৰ ভাটী খণ্ডত বাৰভূঞাসকলে (হাবুং অঞ্চলৰ ভাটী ফালত) শাসন কৰাৰ কথাও ইতিমধ্যে কোৱা হৈছে। এই ভূঞাসকলৰ লগত কোচ-কমতা ৰাজ্য তথা ভাটীদেশৰ সৈতে আহ-যাহ আৰু সামাজিক সম্পৰ্ক আৰু সম্বন্ধও যে আছিল সেই কথা শ্ৰীমাধৱদেৱৰ জীৱনী প্ৰসঙ্গত পোৱা যায়। খ্ৰীঃ ১৫১২, খ্ৰীঃ ১৫১৩, খ্ৰীঃ ১৫২০ আৰু খ্ৰীঃ ১৫২২ত আহোম ৰজা চৌহমফাই হাবুং অঞ্চলকে ধৰি চুতীয়া ৰাজ্য আক্ৰমণ কৰাৰ কথাও বুৰঞ্জীত পোৱা যায়। শ্ৰীশঙ্কৰদেৱৰ জীৱনী বিচাৰ কৰিলে তেওঁ খ্ৰীঃ ১৫১৭ত বৰদোৱা এৰি ৰৌতাত ৬ মাহ আৰু কাংকিনীত ৬ মাহ কটাই ১৫২৪ খ্ৰীঃত ধুঞাহাটা (অন্য নাম ভূঞাহাটা বা বেলগুৰি) পাই তাতে থিতাপি লয়। তাতেই ১৮ বছৰ কাল কটাই ভাটীৰ কামৰূপলৈ (চুণপোৰা-কমাৰকুছি, পাটবাউসী) আহে।

খ্ৰীঃ ১৫২৭ত কলিয়াবৰলৈ আৰু খ্ৰীঃ ১৫৩২ত দিক্‌ৰাইলৈকে গৌড়ৰ শাসনকৰ্তাই (ইছলাম ধৰ্মৱলম্বী) আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আহে। এই কথাও আগতে আলোচনা কৰি অহা হৈছে।

আহোম ৰজাই হওক বা ভাটীৰ ৰজাই হওক, তেতিয়ালৈকে কেৱে হিন্দু সমাজপদ্ধতি বা হিন্দু জীৱন প্ৰণালীৰ নীতি-নিয়ম আদিৰ প্ৰতি কোনো ধৰণৰ চকু দিয়া নাছিল। গতিকে স্মৃতি-নিবন্ধ অনুসৰণ কৰিয়েই হওক, আন কিবা তন্ত্ৰ-মন্ত্ৰাদিৰেই হওক বা পৰম্পৰামতেই হওক— যিয়ে কি ধৰণে চলিছে তাত ৰজাঘৰে কোনো প্ৰকাৰে হস্তক্ষেপ কৰাৰ হেতু নাছিল।

আহোম ৰজাই ভাটীৰ ৰাজশক্তিৰ অনুগত আৰু আহোম ৰাজশক্তিৰ বৈৰী বুলিয়েই জ্ঞান কৰি ভূঞাবিলাকক হাবুং আদি অঞ্চলৰ পৰা ধৰি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈকে তুলি নি আঁতৰে আঁতৰে এঘৰ-দুঘৰকৈ ঠায়ে ঠায়ে পাতিছিল, যাতে তেওঁলোকে লগ লাগি আহোম ৰাষ্ট্ৰৰ বিৰুদ্ধে থিয় দিব নোৱাৰে। এনে 'ভটিয়া ভূঞা'সকলে আগৰ পৰা আহোম

ৰাজ্যত বাস কৰা আন আন থলুৱা মানুহৰ সৈতে লগ লাগি থাকিবলগীয়া হোৱাত এটা সানমিহলি জনগোষ্ঠীৰ মাজত সমন্বয়-সংস্কৃতিয়ে গঢ় লৈছিল। কোৱা বাহুল্য যে এনে সংস্কৃতিৰ বা জীৱন প্ৰণালীৰ অনুশাসন কটকটীয়াকৈ বৰ্তাই ৰাখিবলৈকে বেদাচাৰ, স্মৃতি বা নিবন্ধ আদিৰ ব্যৱহাৰ তেনেকৈ হ'ব পৰা নাছিল।*

শ্ৰীমন্ত শঙ্কৰদেৱৰ আদিৰ যিসকল বৈৰী ব্ৰাহ্মণ বা বামুণৰ কথা চৰিতপুথিত পোৱা যায় তেওঁলোকৰ সৰহভাগেই তেৰ-চৈধ্য শতিকাৰ আগতে অসংগঠিতভাৱে ব্ৰহ্মপুত্ৰ উপত্যকালৈ অহা বুলি ধাৰণা কৰিব পাৰি।

ব্ৰহ্মপুত্ৰ উপত্যকালৈ ১৪শ শতিকাত ৰাজ নিৰ্দেশত অহা শুৱালকুছিয়া বাসত্তৰঘৰীয়া, চণ্ডীবৰৰ লগত অহা সাতঘৰীয়া (ৰাজনিৰ্দেশত) আৰু ৰুদ্ৰসিংহৰ সময়ত তথা পিছত ভাটী দেশৰ পৰা প্ৰব্ৰজন কৰি অহা ব্ৰাহ্মণৰ কথা জনা যায়। এইসকল আছিল সংগঠিত আৰু ৰজাঘৰৰ দ্বাৰা পৃষ্ঠপোষিত। ইয়াৰ আগতে অহা অ-সংগঠিত ব্ৰাহ্মণসকল আৰু সেইসকলৰ বংশধৰসকলৰ কথা ভালদৰে জনা নাযায়।

এই সন্দৰ্ভত উল্লেখনীয় যে উত্তৰ ভাৰতৰ হিন্দুধৰ্মীয় ৰজাসকলৰ পতন আৰু ইছলামীয় ৰাজশক্তিৰ উত্থানৰ ফলত তাত থকা স্মৃতি-নিবন্ধ ভিত্তিক সংগঠিত জনসমাজৰ গাঁথনি দুৰ্বল হয় আৰু সেইবোৰ ঠাইৰপৰা উত্তৰ-পূব বা দক্ষিণৰ পিনে হিন্দুসমাজৰ বহুতো লোকৰ প্ৰব্ৰজন হয়। (বংগদেশতো খ্ৰীঃ ১৪৯৩ত হুছেইন ছাহ চুলতান হয়। হুছেইন ছাহ বা আলাউদ্দিন হুছেইন ছাহৰ ৰাজত্বকালতে নৱদ্বীপত শ্ৰীচৈতন্যদেৱৰ আবিৰ্ভাৱ হয়। হুছেইন চাহ উদাৰপন্থী ধৰ্মনিৰপেক্ষ ৰজা আছিল। তেওঁৰ ৰাজদৰবাৰত গুৰুচৰিত কথাত উল্লেখিত বৈষ্ণৱ ধৰ্মাচাৰ্য ৰূপ আৰু সনাতন নামৰ দুগৰাকী ব্ৰাহ্মণ আৰু কিছুসংখ্যক উচ্চ হিন্দু বিষয়া আছিল।)

বংগদেশত বল্লাল্ সেনৰ নাম সমাজ-ইতিহাসৰ লগতে জড়িত। এই ৰজাজনেই নিজ ৰাজ্যত উত্তৰ ভাৰতৰ পৰা ভাগি অহা আৰু নকৈ হিন্দুধৰ্ম লোৱা হিন্দু সমাজখনৰ মাজৰপৰা জাতি (caste) বিন্যাস কৰে (নবশাখ সম্প্ৰদায়)। উচ্চ বৰ্ণৰ একাংশক কুলীন নাম দি মৰ্যাদা দিয়া হয় আৰু বাকীবোৰক 'নবশাখ' ভিত্তিত ভিন্ন ভিন্ন জাতিৰ মৰ্যাদা দি হিন্দু সমাজখন পুনৰ গঠন কৰে।

অকল গৌড়েই নহয়, হুছেইন ছাহৰ (১৪৯৩-১৫৯৯ খ্ৰীঃ) ৰাজ্যৰ ভিতৰত কোচ, কমতা আৰু কামৰূপো আছিল। সেই সময়ছোৱাত কামৰূপত চৈতন্যপন্থী বৈষ্ণৱধৰ্মৰ প্ৰচাৰো কোনো কোনো ঠাইত হৈছিল। উদাহৰণস্বৰূপে চৈতন্যপন্থী আন্নিবাৰী সত্ৰক খ্ৰীঃ ১৬৬১ত নবাবে ভূমিদান দিয়াৰ তথ্য 'পবিত্ৰ অসম'ত পোৱা যায়। (হুছেইন ছাহৰ ৰাজত্বকালত শ্ৰীমন্তশঙ্কৰদেৱ উজনিৰ পৰা কামৰূপলৈ অহা নাছিল, পিছতহে আহিছিল।)

বৰদোৱা অঞ্চল, ব্ৰহ্মাপুত্ৰৰ উত্তৰপাৰৰ গাংমৌ আদি ঠাই (যিবোৰ ঠাইত শ্ৰীমন্তশঙ্কৰদেৱে জীৱনৰ নব্বৈ বছৰ কাল কটাইছিল, সেইবোৰত কোনো ক্ষমতাশালী

---

** আগতে ছোৱালী ঘৰ সুমুৱাই দীৰ্ঘকাল সংসাৰ— সহবাসৰ (আনকি সন্তান ডাঙৰ দীঘল হোৱাৰ) পিছতো শাস্ত্ৰীয় নিয়মমতে বিবাহ পতা বা বিধবা-বিবাহ (ঢেমনা অনা বা পাছুৱৈ অনা) প্ৰথাৰ কথা এই সন্দৰ্ভত আঙুলিয়াব পাৰি।*

ৰজা বা সুসংগঠিত ৰাষ্ট্ৰ নাছিল। মাথোন গড়গঞা ৰজাৰ (খ্ৰীঃ ১৫৩৯-১৫৫২) দিনতহে ধুঞাহাটাৰ পিনে আহোম ৰাজশক্তিয়ে চকু দিছিল। গতিকে বৰদোৱাকে ধৰি গাংমৌ ধুঞাহাটালৈ এই অঞ্চলবোৰৰ গোষ্ঠীভেদে সমূহ বা সমূহৰ মুখিয়ালৰ নেতৃত্বত প্ৰচলিত পৰম্পৰা ৰীতি-নীতিৰে সামাজিক শাসন চলিছিল। এনে পৰিস্থিতিত গোষ্ঠী পৰম্পৰাভেদে এনে ৰীতি-নীতিবোৰৰ যথাৰ্থতা সম্পৰ্কে বিৰোধ আছিল।

সৰহভাগ ক্ষেত্ৰতে স্মাৰ্তসকলে বাকীবোৰৰ আচাৰ-বিচাৰ আদিক কেতিয়াবা 'বৌধাচাৰ' কেতিয়াবা 'ম্লেচ্ছাচাৰ' আদি আখ্যাৰে নিন্দাবাদ কৰিছিল।

বেপাৰ-বণিজ, ৰাজনৈতিক আৰু অন্যান্য কাৰণত ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ-পূবৰ চুকটোত থকা অঞ্চললৈকে শ্ৰীশঙ্কৰদেৱ যোৱাৰ আগতেও উত্তৰ ভাৰতৰ বা উত্তৰ বংগৰ কিছু হিন্দু ধৰ্মাৱলম্বী মানুহে গৈ বাস কৰিছিল। সেইসকলৰ সকলোৱেই বেদাচাৰী স্মাৰ্তমতে চলা বুলি ক'ব নোৱাৰি। সেই সকলকেই নৱবৈষ্ণৱ ধৰ্মপ্ৰচাৰক তথা স্মাৰ্তমতে ভাগৱত ধৰ্ম মানি চলা সকলে 'বৌধাচাৰী', 'ম্লেচ্ছাচাৰী', 'অনাচাৰী' বুলি নিন্দাবাদ কৰিলেও সেইসকলৰ জীৱনপদ্ধতি আৰু বিশ্বাসৰ লগত বৌধধৰ্মৰ বা বৌধদৰ্শনৰ মিল বা সম্পৰ্ক বিশেষ নাছিল।

দৰাচলতে নৱবৈষ্ণৱ ধৰ্মপ্ৰচাৰকসকলৰ (আচাৰ-বিচাৰ, ৰীতি-নীতি আদিৰ ক্ষেত্ৰত) প্ৰাথমিক বিৰোধ আছিল বেদাচাৰ নমনাসকলৰ লগতহে। এই বিৰোধ আছিল সামাজিক আৰু বিশ্বাসগত। বেদাচাৰ অৰ্থাৎ স্মৃতি-নিবন্ধ অনুসাৰে চলা অথচ ভাগৱতী ধৰ্ম তথা শ্ৰীকৃষ্ণ (শ্ৰীবিষ্ণু) সংস্কৃতিক (Krishna cult) সৰ্বোচ্চ প্ৰাধান্য নিদিয়াসকলৰ সৈতে নৱবৈষ্ণৱ ধৰ্ম মানি চলাসকলৰ থকা বিৰোধবোৰ আছিল তত্ত্বমূলকহে, সামাজিক নহয়।

**সূত্ৰ নিৰ্দেশ ঃ**

১। ড° মহেশ্বৰ নেওগৰ *গুৰুচৰিত কথা*-ৰ ভূমিকা (আৰু ছেদ ৯৯ আৰু ১৭৯)

২। ঐ

৩। Ram Krishna Mission Institute of Culture : *The Cultural Heritage of India*, Vol.II, Chap.22

৪। খা চৌধুৰী আমানত উল্লা আহমদ, *কোচবেহারের ইতিহাস,* ১৯৯০ খ্ৰীঃ, পুনমুদ্ৰণ

৫। ঐ

৬। শ্ৰীমাধৱদেৱ, *নাম-ঘোষাত* আছে—

'মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞাবাণী জানা নিষ্ঠ
যিটো জনে আক উলঙ্ঘিয়া প্ৰৱৰ্তয়।
ভৈল সিটো মোৰ আজ্ঞাচ্ছেদী মোক দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নহয়।।' ছেদ ৬২৫

কিন্তু, যিসকল সংসাৰ বিৰাগী ভকত— তেওঁলোকৰ বাবে ধৰাবন্ধা নিয়ম নাই।

'অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়।।' ছেদ ৫৯৬

# লোকবিশ্বাস, লোকাচাৰ আদি

বিশ্বাসেই হ'ল ধৰ্ম তথা ঈশ্বৰ সম্পৰ্কে ধাৰণাৰ ঘাই ভিত্তি। সেইকাৰণে ধৰ্মৰ ইংৰাজী প্ৰতিশব্দ হ'ল বিশ্বাস (Faith)। কোৱা হয়, 'বিশ্বাসে মিলয় হৰি, তৰ্কে বহু দূৰ।' বুৰঞ্জী-বিজ্ঞানে ঢুকি নোপোৱা শ্ৰীৰামচন্দ্ৰৰ জন্ম ঠিক বাবৰি মছজিদ থকা ঠাইতেই হৈছিল বুলি বহুতে বিশ্বাস কৰে। কুমাৰী মেৰী (Virgin Mary) যীশুখৃষ্টৰ মাক ইত্যাদি ধাৰণাৰ মূলতেও বিশ্বাস। ইয়াত মানুহৰ বিশ্বাসৰ আধাৰ সম্পৰ্কে বিচাৰ-বিশ্লেষণ কৰিব খোজা হোৱা নাই। ইন্দ্ৰিয়গ্ৰাহ্য নোহোৱা নেদেখাজনৰ অস্তিত্ব বা দেখাজনৰ গাত ঐশ্বৰিক শক্তি বা গুণ মানুহে কিয় আৰোপ কৰে তাকো এই লেখাত আলোচনা কৰিব খোজা হোৱা নাই।

আলোচিত বিষয় হ'ল, আজি যিদৰে কোনো বাস্তব তথ্য, বাস্তব বিচাৰ বা বাস্তব কাৰ্য-কাৰণ আদিৰ তলানলা-বিচাৰ নকৰাকৈও সমাজে কেতবোৰ বিশ্বাসৰ বশৱতী হৈ ধৰ্ম, আচাৰ-বিচাৰ পালন কৰি আছে, আদিকালৰ আদিবাসীসকলৰ জীৱনপদ্ধতিও একেদৰেই বিশ্বাসৰ দ্বাৰা প্ৰভাবিত আছিল।

বিজ্ঞানৰ সীমাবদ্ধতাই এনে বিশ্বাসৰ পৰিধি বহলায়। যিমানেই মানুহৰ জ্ঞানে কথাৰ আৰু ঘটনাৰ কাৰ্য-কাৰণ সম্পৰ্কে বাস্তৱ তথ্যবোৰ আহৰণ কৰি বিজ্ঞানৰ পৰিধি বিস্তাৰ কৰিব, সিমানেই যুক্তিহীন, তথ্যহীন, ঘটনাহীন বিশ্বাসে আবৰি থকা ক্ষেত্ৰৰ পৰিসৰ সংকুচিত হ'ব।

কিন্তু মানুহেই একমাত্ৰ জীৱ, যিয়ে সকলো ঘটনাৰ কাৰণ সম্পৰ্কে চিন্তা কৰি ধাৰণা এটা গ্ৰহণ কৰিব পাৰে। আজিৰ মানুহৰ এই স্বভাৱ আদিম মানৱৰ গাতো কম-বেছি পৰিমাণে আছিল। সেইকাৰণে নিজে বলে নোৱাৰা শক্তিৰ কাৰণ নিৰ্ণয় কৰিব নোৱাৰা ঘটনা বা কাৰ্যক নেদেখাজনৰ কাৰ্য বুলি ভাবিছিল। এনে নেদেখাজন এজনো হ'ব পাৰে। সাধাৰণ স্তৰৰ মানুহে নেদেখা শক্তিমানজনক তুষ্ট কৰি ৰখাৰ বাবে বিভিন্ন আচৰণ পদ্ধতি অবলম্বন কৰি বাঞ্ছিত ফল পোৱাৰ চেষ্টা কৰিছিল। এনে বাঞ্ছিত ফলৰ প্ৰধানটো হ'ল মৃত্যুভয়ৰ পৰা নিৰাপত্তা, অৰ্থাৎ অনিশ্চয়তা বা বিপদৰ শংকা। শংকাই অভিভূত কৰি ৰখা মানুহক এনেদৰে বিশ্বাসৰ দ্বাৰা গঢ়ি তোলা নেদেখা শক্তিৰ শৰণাগত কৰায়।

লোকাচাৰ হ'ল এটা গোষ্ঠীয়ে গোষ্ঠীগতভাৱে বা সেই গোষ্ঠীৰ মানুহে ব্যক্তিগতভাৱে পালন কৰা সমাজসিদ্ধ আচাৰ বা জীৱন-পদ্ধতি। দৈনন্দিন কাম-কাজৰ মাজতো এনে লোকবিশ্বাস নিহিত থাকে। এটা বা দুটা উদাহৰণে সম্ভৱতঃ এনে লোকবিশ্বাস বা লোকাচাৰৰ গভীৰ প্ৰভাৱ সম্পৰ্কে ধাৰণা দিব পাৰিব।

শ্ৰীমাধৱদেৱ আদিতে আছিল শাক্ত, দেৱী উপাসক। নানা বাদ-বিতৰ্কৰ পিছত শ্ৰীমন্তশঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰাৰ যুক্তিটো আছিল যে নানান দেৱ-দেৱী বা ঐশ্বৰিক শক্তি থাকিলেও তাৰ আদিমূল হ'ল পৰমব্ৰহ্মৰূপী কৃষ্ণ অৱতাৰ। গছৰ গুৰিত পানী দিলে ডাল-পাত সকলোৱে পায়, কিন্তু অকল পাত বা ডালত পানী দিলে গছডাল সম্পূৰ্ণভাৱে উপকৃত নহয়। সেইদৰে আদিমূল শ্ৰীকৃষ্ণত ভক্তি হ'লে সকলো তুষ্ট হয়।

শ্ৰীমন্তশঙ্কৰদেৱৰ এই তত্ত্বৰ দ্বাৰা যিমান প্ৰভাৱিত হৈছিল, তাতকৈ সৰহ লোক হৈছিল প্ৰচলিত লোকবিশ্বাসৰ দ্বাৰা। চৰিতত এটা ঘটনাৰ উল্লেখ এনেদৰে আছেঃ গুৰুজনাৰ লগত থাকোতে শ্ৰীমাধৱদেৱৰ কেতিয়াবা দুপৰীয়া ভাত খোৱাই নহয়। ইয়াকে দেখি শ্ৰীশঙ্কৰ পত্নীৰ মৰমিয়াল মাতৃ-হৃদয় বিগলিত হ'ল। শ্ৰীমাধৱদেৱে নিজে ৰান্ধি খায়। শ্ৰীমন্তশঙ্কৰদেৱৰ পত্নীয়ে এদিন প্ৰস্তাৱ দিলে যে শ্ৰীমাধৱদেৱে বাটকুৰি বাই পাটবাউসীৰ পৰা গণককুছিলৈ গৈ ৰন্ধা-বঢ়া কৰি দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰে, তাতোকৈ গুৰুগৃহতে কৰক। গুৰুচৰিত কথাৰ ভাষাৰে শ্ৰীমাধৱদেৱে "তেওঁ ভিতৰ চাঞ্চ ঃ ভিতৰ সোমাই দেখে এফালে পাতিলা (থাপনা) এচুকে ভিটি বান্ধি ঘট পাতি আমডালি আয়াসূতা থৈছে ঃ বোলে মাতৃ এই কি? বোলে বাপু তোম্ৰা সুধিব নালাগে, চাইটি (চাৰিটা) চাৱাছিতা (ল'ৰা-ছোৱালী) আছে ঃ আৰু (তেওঁলোকৰ পৰিত্ৰাহিৰ (পৰিত্ৰাণ, নিৰাপত্তা) কাৰণে থৈছো ঃ বোলো (শ্ৰীমাধৱদেৱে) ঘৰতে পৰমব্ৰহ্ম আছে ঃ তাৰা জো বিঘ্নি দূৰ কৰিব নপাৰে।। সেই ভোৰেহে দূৰ কৰিব যাৰ দাসি ঘৰদেউতি (গৃহদেৱী)।। এইবুলি মৰিয়াই ভাঙ্গি পাচিভৰি কলকাটাত উটালেনি ঃ গুৰু (শ্ৰীমন্তশঙ্কৰদেৱ) বোলে আমি কলে নলই (নামানে) এতিয়া পাইছে কাজিয়ে (দণ্ডদাতা ৰাজবিষয়া) ঃ তেহে স্নানকৈ আহি বোলে, মাতৃ পাগপাত্ৰ দূৰকৈ বস্ত্ৰ ধুই খাৰটেঙ্গা স্নানকৈ (খাৰ-টেঙাৰে গা ধুই) উপাসে (লঘোণে) থাকি চাউল সিজাবা।"

অৰ্থাৎ স্বয়ং শ্ৰীমন্তশঙ্কৰদেৱেও তেখেতৰ নিজৰ সহধৰ্মিণীক লোকবিশ্বাসৰ পৰা মুক্ত কৰাত সফল নহৈছিল। ব্যাসকলাইৰ কাহিনীটোকো এটা উদাহৰণ হিচাপে দেখুৱাব পাৰি। ব্যাসকলাই শ্ৰীমন্তশঙ্কৰদেৱৰ শিষ্য। গুৰুজনাৰ লগত থাকি ধৰ্মচৰ্চা কৰে। তেওঁৰ এটাৰ পিছত এটাকৈ দুজন পুতেক বসন্ত ৰোগত পৰি মৰি থাকিল। তৃতীয় ল'ৰাটোৰ গাত খহুৰ দৰে ওলাল। মাক উত্ৰাৱল হ'ল। লোকবিশ্বাস যে শিৱৰ থানলৈ বুলি এযোৰ পাৰ উৰুৱাই দিলে তেনে নৰিয়াত পৰা মানুহ বাচে। ইয়াকে কৰিবলৈ ব্যাসাকলাইৰ সম্মতি বিচাৰিলে। ব্যাসকলায়ে হা না একো নকৈ মনে মনে ৰ'ল। সম্ভৱতঃ মৌনেন সম্মতি লক্ষণম্ বুলি ভাবি এজন আন লোকৰ হতুৱাই এই উদ্দেশ্যত পাৰচৰাই এযোৰ উৰুৱাই দিলে। শ্ৰীমন্তশঙ্কৰদেৱে ব্যাসকলাইৰ এনে কামত দোষ ধৰি তেওঁৰ ধৰ্মৰ বাজ বুলি ধৰি সংগচ্যুত কৰিলে।[২]

এই দুটা উদাহৰণেই লোকবিশ্বাস বা লোকাচাৰ অবাঞ্ছিত হ'লেও তাৰ প্ৰভাৱৰ পৰা মুক্ত হোৱা কিমান কঠিন তাক বুজাবলৈ যথেষ্ট হ'ব।

পৰম্পৰাগতভাৱে জনসমাজত আগৰেপৰা প্ৰচলিত লোকবিশ্বাস আৰু লোকাচাৰবোৰ সমাজৰ সলনি নহ'লে সহজে আঁতৰ হৈ নাযায়। সমাজ সলনি হোৱাৰ প্ৰক্ৰিয়াৰ লগে লগে ধাৰণাবো সলনি হয়। কিন্তু ধাৰা সলনিৰ গতি অতি ধীৰ। সেয়ে

কোনো কোনো লোকবিশ্বাস বা লোকাচাৰ বাস্তৱ ক্ষেত্ৰত অ-প্ৰাসংগিক হৈ পৰিলেও তাত নিহিত থকা ধাৰণা বহুদিনলৈ ৰৈ যায়।

যিবোৰ নৰিয়াৰ বা মাৰণৰ ৰোধ কৰিবপৰা দৰৱ বা চিকিৎসা ওলোৱাৰ পিছতো বা তাৰ বৈজ্ঞানিক কাৰণবোৰ আৱিষ্কাৰ হোৱাৰ পিছতো সিবোৰৰ পৰা ৰক্ষা পাবলৈকে জৰা-ফুকা ভূত-প্ৰেত অপশক্তিৰ পূজা আদি সমাজৰ পৰা এতিয়াও নিৰ্মূল হোৱা নাই। আগৰ কালৰ কথাই নকওঁ, এতিয়াৰ উন্নত বিকশিত বিজ্ঞানৰ দ্বাৰা প্ৰভাৱিত সমাজত বিজ্ঞান আৰু অন্ধ লোকবিশ্বাস সমান্তৰালভাৱে মানৱ সমাজত প্ৰচলিত আছে। ('বসন্ত' বা 'আই' বেমাৰৰ ক্ষেত্ৰত শীতলা পূজা এতিয়াও আছে। বৰপেটাত হাইজা বা কলেৰা (মৰং) মহামাৰী লগা সময়ত এই বেমাৰৰ অপদেৱতা খেদাৰ বাবে কিছুমান বেজে নিশা মন্ত্ৰ গাই ফুৰা দেখা গৈছিল ১৯৪০ চন মানলৈকে।)

পুৰাণ আদিৰ বিষয়ে চৰ্চা কৰা পণ্ডিতসকলে লক্ষ্য কৰিছে যে কামৰূপত (বা আন যিকোনো ঠাইতে) বৈদিক হিন্দুধৰ্ম প্ৰসাৰণৰ ক্ষেত্ৰত পুৰাণবিলাকৰ ভূমিকা ব্যাপক। এনে পুৰাণ-উপপুৰাণবিলাকতো থলুৱা লোকবিশ্বাস আদিয়ে ঠাই পাইছিল।[৩] পিছলৈ যেনিবা এনে পুৰাণৰ লগত বৈদিক ধাৰণাবোৰ যুক্ত কৰি বৈদিক সংগতি প্ৰদান কৰাৰ চেষ্টাও দেখা যায়।

তন্ত্ৰ-সাহিত্যৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য। নৱবৈষ্ণৱ ধৰ্ম আন্দোলন প্ৰসাৰিত হোৱাৰ সময়ত ধৰ্মপ্ৰচাৰকসকলে বহুতো ধৰণৰ লোকবিশ্বাস আৰু লোকাচাৰৰ প্ৰভাৱৰ বিৰুদ্ধে থিয় দিব লাগিছিল; আনহাতে বহুতো লোকবিশ্বাস আৰু লোকাচাৰক অনাচাৰ, ব্যভিচাৰ আদি আখ্যা দিছিল। বামাচাৰ আৰু কুমাৰী পূজা, বলিবিধান আদি লোকাচাৰ আৰু যিবোৰ লোকাচাৰে পুৰাণ বা তন্ত্ৰ আদিত ঠাই পাইছিল সেইবোৰৰ বিপৰীতে বেদৰ লগত সংগতিপূৰ্ণ পুৰাণ আদিৰ আধাৰত নতুন আচাৰ বা ধাৰণা থিয় কৰাব ধৰিছিল।

শ্ৰীমাধৱদেৱ আৰু শ্ৰীমন্তশঙ্কৰদেৱৰ তৰ্কবাদ আৰু শেষত শ্ৰীমাধৱদেৱৰ নৱ-বৈষ্ণৱ তত্ত্ব গ্ৰহণৰ ঘটনা মন কৰিবলগীয়া।

আনৰ লগত সংঘাতলৈ নাহি— নিজৰ ধৰ্মসিদ্ধান্ত পালন কৰাৰ বাবে নামঘোষা পুথিত (৫৯৭ছেদ) শ্ৰীমাধৱদেৱে পৰামৰ্শ দিছিল—

অন্তৰত এক ঈশ্বৰক দেখিওক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়প্ৰায়
বুদ্ধিতে সমস্ত তেজিওক বাহিৰত সঙ্গ দেখাওক
এই ভাবে ৰাম লোকত ফুৰা বেড়াই।।

কিন্তু নৱবৈষ্ণৱ ধৰ্মৰো নিজৰ আচাৰ আদি আছিল। এই ধৰ্মবিশ্বাসত আন দেৱ-দেৱীৰ অস্তিত্ব অস্বীকাৰ কৰা হোৱা নাছিল। অস্বীকাৰ কৰাসকলৰ চিন্তা আচৰণক 'বৌদ্ধাচাৰ' আখ্যা দিয়া হৈছিল। গুৰুচৰিত কথাৰ ৩৬৯ ছেদলৈ মন কৰিলে দেখা যাব যে চিলাৰায়ৰ ঘৰত এজন সন্যাসী আছিল। তেওঁৰ বিষয়ে শ্ৰীশঙ্কৰদেৱক কোৱা হৈছিল— 'বোলে বাপ আপোনাৰ দৰে এক ব্ৰহ্মাকেহে চিন্তে অনাচাৰ নাই ... গুৰু ভাগৱত পুৰাণৰ শ্লোক সংস্কৃত দি সোধে— কাক চিন্ত ধাম কে পুজ। সি বাৰেপতি কই বোলে হামু এক ব্ৰহ্মাক চিন্তো ঃ গুৰু বোলে ই বৌদ্ধাচাৰ খেদি পেলোৱা; ৰাজা গতাই খেদিলে।"

সচৰাচৰ প্ৰাক্ নৱ-বৈষ্ণৱ কালত বৌদ্ধতান্ত্ৰিক আদিৰ মাজত আচাৰ-বিচাৰ ব্যাপকভাৱে প্ৰচলিত আছিল বুলি বিভিন্ন জনে লিখি থৈ গৈছে; কিন্তু বৌদ্ধাচাৰ বৌদ্ধ-তান্ত্ৰিক আচাৰ আদিৰ বিশদ ব্যাখ্যা বিশ্লেষণ কৰা নাই। মদ, মঙহ, মৈথুন, মাছ, মুদ্ৰা তথা বামাচাৰী আচাৰৰ ব্যাপকতাৰ কথাক যিদৰে বৌদ্ধাচাৰ বুলি কোৱা হৈছে, তেনেদৰে কোনো আচাৰ নোহোৱাকৈ এক ব্ৰহ্মক চিন্তা কৰাটোকো বৌদ্ধাচাৰ বুলি কোৱা হৈছে। এনে বিচাৰৰ ক্ষেত্ৰত কিমান দূৰলৈ বৌদ্ধদৰ্শন বা ধৰ্মীয় মাৰ্গক এনেবোৰ আচৰণৰ সৈতে সাঙুৰিব পৰা যায়, এই সকলোবোৰ দিশ চৰ্চা নকৰাকৈ চমুকৈ কৈ থলে অতি সৰলীকৰণ কৰা হ'ব।

এইটো সঠিক যে হিন্দুধৰ্ম বিস্তাৰ আৰ্যবংশসম্ভূত নোহোৱাসকলৰ মাজতো হৈছিল। এই আদিবাসীসকলৰ লোকাচাৰ, লোকবিশ্বাস আদি যিদৰে তন্ত্ৰ, পুৰাণ আদিত সোমাই পৰিছিল, তেনেদৰে হিন্দু সমাজৰ আন আচাৰ-বিচাৰৰ মাজতো অতীতৰ আবহমান কালৰ পৰা জনগোষ্ঠীৰ মাজত প্ৰচলিত লোকবিশ্বাসজনিত লোকাচাৰবোৰ সোমাই পৰিছিল। আছুতীয়াকৈ বাস কৰা জনজাতিগোষ্ঠী বহুতে ঐতিহাসিক কাৰণত হিন্দু সমাজৰ মাজত সোমাই পৰাৰ পিছতো আগৰ বিশ্বাসবোৰ কিঞ্চিৎ পৰিশোধিত ৰূপত হ'লেও এৰিব পৰা নাছিল আৰু সেইবোৰে লোকাচাৰৰূপে, আনকি শাস্ত্ৰীয় আচৰণ ৰূপেও বৰ্তি আছিল বা আছে। বিশেষকৈ জন্ম, মৃত্যু আৰু বিবাহ সম্পৰ্কৰ লোকাচাৰ আচৰণবোৰ পৰ্যালোচনা কৰিলে ইয়াৰ প্ৰমাণ পোৱা যায়। সেয়ে ঠাই ভেদে হিন্দু সমাজৰ এনে লোকাচাৰবোৰ বেলেগ বেলেগ। এইবোৰৰ প্ৰভাব সাধাৰণ শ্ৰেণীৰ মানুহৰ মনৰ পৰা আঁতৰিবলৈ অতি দীঘলীয়া সময় লাগে আৰু এই পৰিবৰ্তন নিৰ্ভৰ কৰে জীৱন-পদ্ধতি, ধাৰণা, বাস্তৱ পৰিস্থিতি, পৰিবেশ, আৰ্থ-সামাজিক বিষয়ৰ পৰিবৰ্তনৰ ওপৰত। মানৱ সমাজৰ মৌলিক আকাংক্ষা হ'ল বৰ্তি থকা। এনে অস্তিত্বৰ সংকট আঁতৰাবলৈকে এনে লোকবিশ্বাসৰ আৰু ইয়াৰ লগত জড়িত আচাৰবোৰৰ প্ৰচলন।

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ অধিবাসী আদিবাসীকলৰ লোকবিশ্বাস লোকাচাৰজনিত সংস্কৃতি সম্পৰ্কে বহুতো নৃতত্ত্ববিদ তথা আন বুদ্ধিজীৱী পণ্ডিতে গৱেষণা কৰিয়েই আছে। কিন্তু এই অঞ্চলৰ আদিবাসী অধিবাসীৰ গোষ্ঠী বৈচিত্ৰ্যৰ জোখত এনে গৱেষণা যিমানে ব্যাপক আৰু গভীৰ হ'ব সিমানে চিন্তাৰ নতুন দিশ উন্মোচন হ'ব।

যেতিয়া একোটা জনগোষ্ঠীৰ সুকীয়া সাংস্কৃতিক বিশেষত্বৰ কথা কোৱা হয়, সি কেৱল ভাষাতেই সীমাবদ্ধ নাথাকে; সেই গোষ্ঠীসমাজৰ জীৱন-পদ্ধতি, বিশেষ ধাৰণা, লোকবিশ্বাস আৰু লোকাচাৰ, ধৰ্মীয় আচৰণ আদি সকলো দিশৰ বিশেষত্বকো বুজায়। জনসংখ্যা বৃদ্ধিৰ বাবে নাৰী বা নাৰীৰ আৰ্থ-সামাজিক ভূমিকা, সম্পদ-উৎপাদন আদিৰ ব্যৱহাৰ, লোকাচাৰ আৰু স্ত্ৰীআচাৰ আদি এনে লোকবিশ্বাসৰেই স্মাৰক। প্ৰয়াত পণ্ডিত বিৰিঞ্চি কুমাৰ বৰুৱাই এই বিষয়ত কৰা চৰ্চাৰ প্ৰচেষ্টা মূল্যবান। এই লেখকেও একালত 'বামাচাৰ' সম্পৰ্কে সামান্য চিন্তা-চৰ্চা কৰিছিল।*

---

*১। *প্ৰাচীন অসম আৰু গণসমাজ (ছমহীয়া নীলাচল ৪ৰ্থ বছৰ ১ম সংখ্যা)*

২। *'বামাচাৰ' ছমহীয়া নীলাচল -২য় বছৰ ২য় সংখ্যা*

ইতিমধ্যে আলচ কৰা হৈছে যে নৱবৈষ্ণৱ ধৰ্ম প্ৰবৰ্তনৰ আগতেও অসমলৈ চামে চামে, সময়ে সময়ে চেগাচোৰাকৈ বণিজৰ বাবে, কেতিয়াবা ৰজাৰ পৃষ্ঠপোষকতাত সংগঠিতভাৱে আৰু কেতিয়াবা আনধৰণে অসংগঠিতভাৱে আৰ্যাবৰ্তৰ তথা ভাটীদিশৰ পৰা হিন্দু তথা ব্ৰাহ্মণাদি উচ্চ বৰ্ণৰ লোক আহিছিল বা এতিয়াও আহি আছে।

আৰ্যাবৰ্ত বা ভাৰতৰ আন ঠাইত এই ধৰ্মৰ বিস্তৃতি আৰু বিকাশৰ লগে লগে ধ্যান-ধাৰণা, বিশ্বাসৰ লগতে আচাৰ-বিচাৰ আদিৰো সলনি হৈ আহিছে। সময়ে সময়ে অহা প্ৰতিটো চামে লগত অনা ধ্যান-ধাৰণা, বিশ্বাস আদিও সকলো সময়তে একে নাছিল। দৃঢ়ভাৱে সংগঠিত নোহোৱা প্ৰব্ৰজনকাৰীসকলে ইয়াৰ থলুৱা লোকবিশ্বাস, লোকাচাৰ আদিৰ লগত নিজৰ খিনিৰ মিহলি কৰাবলগীয়া হৈছিল। পিছত অহা সংগঠিত চামে এনে সংমিশ্ৰিত লোকাচাৰ, ধৰ্মাচাৰ আদিক বিশুদ্ধ বুলি নামানি হীনাচাৰ বা ব্যভিচাৰ আখ্যা দিছিল। এই সন্দৰ্ভত 'অসম বুৰঞ্জী' (ৰচনা খ্ৰীঃ ১৮৭৫) লিখক প্ৰয়াত গুণাভিৰাম বৰুৱাৰ ধাৰণাটি পূৰ্বে উল্লেখ কৰা হৈছে।

পুৰাণবৰ্ণিত পৰশুৰামৰ আখ্যানৰ পৰা তেখেতে উল্লেখ কৰা উদ্ধৃতিটোকো আগতে দিয়া হৈছে।

ঘাঘৰা মাঝিৰ ঘৰত শ্ৰীমাধৱদেৱৰ পিতৃ থাকোতে নিজৰ পুত্ৰ-কন্যাৰ বিবাহ পতাৰ ক্ষেত্ৰত সমস্যাৰ সমুখীন হৈছিল।

'একদিনা মাজিত (ঘাগৰা) ক'লে (শ্ৰীমাধৱদেৱ পিতৃয়ে) বোলে তোমাৰ ৰাজত কাথ বুলি কই, হালভাৰ বই, বেটিখানি বিবাহৰ কাল হ'ল ঃ বেটাকো কৰাব লাগিল, সজ্জাতি নাই মিত্ৰ কৰিবলৈ। মাজি বোলে এইখানিৰ উপাই নাই মোৰ ঃ আতা বোলে শ্ৰীশঙ্কৰদেৱ ৰটাৰ পৰা ধুৱাহাটালৈ আহিছে বুলি শুনিছো ঃ তাতে আমাৰ জ্ঞাতি-মিত্ৰ ভাই-বন্ধু সকলো।'[৪]

য'ত শ্ৰীমাধৱদেৱৰ পৰিয়ালটো আছিল ত'ত আন কায়স্থও আছিল, কিন্তু আন কায়স্থক হালবোৱা, ভাৰবোৱা বাবে হীন বুলি জ্ঞান কৰি শ্ৰীমাধৱদেৱৰ পিতৃয়ে শ্ৰীমন্তশঙ্কৰদেৱৰ খবৰ লৈছিল। সম্ভৱতঃ তাত যিবোৰ কাথ বা কায়স্থ আছিল তেওঁলোকে অতীজতে প্ৰব্ৰজন কৰি অহা উচ্চবৰ্ণ হিন্দু আছিল যাৰ লগত পিছত অহা চামৰ, শ্ৰীমন্তশঙ্কৰদেৱ ইত্যাদিৰ উপৰিপুৰুষৰ সৈতে— সংস্কৃতি, আচাৰ-বিচাৰ নিমিলিছিল। এনে হিন্দুধৰ্মীয় সমাজব্যৱস্থাৰ হ'লেও আগতে অহাসকলৰ লগত পিছত অহাসকলৰ আচাৰ-বিচাৰৰ অমিল আছিল। কামৰূপলৈ অহাসকলে তাক হীনাচাৰ জ্ঞান কৰা বুলি কালিকা পুৰাণ আদিৰ ওপৰত গৱেষণা কৰা পণ্ডিতে মত প্ৰকাশ কৰিছে।[৫]

অনুমান কৰিব পাৰি যে পঞ্চদশ শতিকাৰ পৰা কামৰূপলৈ (প্ৰাচীন) সময়ে সময়ে আহি থিতাপি লগা হিন্দু সমাজখনৰ ঈশ্বৰ উপাসনাৰ বাহিৰেও আচাৰ-বিচাৰ আদিৰ ক্ষেত্ৰত বৈচিত্ৰ আৰু খেলি-মেলি আছিল। ইটো চামে আনটো চামৰ আচাৰ-বিচাৰ ইত্যাদিক অনাচাৰ, ব্যভিচাৰ বোলাৰ লগতে আনটোৱে ইটোৰ আচাৰ-বিচাৰক আচহুৱা বুলি ভাবিছিল। আদিকালৰ আদিবাসীসকলৰ লোকবিশ্বাস, লোকাচাৰৰ লগত সংশ্লেষিত হৈ যি সংস্কৃতি গঢ় লৈছিল তাক পিছৰ চামে সংস্কাৰ কৰাৰ চেষ্টা কৰিছিল।

আচাৰ-বিচাৰবোৰৰ (লোকাচাৰ-লোকবিশ্বাসৰ সৈতে) বৈশিষ্ট্য সামৰি (বংগদেশীয় আৰু মিথিলাৰ বিশেষ ধাৰাৰ (School) লগত সমান্তৰালভাৱে বিশেষ কামৰূপীয়া ধাৰা এটাৰ প্ৰৱৰ্তন হৈছিল।[৬] অঞ্চল হিচাপে কামৰূপৰ (প্ৰাচীন) লগত বংগদেশ বা মিথিলাৰ হিন্দু সমাজৰ বিবাহ, দশকৰ্মৰ (অন্ত্যেষ্টিক্ৰিয়াকে ধৰি) আদিৰ ক্ষেত্ৰত ধৰ্মাচাৰ আৰু লোকাচাৰৰ পাৰ্থক্য আছে। সেইকাৰণেই সম্ভৱতঃ কামৰূপীয় ব্ৰাহ্মণক উত্তৰবংগৰ থলুৱা হিন্দুসমাজে পুৰোহিত হিচাপে আদৰ কৰিছিল। এই পুৰোহিতবিলাকে তাকে 'বিলাত'লৈ (বেলাইত, বেলাট বা বিদেশ) যোৱা বুলি কৈছিল আৰু সিবোৰ ঠাইত যজমানি কৰিছিল। এই কথা ইতিমধ্যে উল্লেখ কৰা হৈছে।

বিবাহৰ ক্ষেত্ৰত দেখা যায় যে কন্যাবিবাহ যিদৰে আছিল তেনেদৰে ঘৰজোঁৱাই ৰখা, বিধবা বিবাহ বা ধৰ্মীয় অনুষ্ঠানবিহীন বিবাহো আছিল। কন্যাকাল বা পুষ্পিতা হোৱাৰ আগতে (before first menstruation) হোৱা বাল্যবিবাহ উচ্চবৰ্ণৰ হিন্দুৰ মাজত প্ৰচলিত আছিল। শান্তি হোৱাৰ পিছত 'পাছবিয়া' কৰাই কন্যাক স্বামীগৃহলৈ অনা হৈছিল।[৭] এইক্ষেত্ৰত দৰাজন বয়সত নাবালক বা পৌঢ় যিয়ে নহওক কিয় (শ্ৰীমন্তশঙ্কৰদেৱে 'তেহে দুকুৰি চৌধে বৰ্ষ আই পোন্ধৰ বৎসত বিবাহ শুভ মাহ বাৰ তিথিত কৰালে।। অষ্টাদশ মাসে পুষ্পৎসব হ'ল। শান্তিয়নি লৈ ৰাতিৰসে আলিপুখুৰীত পাঞ্চবৰ্ষ আছিল') তেনেদৰে স্বামীৰ মৃত্যুৰ পিছত আন এজনৰ লগত ঘৰ কৰা একৰকম ধৰ্মীয় অনুষ্ঠানবিহীন বিবাহ (শ্ৰীশঙ্কৰদেৱৰ পুত্ৰ কমললোচনৰ বিধবাক জ্ঞাতিৰ মানুহে এগৰাকী চৌধুৰীৰ তালৈ এনেদৰে সংসাৰ কৰিবলৈ পঠোৱাৰ প্ৰস্তাৱ দিয়াৰ কথা গুৰুচৰিত কথাত পোৱা যায়।) আৰু বিবাহ নকৰাকৈ আবিয়ৈ হৈ নাৰীৰ লগত ঘৰ-সংসাৰ কৰাৰ দৃষ্টান্তও গুৰুচৰিত কথাত পোৱা যায়। 'মুকুন্দ আতৈয়ে গুৰুবাক্যত নকৰাঞ বোলাত ঃ হাটলৈ গৈছিল ঃ এক কাৱথৰ জি যৌৱন হৈ আছিল ঃ কোন্ধত ধৰিলে বৰিচো বুলি ঃ আবিয়ৈএ ততে ৰ'ল।।[৮]

গুণাভিৰাম বৰুৱাই আসাম বুৰঞ্জীত (১৮শ অধ্যায়ত) এনেদৰে লিখিছে ঃ 'কোনো প্ৰাপ্তবয়স্কা কুমাৰী বা বিধবাক তেওঁৰ পিতৃ-মাতৃ বা অন্য অভিভাৱকৰ সন্মতি অনুসাৰে আলংকাৰাদি পিন্ধাই যথাযোগ্যৰূপে সামাজিক লোকসকলক আহাৰ কৰোৱাই পুৰুষে আপোন ঘৰলৈ আনে। তাইৰ সইতে গৰ্ভজাত পুত্ৰৰ ন্যায় ধনাধিকাৰী হয়। কোনো কোনো সময়ত এই ৰূপ পৰিণয়ত দৰা-কন্যাক আয়তীসকলে দুৰ্বা আৰু ধানেৰে নিৰ্মঞ্জন কৰে। ইয়াকে 'আগচাউল দিয়া' বোলে। কোনো কোনো সময়ত পুৰুষ আৰু স্ত্ৰীৰ একপ্ৰকাৰ স্বয়ম্বৰ বিবাহ হোৱাৰ নিয়মো দৃষ্ট হয় অৰ্থাৎ কোনো স্ত্ৰী বা পুৰুষে ইচ্ছানুসাৰে কোনো পুৰুষ বা স্ত্ৰীৰ ঘৰলৈ গৈ তাত তেওঁৰে সইতে ভাৰ্যা-স্বামীৰূপে সহবাস কৰে। এই বিষয়ত সহসা সামাজিক লোকৰ পৰা বাধা দিয়া নাযায়। হিন্দু ধৰ্মানুসৰি ভাৰ্যা-স্বামীৰ মাজত সমন্ধ ত্যাগ নাই। কিন্তু সেই ৰূপ ভাৰ্যা-স্বামীৰ মাজত সম্বন্ধ ত্যাগৰ নিয়ম ই দেশত আছে। কোনো কোনো সময়ত এনেও দৃষ্ট হয় কোনো স্ত্ৰীয়ে এক স্বামীক পৰিত্যাগ কৰি অপৰ স্বামী গ্ৰহণ কৰে এবং এইৰূপে পতি-পত্নীৰ মাঝত বিচ্ছেদ হই থাকিলেও কোনো স্ত্ৰী বা পুৰুষ বা স্ত্ৰীয়ে সইতে যেতিয়াই ইচ্ছা তেতিয়াই বিবাহ সংস্কাৰ সম্পাদন কৰে। এই বিবাহ কেৱল শৰীৰ শুদ্ধিৰ নিমিত্তেই কৰা হয়। ইয়াৰ দ্বাৰা পূৰ্বতকৈ সম্বন্ধ দৃঢ় বা গুৰুতৰ

নহয়। + + + এই দেশীয় হিন্দু লোকসকলৰ উত্তৰাধিকাৰীত্বৰ নিয়ম শাস্ত্ৰানুসাৰেই হয়। + + + অসবৰ্ণ বা বিধবা বিবাহৰ দ্বাৰাও উত্তৰাধিকাৰিত্বৰ স্বত্বৰ ব্যাঘাত নজন্মে' অৰ্থাৎ কি বিবাহ কি পোষ্যপুত্ৰ গ্ৰহণ সকলো ক্ষেত্ৰতে 'আপোনাৰ জাতি বা সমাজ বা খেলৰ প্ৰাচীন লোকৰ সন্মতি হলেই যথেষ্ট। পিতৃ-মাতৃয়ে স্বীকাৰ কৰিলে সন্তানৰ জাৰজত্ব যায়।'

আন ঠাইৰ হিন্দু সমাজৰ বিধানমতে এনে কিছুমান পদ্ধতি হীনাচাৰ বা ব্যভিচাৰ বুলি পৰিগণিত হ'লেও কামৰূপত তথা ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমাজত ই সমাজসিদ্ধ আৰু মান্যতাপ্ৰাপ্ত। ইয়াত ভাৰতৰ বহু ঠাইতকৈ শাস্ত্ৰাদি বিধিৰ প্ৰয়োগ শিথিল আছিল।

যোড়শ শতিকালৈকে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ হিন্দু সমাজ একক বন্ধন-আবদ্ধ নহৈ গোষ্ঠীয়ে গোষ্ঠীয়ে চামে চামে বেলেগ বেলেগভাৱে আছিল। এটা গোষ্ঠীৰ মাজত যি সজ আন এটাত সি অনাচাৰ-অসজ আছিল। নব-বৈষ্ণৱ ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত আগতে কৈ অহা সংগঠিত আৰু ৰাজপৃষ্ঠপোষণত থকা পিছৰ চামটোৰ বাবে আগৰ বা ইতিমধ্যে থকাসকলৰ আচাৰ-অনুষ্ঠান আচহুৱা আছিল আৰু সেয়ে পিছৰবোৰে আগৰবোৰৰ এনে আচাৰ-অনুষ্ঠানক ব্যভিচাৰ আখ্যা দিছিল।

ড° কাকতিদেৱে কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আদি শাস্ত্ৰৰ আলোচনা কৰি কামৰূপ দেশৰ যি সমাজৰ ৰূপ দেখিছিল যথা, 'অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে', 'জলে স্থলে কামৰূপে পূজনাচ্চ সমং ফলং', 'সৌমাৰত মানুহবোৰ হীনাচাৰী আৰু সৰ্বাশী', 'কোম্বপীঠত স্বজাতিৰ দ্বাৰা প্ৰবৰ্তিত ধৰ্ম চলে', 'ধৰ্ম নিজেই নিৰূপণ কৰে' ইত্যাদি (যোগিনীতন্ত্ৰ) বা বামাচাৰ মাৰ্গৰ সাধনাত মদ, মাংস-মাছ, মুদ্ৰা আৰু মৈথুনৰ ব্যৱহাৰৰ মাজেদি পূৰ্ণযোগী হ'ব পাৰি (মদ্যং মাংস তথা মৎস্য মুদ্ৰা মৈথুনৰ ব্যৱহাৰৰ মাজেদি পূৰ্ণযোগী বভূব চ; ৰুদ্ৰযামল) বা মদ্যং, মাংসঞ্চ, মৎস্যঞ্চ মুদ্ৰা মৈথুনমেবচ, মকাৰ পঞ্চকং দেৱি দেৱতা প্ৰীতিকাৰণম (কুলাৰ্নব মন্ত্ৰ) এনেবোৰ হ'ল আগৰ-চামৰ হিন্দু প্ৰব্ৰজনকাৰী আৰু ইয়াৰ আদিবাসীকলৰ লোকবিশ্বাসৰ ভিত্তিত হোৱা সেৱা-পূজাৰ ৰূপ সম্পৰ্কে পিছৰ চামৰ ধাৰণা।

নব-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ ফলত যিদৰে ভাগৱতপুৰাণৰ ভিত্তিত হিন্দু সমাজ নকৈ গঢ় ল'ব ধৰে, তেনেদৰে একে সময়তে দৈনন্দিন ব্যৱহাৰ, আচৰণ, দশকৰ্ম আদিৰ শাস্ত্ৰীয় নিয়ন্ত্ৰণৰ বাবে হিন্দু ব্ৰাহ্মণ পণ্ডিতসকলে আগতে উল্লেখ কৰা দৰে কামৰূপৰ হিন্দুসমাজৰ বাবে 'নিবন্ধ' আদি ৰচনা কৰে। কোৱা বাহুল্য যে এনে ধৰণৰ থলুৱা হিন্দু সমাজৰ উপযোগীকৈ (অৰ্থাৎ ইদেশৰ লোকাচাৰ-লোকবিশ্বাস আদিক পাৰ্যমানে কিছু মান্যতা দি) এনে নিবন্ধবোৰৰ ৰচনাৰ সময় ১৫শ শতিকাৰ পৰা ১৮শ শতিকালৈ বুলি গণ্য কৰা যায়।[১০]

উল্লেখনীয় যে নব-বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ সময়ো কম-বেছি এই সময়ছোৱাই।

গতিকে দেখা যায়, অকল নব-বৈষ্ণৱ ধৰ্মই নহয়, হিন্দু বৈদিক আচৰণৰ শাস্ত্ৰকাৰসকলেও ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিশেষ পৰিস্থিতিত লোকাচাৰ আৰু লোকবিশ্বাসবিলাকক পাৰ্যমানে মান্যতা দি হিন্দু সমাজব্যৱস্থাৰ প্ৰসাৰণ ঘটাবলৈ প্ৰয়াস কৰিছিল।

বিবাহ, উত্তৰাধিকাৰ, অন্ত্যেষ্টিক্রিয়া ইত্যাদি সকলো ৰীতি নীতিৰ ক্ষেত্ৰতে থকা বিশেষত্ববোৰৰ পিনে চকু দিলে এই কথা উপলব্ধি কৰিব পৰা যায়।

**সূত্ৰ নিৰ্দেশ ঃ**


১। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ১৪০

২। ঐ ছেদ ২৬৮

৩। Ram Krisha Mission : Institute of Culture : *Cultural Heritage of India,* Vol. II Part II

৪। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ১২৫

৫। Dr. R. C. Hazra, *The Studies of Upapuranas* আৰু *Puranic Records of Hindu Rites.*

৬। ৩ নংত উল্লেখিত পুথি

৭। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা,* ছেদ ৭১

৮। ঐ ছেদ ১০৫৯

৯। ড° বাণীকান্ত কাকতিৰ, *প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা*

১০। ৩ নংত উল্লেখিত পুথি— Vol. II Part IV

# জাতিভেদ

নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক আৰু প্ৰৱৰ্তকসকলৰ জাতিভেদ প্ৰথা সম্পৰ্কে দৃষ্টিভংগী আৰু আচৰণ কি আৰু কেনে আছিল? জাতিভেদ মানিছিল, নেমানিছিল, নে তেওঁলোকে ইয়াৰ উগ্ৰতা কমাইছিল? এই প্ৰশ্নত বিভিন্নজনৰ বিভিন্ন মত পৰিলক্ষিত হয়। আনকি নৱবৈষ্ণৱ ধৰ্মৰ অনুগতসকলৰ মাজতো মতভেদ দেখা যায়।

জাতিভেদ প্ৰথা হিন্দু সমাজব্যৱস্থাৰ মজ্জাগত। এই প্ৰথাই কেৱল সামাজিক তথা ব্যৱহাৰিক দিশতেই নহয়, ধৰ্মীয় ক্ষেত্ৰতো হিন্দু সংস্কৃতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। একালত জাতিভেদ প্ৰথা তথা চতুৰ্বৰ্ণ বিভেদৰ ওপৰত মনু, পৰাশৰ আদিয়ে সামাজিক আচৰণ বিধি প্ৰস্তুত কৰিছিল। এনে বিধি বা নিয়মবোৰ অমান্য কৰিলে ৰজা বা ৰাষ্ট্ৰই দণ্ড বিহিছিল। যিদৰে ঐহিক জগতত এনে লংঘনবোৰ ৰজাঘৰৰ বা সমাজৰ শাস্তি-যোগ্য দোষ আছিল তেনেদৰে পৰলোকতো নৰকত তাৰ বাবে মৃতকজনে দোষৰ শাস্তি ভুগিব বুলি ধৰ্মীয় শাস্ত্ৰত কোৱা হৈছে।

শ্ৰীমদ্ভাগৱতগীতা শাস্ত্ৰখন নৱ-বৈষ্ণৱ ধৰ্মৰ এখন অতি মান্য শাস্ত্ৰ। এই শাস্ত্ৰখন মহাভাৰতৰ যুদ্ধত শ্ৰীকৃষ্ণই নিজৰ মুখেৰে অৰ্জুনক কোৱা কথাৰ সমষ্টি বুলি জনা যায়।

শ্ৰীমাধৱদেৱে নামঘোষাত মদ্ভাগৱতগীতা সম্পৰ্কে কৈছে—

একেখানি মাত্ৰ শাস্ত্ৰনিষ্ঠ দৈৱকীনন্দনে কৈলা যাক
দেৱো একোমাত্ৰ দৈৱকীনন্দন সুত।
দৈৱকী পুত্ৰৰ পদসেৱা কৰ্মো একে এহিমানে মাত্ৰ
মন্ত্ৰো একে তান নাম-মাত্ৰ অদ্ভুত।। ৬৬৬।।

এইখন গীতাৰে এঠাইত শ্ৰীকৃষ্ণই, অৰ্থাৎ ঈশ্বৰে, নিজে গুণ আৰু কৰ্ম অনুসৰি চতুৰ্বৰ্ণ সৃষ্টি কৰিছে বুলি কৈছে।

চতুৰ্বৰ্ণ বা চাৰি জাতিয়ে মদ্ভাগৱত শাস্ত্ৰ চৰ্চা কৰিলে বা পঢ়িলে বেলেগ বেলেগ ফল পায় (অৰ্থাৎ একেটা ফল নাপায়) বুলি শ্ৰীমন্তশঙ্কৰদেৱ বিৰচিত ভাগৱতত কোৱা হৈছে—

ইটো ভাগৱত শাস্ত্ৰ পঢ়ে বিপ্ৰসবে যেৱে
হৈবে আসি মহাফল সিদ্ধি।
ক্ষত্ৰিয়ে পঢ়িয়া পাইবে সসাগৰা বসুমতী

বৈশ্যে পঢ়িয়া পাইবে মহানিধি।।

শূদ্র সৱে গাৱে যেন ইটো মহাভাগৱত

সমস্তে পাপতে হুইবে শুদ্ধি। ৫৩১ ছেদ- দ্বাদশ স্কন্ধ।

শূদ্রসকলে শাস্ত্র অধ্যাপনা বা অধ্যয়ন কৰাটো মনুসংহিতা তথা হিন্দুশাস্ত্রত বাধা আছিল। মদ্ভাগৱত শাস্ত্র মহান, কিন্তু বেলেগ বেলেগ বর্ণই ইয়াৰ সুফল বেলেগ ধৰণে পাব। বিপ্রসকলে পঢ়িলে মহাফল সিদ্ধি হ'ব, ক্ষত্রিয়ই পঢ়িলে সসাগৰা বসুমতী (ৰাজ্য) পাব আৰু বৈশ্যই পঢ়িলে অজস্র মূল্যবান ধনকড়ি পাব। শূদ্রসকলক জন্মপাপী বুলি ধৰি লৈ তেওঁলোকৰ একমাত্র শ্ৰৱণ আৰু কীৰ্তনৰ দ্বাৰা ভাগৱতৰ ফল পোৱাৰ অধিকাৰী, এই ফলটো হ'ল, আনবোৰৰ দৰে মহাফলসিদ্ধি, সসাগৰা বসুমতী বা মহানিধি নহয়, সি হ'ল জন্মপাপকে ধৰি সকলো পাপৰ পৰা শুদ্ধ হোৱাৰ।

হিন্দু সমাজব্যৱস্থাত জাত-কূল-বর্ণ অনুসৰিহে সহভোজন আৰু বিয়াবাৰুৰ নিয়ম। অসবর্ণ বিবাহ সাধাৰণতে সমর্থনযোগ্য নহয়। তাহানি কালত নৱ-বৈষ্ণৱ ধর্মৰ মানুহৰ মাজতো 'জাত যোৱা ভয় তীব্ৰ আছিল' বুলি গুৰুচৰিত-কথাত পোৱা যায়। যিয়ে সিয়ে ৰন্ধা আহাৰ ভোজনযোগ্য নহয়।* যিসকল বৈষ্ণৱে এনে নিয়ম নামানিছিল সেইসকলক কটাক্ষ কৰি শ্ৰীমাধৱদেৱে নামঘোষাত কৈছে—

অন্ন যোনি কিছো নকৰে বিচাৰ

জাতিকূল ভৈল ভ্রষ্ট।

বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়

বেদপন্থ কৰি নষ্ট।।

হৰি হৰি হৰি কিনো ভৈলা আতি

কৃষ্ণৰ মায়াৰ বল।

হৰি ভকতিৰ পন্থত কপট

পাতিলেক অমংগল।। ৩২

ব্ৰাহ্মণ জাতি, হিন্দু জাতিভেদ প্রথাৰ সৰ্বোচ্চ স্থানত আছিল। এই কথা ঈশ্বৰৰ মুখেৰে কোৱা বুলি শ্ৰীমন্তশঙ্কৰদেৱ বিৰচিত প্ৰহ্লাদ চৰিত্ৰত (কীৰ্তন পুথি) আছে—

আমাৰ তনু যত বিপ্ৰগণ

তাসম্বাৰ দ্ৰোহ চিন্তে যিজন।।

যমৰ দূতে কৰে তাক দণ্ডি।

গৃহগণে খায় মাংসক চিণ্ডি।। (৪র্থ ঘোষা)

---

* *গুৰুচৰিত কথা ৯২২ ছেদ "আৰু গুৰুজনে (শ্ৰীমাধৱদেৱে) সৱকে বোলে বৃদ্ধকাল, এতিয়া উষ্ণ শীতে চাউলমুঠি বহা নুৱাৰো ঃ এজন ভকত দিয়াজক। তেহে সমূহে আলচি বলাই আতৈকে দিলে ঃ উত্তম কায়স্থ দেখি।।'*

পাৰন্ত গালি বিপ্ৰে যদি আসি।
প্ৰণাম কৰে যিটো তাঙ্ক হাসি।।
সম্বুধি প্ৰবোধে সাধু বচনে।
কৰিলেক বশ্য মোক সিজনে।। (৪ৰ্থ ঘোষা)

ঈশ্বৰৰ এনে উক্তিত চাৰিসিদ্ধই ওভোতাই ঈশ্বৰক প্ৰশ্ন কৰিছে যে আপুনি নিজে ঈশ্বৰ হৈ আমাৰ (বিপ্ৰৰ)পৰা ভিক্ষা কৰিলা? আপোনাক ত্ৰিজগতে সেৱা কৰে, যিমান দেৱ দ্বিজ সকলোৰে উপাস্য হৈ যে আমাৰ পৰা দয়া ভিক্ষা কৰিলা? ইয়াৰ উত্তৰো বিপ্ৰসকলে (চাৰিসিদ্ধ) নিজে দি কৈছে—

মান্য কৰি ব্ৰাহ্মণক।
শিক্ষা দিয়া সামান্যক।। (৫ম ঘোষা)

ঈশ্বৰে সাধাৰণ সামান্য মানুহৰ আৰ্হি দেখুৱাবৰ কাৰণে চাৰিসিদ্ধ (বিপ্ৰ) সকলক এনেকৈ সন্মান প্ৰদৰ্শন কৰিলে।

শ্ৰীমন্তশঙ্কৰদেৱৰ ৰচনাৰ মাজৰ কথাখিনিৰ তাৎপৰ্য আছে। সম্ভৱতঃ (হিন্দু সমাজৰ জাতিবৰ্ণৰ ওপৰৰ খলপত থকা সৎ-ব্ৰাহ্মণসকলক সন্মানপূৰ্বক গুৰু (দীক্ষা দিয়া অৰ্থত নহয়) আখ্যা দিয়া হৈছিল।) এনে দৃষ্টিভংগীৰ পৰা শ্ৰীমন্তশঙ্কৰদেৱৰ ওচৰত শৰণ লোৱা (ধৰ্মমত গ্ৰহণ কৰা) ব্ৰাহ্মণসকলক আনুষ্ঠানিকভাৱে দীক্ষা বা শৰণ দিওৱাৰ কামত তেখেতে ব্ৰাহ্মণ অনুগতসকলক ব্যৱহাৰ কৰিছিল। শ্ৰীশঙ্কৰদেৱে শ্ৰীদামোদৰদেৱক ৰামৰামগুৰুৰ হতুৱাই, শ্ৰীমাধৱদেৱে শ্ৰীবংশীগোপালদেৱক শ্ৰীদামোদৰদেৱৰ হতুৱাই আনুষ্ঠানিকভাৱে শৰণ লোৱাইছিল।

'জাতিকুল' আখ্যাৰে যিদৰে চতুৰ্বৰ্ণ, আৰু চতুৰ্বৰ্ণৰ মাজতো পৰৱৰ্তী কালত গুণ কৰ্ম অনুযায়ী হোৱা বিভজিত হিন্দুসকলক বুজাইছিল, তেনেদৰে মিৰি, কছাৰী আদি উপজাতিসকলকো 'জাতি' শব্দটোৰে সামৰা হৈছিল। ট্ৰাইবেল আৰু হিন্দু সামন্তধৰ্মীয় সমাজব্যৱস্থাত ই আছিল গোষ্ঠী-বিভাজন। একোটা সুকীয়া জীৱিকা বৃত্তি অনুযায়ী (গুণ-কৰ্ম) জাতি বিভাজন অকল যে হিন্দু ধৰ্মতেই আছিল তেনে নহয়, এনে বিভাজনৰ প্ৰভাৱ ইছলাম ধৰ্মীয়সকলৰ মাজতো দেখা যায় (জোলা, মৰিয়া, মাইমাল আদি)। আহোম ৰাজত্বতো গুণ কৰ্ম অনুসৰি (ৰাজকীয় প্ৰয়োজনত) বৃত্তিয়াল খেল গঠন কৰিছিল।

ব্যৱহাৰিক বা ঐহিক জীৱনত জাতি বিভাজন তথা জাতিপ্ৰেম থাকিলেও ঈশ্বৰ উপাসনাৰ ক্ষেত্ৰত, বিশেষকৈ ঈশ্বৰৰ নাম লোৱা, কীৰ্তন আদিৰে নাম-ধৰ্ম পালন কৰাৰ ক্ষেত্ৰত নৱ বৈষ্ণৱ ধৰ্মত জাতিবিচাৰ নাছিল। তথাপি মনত ৰখা প্ৰয়োজন যে বহুতো প্ৰতিষ্ঠিত সত্ৰৰ কীৰ্তনঘৰত নাৰী আৰু নীহকুলীয়া বুলি চিহ্নিত কৰা কিছুমানৰ প্ৰৱেশাধিকাৰ ৰহিত আছিল। কেইখনমান সত্ৰত এনে বাধা আঁতৰ কৰা হয়— ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অংগীভূত হৰিজন আন্দোলনৰ ফলস্বৰূপে— স্বাধীনতা পোৱাৰ আগৰ দহবছৰমানৰ ভিতৰতহে। কোনে মাহ-চাউল প্ৰসাদ বিলাব তাকে লৈয়ো হোৱা বিবাদ বৃটিছ চৰকাৰৰ দিনত আদালত পোৱাৰ দৃষ্টান্তও আছে। এনেবোৰ নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰ তথা প্ৰচাৰৰ

আৰম্ভণিৰ সময়ৰপৰাই আছিল নে পিছত উদ্ভৱ হয় সেই সম্পৰ্কে বিচাৰ-অনুসন্ধানৰ এতিয়াও হোৱা নাই।*

বৰপেটা সত্ৰৰ ভকতৰ তালিকাত (১৬৫৭ শক, খ্ৰীঃ ১৭৩৫ খ্ৰীঃৰ আহাৰ মাহৰ ৪ তাৰিখে শিৱসিংহ ৰজাই দিয়া তামৰ ফলি), বিভিন্ন জাত-কুলৰ উল্লেখ পোৱা যায়; যথা, পুজাৰি, ভকত (সম্ভৱতঃ উদাসীন), কায়স্থ, কলিতা, কেওট, শালৈ, গণক, কুমাৰ, কোচ, নাপিত, সুঁড়ি, চমাৰ, ধোবা, যুগী, হাৰী, চণ্ডাল, ইত্যাদি। পাটবাউসী দামোদৰী সত্ৰৰ (১৬৩৯ শক, ১৭১৭ খ্ৰীঃ ১৬ ভাদ্ৰ, তামৰ ফলিত) কলিতা, হিড়া, মচুআ (মাছমৰীয়া), সুন্দৰীদিয়া সত্ৰৰ ক্ষেত্ৰতো (১৬৬০ শক, ১৭৩৮ খ্ৰীঃ)— তামৰ ফলিত কমাৰ, নাপিত, হিড়া আদিৰ উল্লেখ আছে। (ড° মহেশ্বৰ নেওগ সম্পাদিত প্ৰাচ্যশাসনাৱলী দ্ৰষ্টব্য)

১৯৩৪ ইং চনৰ ১৩ এপ্ৰিল তাৰিখে কামৰূপ জিলাবাসী নমঃশূদ্ৰ ৰাইজৰ পক্ষৰ পৰা জননেতা প্ৰয়াত বেলিৰাম দাসে মহাত্মা গান্ধীৰ ওচৰত দিয়া স্মাৰকপত্ৰত (অসম প্ৰকাশন পৰিষদে ১৯৮৪ ইং চনত প্ৰকাশ কৰা প্ৰয়াত লক্ষীধৰ বৰাৰ 'মুক্তিযুঁজৰ সোঁৱৰণ') আন কথাৰ লগতে উল্লেখ আছে যে কেইবাটিও মন্দিৰত তেওঁলোকৰ প্ৰৱেশাধিকাৰ নাছিল; মহাপুৰুষীয়া বা দামোদৰীয়া সত্ৰাদিৰ নামঘৰৰ দুৱাৰ তেওঁলোকৰ বাবে ৰুদ্ধ; "দুখৰ বিষয় এই যে ব্ৰাহ্মণসকলতকৈ শ্ৰীশঙ্কৰদেৱৰ শিষ্য মহাপুৰুষীয়াসকলেই আমাক (নমঃশূদ্ৰসকলক) বেছিকৈ ঘিনভাব দেখুৱায়।"

দৰাচলতে ধৰ্মীয় আচৰণবোৰ পৰম্পৰাগতভাৱে চলি অহা কথা। নৱ-বৈষ্ণৱ ধৰ্মৰ আচৰণৰ ক্ষেত্ৰত জাতিভেদ প্ৰথাৰ প্ৰভাৱৰ কথা বিচাৰ কৰিলে ওপৰোক্ত কথাবোৰ উপেক্ষা কৰা টান।

অসমৰ প্ৰতিগৰাকী নৱ-বৈষ্ণৱ ধৰ্মপ্ৰচাৰক তথা প্ৰৱৰ্তকে প্ৰচাৰিত ধৰ্ম তথা নামধৰ্মৰ ক্ষেত্ৰত সকলো মানুহ— আনকি সকলো প্ৰাণীৰে হৰিনাম লোৱাৰ অধিকাৰ দ্বিধাহীনভাৱে মানি লৈছে।

---

* *খ্ৰীঃ১৮৫১ত Asiatic Society Journal ত প্ৰকাশিত, কামৰূপ জিলাৰ দয়িত্বত থকা অসমৰ পলিটিকেল এছিস্টেণ্ট কমিছনাৰ কেপ্তেন ই.টি. ডেল্টনৰ The Mahapurushyasa, a sect of Vaishnavas in Assam টোকাটোত বৰপেটা সত্ৰৰ সম্পৰ্কত এনেদৰে কোৱা হৈছে "Mahapurashyas will not eat cooked food from the hands of a brother **Whose blood in not pure as their own.** Hindus of all castes are admitted into fraternity, and once admitted are, with the exception above noticed (সিজোৱা অন্ন গ্ৰহণ) associated with on equal terms by all the brethren, and there is nothing more remarkable about this sect than the firmness with which this bond of fraternity is maintainded, supporting each other through evil report or good report, bravely an generously. One of the most highly respected of Udasins is by caste a distiller of spirits. (শূড়ি) Amongst ordinary Hindus it would be considered degrading to man of caste to associate with such an individual, but now, as a Mahapurushya and a Udasin of acknowledged holiness, his origin in considered no disgrace to him."*

শ্ৰীশঙ্কৰদেৱে 'পাষণ্ড-মৰ্দন'ত কৈছে—

চণ্ডালে কৰিছে হৰি কীৰ্তন।
বুলিয়াঁ তাক নিন্দে অজ্ঞজন।।
তাক সম্ভাষণ যিজনে কৰে।
আজন্মৰ পূণ্য তেখানে হৰে।। ১৭।।

যিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্রে স্রৱে হৰিবাণী।।
সমস্ত তীৰ্থে কৰিল স্নান।
কৰিল সি সি তপ হোম দান।। ৪০।।

\+ + +

সেহিনে কুলীন বেদক বুজে
যাহাৰ মুখে হৰিনাম সীজে।। ৪১ ।।

\+ + +

পঞ্চম মহাপাপী যিটোজন
তাৰো প্ৰায়শ্চিত্ত হৰি কীৰ্তন।।৪৫।।

\+ + +

কুকুৰ খায় হেন ম্লেছ গণে।
সিয়ো শুদ্ধ হোৱে হৰি কীৰ্তন।। ৪৬।।

\+ + +

স্মাৰোক মাত্ৰ হৰি দিনে।
নবাছে ভকতি জাতি বিজাতি।। ৫৮।।

ভাগৱতৰ তাৎপৰ্যত কৈছে—

মহাপাপী অতি অধম জাতি।
তাকো নামে কৰে পবিত্ৰ আতি।। ১৭।।

উপৰি উক্ত উক্তিবোৰৰ মাজেৰে হৰিনামৰ মহাত্ম্য তুলি ধৰা হৈছে। কোৱা বাহুল্য যে এনেবোৰ কথা শ্ৰীমদ্ভাগৱততো আছে। কিন্তু বিচাৰ কৰিবলগীয়া কথাটো হ'ল—এনেবোৰ তত্ত্ব ব্যৱহাৰিক সমাজ জীৱনত কিদৰে বাস্তৱত প্ৰতিফলিত হৈছিল?

ইতিমধ্যে 'বেদাচাৰ' শিতানত হিন্দু সমাজ পদ্ধতিত ঐহিক বাস্তৱ জীৱনত সামাজিক আচৰণ, সংস্কাৰ আদিৰ লগতে স্মৃতি-নিবন্ধ আদিৰ কথা আলোচনা কৰা হৈছে। বেদাচাৰ বা বেদপন্থৰ মাজতেই জাতিভেদ প্ৰথাৰ যে প্ৰভাৱ আছে এই কথা স্মৃতি-নিবন্ধ আদিৰ বিধি-বিধানতে পোৱা যায়।

শ্ৰীমাধৱদেৱ উদাসীন আছিল। উদাসীন সংসাৰত্যাগী সন্ন্যাসীসকলৰ বাবে উক্ত বিধি-বিধানবিলাক সামগ্ৰিক হিন্দু সমাজব্যৱস্থাতেই অতি শিথিল আছিল। সেই গৰাকী শ্ৰীমাধৱদেৱেও কৈছে (নামঘোষা)—

*হৰিনাম ধ্বংজা কৰি বেদপথ পৰিহৰি*
*ফুৰে আতি পাষণ্ডসকল।*

ইহ পৰলোক ভ্ৰষ্ট হুৱা পেট পুষি মাত্ৰ
ফুৰে আতি পৰম নিষ্ফল।। ৫৭।।

**অন্ন যোনি কিছো নকৰে বিচাৰ**
**জাতিকুল ভৈলা ভ্ৰষ্ট।**
**বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়**
**বেদপন্থ কৰি নষ্ট।।**

হৰি হৰি হৰি কিনো ভৈলা আতি
কৃষ্ণৰ মায়াৰ বল।
হৰি ভকতৰ পন্থত কপট
পাতিলেক অমঙ্গল।। ২৯৬।।

চৰিতপুথিবোৰত এনেদৰে একমাত্ৰ ঈশ্বৰৰ নাম লৈ বেদপন্থ পৰিহৰা বিধৰ লোকক বৌধ বা বৌধমতীয়া বুলি কটাক্ষ কৰা হৈছে। সিকালত জাতৰ বিচাৰ আৰু জাত যোৱাৰ আতংক বৈষ্ণৱসকলৰ মাজতো তীব্ৰ বুলি চৰিতপুথিৰ বৰ্ণনাবোৰত ড° মহেশ্বৰ নেওগে কৰা সিদ্ধান্তৰ কথা ইতিমধ্যে কোৱা হৈছে।

**সম্ভৱতঃ অসমৰ সকলো ঠাইতে জাতিভেদ প্ৰথাৰ কঠোৰ প্ৰভাৱ নাছিল। য'তেই বৰ্ণহিন্দুপ্ৰধান সমাজ ত'তেই কঠোৰতা আছিল আৰু যিবোৰ ঠাইত হিন্দু হোৱা (Hinduised) জনজাতিৰ সংখ্যা সৰহ, তাতেই ই শিথিল আছিল। বৰ্ণহিন্দুসকলৰ সংখ্যা আৰু সামাজিক প্ৰাধান্য সকলোতে সমানে নাছিল। সামাজিক প্ৰাধান্যৰ প্ৰশ্নটোৰ লগত ৰাজকীয় পৃষ্ঠপোষকতাৰ কথাটোও জড়িত।** শ্ৰীমন্তশঙ্কৰদেৱকে ধৰি উল্লেখযোগ্য ধৰ্মপ্ৰবৰ্তক আৰু প্ৰচাৰকসকলে হিন্দু সমাজব্যৱস্থাৰ অধীনত থকা সমাজ পৰিমণ্ডলৰ মাজতে কাম-কাজ সীমিত ৰাখিছিল। ইয়াৰ ব্যতিক্ৰম, নামনি অসমৰ আছুতীয়া অঞ্চল (হেৰামদৈ) আৰু শ্ৰীমন্তশঙ্কৰদেৱৰ তিৰোধানৰ কিছুকালৰ পিছত উজনিত শ্ৰীবংশীগোপলদেৱ, শ্ৰীগোপালআতা (ভৱানীপুৰীয়া), শ্ৰীযদুমণি, শ্ৰীঅনিৰুদ্ধদেৱ আদি প্ৰচাৰকসকলেহে অনা-বৰ্ণহিন্দু নাইবা হিন্দুধৰ্মৰ মাজলৈ আগতে নহা উপজাতি-জনজাতিৰ সংস্পৰ্শলৈ আহিছিল।

শ্ৰীমন্তশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ আদি পুৰুষসকলৰ কালত গৃহীসকলৰ সমাজ আচৰণত জাতিভেদ প্ৰথা বিশেষকৈ আছিল। আনকি যিবোৰ তথাকথিত নীচ জাতিৰ লোকক শৰণ দিয়া হৈছিল— সেইসকলৰ বাবে নাম-ধৰ্মৰ দুৱাৰ উন্মুক্ত থাকিলেও বা তত্ত্বগতভাৱে উচ্চধৰ্মীয় মৰ্যাদা দিয়া হ'লেও ইয়ে ব্যৱহাৰিক জীৱনত বৰকৈ প্ৰভাৱ পেলোৱা বুলি ক'ব নোৱাৰি। শ্ৰীবংশীগোপালদেৱ, শ্ৰীযদুমণি, শ্ৰীঅনিৰুদ্ধদেৱ আদিয়ে উজনিলৈ কামৰূপৰ পৰা উভতি গৈ ধৰ্মপ্ৰচাৰ কৰিবলৈ গ'লত যিখন সমাজ পালে সি আছিল বৰ্ণহিন্দু বৰ কমকৈ থকা, অনা-হিন্দু জনজাতিমূলৰ জনগোষ্ঠীৰ সংখ্যা প্ৰাধান্য থকা সমাজ। অনা-হিন্দুৰ পৰা নৱ-বৈষ্ণৱ ধৰ্ম লোৱা 'পিছপৰা সম্প্ৰদায়' আৰু জনজাতিৰ

প্ৰাধান্য থকা সমাজত জাতিভেদ প্ৰথাৰ প্ৰাধান্য কম হোৱাটোৱে স্বাভাৱিক।

জনজাতি সমাজৰ পৰা নৱবৈষ্ণৱ ধৰ্মত শৰণ লোৱাসকলৰ সমাজ তথা নব-বৈষ্ণৱ সমাজত ব্যৱহাৰিক স্থান কি আছিল? জাতিভেদ প্ৰথাৰ শৃংখলাত সোমাই পৰিছিল নে নাই?

এই সম্পৰ্কে সম্ভৱতঃ স্থান বা সমাজভেদে বেলেগ ব্যৱস্থা হৈছিল যেন লাগে। এই ক্ষেত্ৰত আমি লিপিবদ্ধ সূত্ৰ বা নীতি বৰকৈ নাপাওঁ। এটা কথা লক্ষণীয় যে জনজাতি অনাহিন্দু সমাজত হিন্দুসমাজৰ দৰে 'অন্ন-যোনি' বিচাৰ কৰা জাতিভেদ প্ৰথা নাই। এই পৰিপ্ৰেক্ষিতত প্ৰশ্নটো বিচাৰযোগ্য।

লোকপিয়ল প্ৰতিবেদন ১৮৮১-ত আৰু ১৮৯১ চনত নগাঁও জিলাৰ ক্ষেত্ৰত এই সম্পৰ্কত তৎকালীন প্ৰশাসক জিলা উপায়ুক্ত এগৰাকীৰ এটা টোকা পোৱা যায়। তাত কোৱা হৈছে—

"**হিন্দু কৰণঃ** এইখন জিলাৰ আদিবাসী জনজাতিৰ যিবোৰে হিন্দুধৰ্ম লৈছে সেইবোৰ লালুং, কছাৰী আৰু কিছু পৰিমাণে মিকিৰ। মিকিৰৰ সংখ্যা কম। হিন্দুকৰণ পদ্ধতি নিম্নৰূপ—

— গোঁসাই বা তেওঁৰ শিষ্য-অনুগতই হিন্দু গাঁৱৰ সমীপত থকা আৰু মূল গাঁৱৰ পৰা নিলগত থকা আদিবাসী পৰিয়াল বাছি লয়, এই সকলক সঘনাই, হিন্দুধৰ্মই কিদৰে সহজে মুক্তি দিব পাৰে আৰু শৰণ ল'লে হিন্দু সমাজত কিদৰে অন্তৰ্ভুক্ত হ'ব পাৰে সেই কথা বুজায় আৰু পতিয়ন নিয়ায় যে গাহৰি আৰু আন নিসিদ্ধ খাদ্য (হিন্দুমতে) আৰু মদ খোৱা অভ্যাস এৰিলে হিন্দুধৰ্মত শৰণ লৈ সমাজৰ এজন হ'ব পাৰিব। এনেদৰে খোৱা-পিয়া-লোৱাৰ আৰু ধৰ্ম আচৰণৰ পদ্ধতিকো কিন্তু আগৰটোক এৰিহে গ্ৰহণ কৰিব লাগিব। এনে জনজাতি আদিবাসীবোৰ হিন্দুসমাজৰ গাঁৱৰ ওচৰতে বাস কৰে, তেনে সমাজৰ লোকে হীন চকুৰে চোৱা অৱস্থাৰ অৱসান বিচাৰে। ধৰ্মপ্ৰচাৰকৰ কথা শুনি শুনি যেতিয়া নিজৰ আগৰ ধৰ্মসমাজ পৰিত্যাগ কৰি হিন্দু ধৰ্ম ল'বৰ ইচ্ছা হয় তেতিয়া শৰণ ল'বলৈ মন মেলে। এটা নিৰ্দিষ্ট দিনত গোঁসায়ে তেনে ইচ্ছুকজনক সোধে যে তেওঁ আগৰ অভ্যাস আৰু আচাৰনীতি এৰি ভাল হিন্দু হ'ব মন কৰে নেকি? নে মাথোন শৰণহে ল'ব? নিজৰ খোৱা আৰু পানীয়ৰ অভ্যাস এৰিবনে? যদি খোৱা আৰু পানীয়ৰ আগৰ অভ্যাস আদি এৰি পূৰাকৈ হিন্দু হ'ব খোজে তেতিয়া এদিন বা দুদিন উপবাসে থাকি প্ৰায়শ্চিত্ত হ'ব লাগিব। তাৰবাবে অৱস্থাভেদে পাঁচ টকাৰ পৰা কুৰি টকালৈ খৰচ কৰিব লাগিব। এনে কৰিলে গোঁসায়ে তেওঁক শৰণ দি উপাসনা পদ্ধতি আৰু ধৰ্মীয় নিৰ্দেশ দিব। সেইদিনাৰ পৰা গোঁসায়ে শৰণ লোৱাজনৰ আধ্যাত্মিক পৰামৰ্শদাতাৰ ভূমিকা ল'ব। এনে নবাগত হিন্দুজনে আগৰ খোৱা-লোৱা বাচন-বৰ্তন আৰু ঘৰ-দুৱাৰ সলাই নকৈ ঘৰ সাজি বাচন-বৰ্তন (চৰু-হাৰী) লৈ হিন্দু সমাজৰ একোজন হয়।

— গোসাঁয়ে এনে নবাগতজনক এটা খেলত (নিৰ্দিষ্ট সমাজ) সুমুৱাই দিয়ে। তাত খেলৰ আনবোৰ লগত সমানভাৱে খোৱা-মেলা, চলা-ফুৰা কৰিব পাৰে। তাৰ পিছত নবাগতজনে এই নতুন খেলৰ সমাজক এটা ভোজ দিয়ে। নবাগতজনে খোৱা-পিয়াৰ

আগৰ অভ্যাস একেবাৰে ত্যাগ কৰা বুলি যদি খেলৰ আনবোৰে পতিয়ন যায়, তেতিয়া তেওঁ সেই সমাজৰ এজন হৈ পৰে। জাতি প্ৰথাৰ ক্ষেত্ৰত এনেজনক 'সৰু কোচ' পৰ্যায়ত ধৰা হয়। পোনতে শৰণ লোৱাজনৰ পৰা তিনি পীৰিলৈ এনেদৰে 'সৰু কোচ' হৈ থাকি পিছত আন কোচসকলৰ এজন হৈ সমাজত স্থান পায়।" (পৃঃ ২২৬, অধ্যায়— দশম; জাতি-উপজাতি ইত্যাদি ঃ লোকপিয়ল ১৮৯১, ভলিউম ১)

কামৰূপ (অবিঃ) তথা নামনি অসমতো কম-বেছি পৰিমাণে হিন্দুকৰণ বা জনজাতিক নববৈষ্ণৱ ধৰ্মত শৰণ দিয়া পদ্ধতি একেই।

উজনি অসমত এটা উপজাতি-জনজাতিক দিয়া শৰণৰ সম্পৰ্কে ১৮৯১ খ্ৰীঃৰ লোকপিয়লত আছে—

"উজনি অসমত এওঁলোক (এটা বিশেষ উপজাতি).... গোঁসাইৰ শিষ্য। তেওঁলোকে নিজকে হিন্দু বুলি পৰিচয় দিয়ে। এনে ন-শৰণীয়াসকলে শৰণ লোৱাৰ সময়ত গোসাঁয়ে কেতবোৰ নীতিকথা যথা— 'পিতা-মাতাৰ কথা শুনিবা,' 'তেওঁলোকৰ গাত হাত নুতুলিবা', 'বয়োজ্যেষ্ঠসকলক সন্মান কৰিবা,' 'মিছা কথা নক'বা', ইত্যাদি শুনায় আৰু পবিত্ৰ জল গাত চটিয়াই দিয়ে আৰু আশীৰ্বাদ কৰি নিজৰ মাননিখিনি লৈ গুচি যায়। ইয়াতকৈ বেছি তেওঁলোকৰ পুৰণি পৰম্পৰাৰ ধৰ্মবিশ্বাস আচৰণত হস্তক্ষেপ নকৰে। গাহৰি বা মদ খাবলৈ মানাও নকৰে।" (পৃঃ ২৩৩, Census 1891 Report : Vol. I, Chapter X)

এনে শৰণ লোৱাৰ উদ্দেশ্য হ'ল— 'অভকতীয়া' নামটো গুচাবলৈকেহে, কাৰণ অভকতীয়াক ওচৰ-চুবুৰীয়া গাঁৱৰ মানুহে ঘিণ কৰে। এনে ধৰ্মান্তৰত আচলতে আচৰণৰ সলনি নহয়।

উল্লেখনীয় যে ' অশৰণীয়াৰ পো' অসমীয়াত এটা গালি বুলি পৰিগণিত আছিল।

অঞ্চল বিশেষে, জনসমষ্টি গাঁথনি বিশেষে শৰণ ব্যৱস্থা বা সামাজিক আচৰণৰ ৰূপ বেলেগ বেলেগ আছিল। য'ত উচ্চ-বৰ্ণ-প্ৰাধান্যৰ হিন্দু সমাজব্যৱস্থা আছিল তাত নকৈ শৰণ লোৱাসকলে সামাজিক আৰু ব্যক্তিগত আচৰণৰ ক্ষেত্ৰত কঠোৰ অনুশাসনৰ মাজেৰে নতুন ধৰ্মীয় অনুশীলন কৰিছিল। যিখন সমাজত উচ্চবৰ্ণৰ প্ৰাধান্য কম বা নাছিল তাত নামধৰ্ম ল'লেও আচৰণৰ ক্ষেত্ৰত আগৰ বিশ্বাস আৰু আচৰণ সম্পূৰ্ণভাৱে বৰ্জন তথা সলনি কৰাৰ বাধ্যবাধকতা তেনেকৈ নাছিল।

ন-শৰণীয়াবোৰৰ হিন্দুসমাজত অৱস্থান ক'ৰবাত যিদৰে শূদ্ৰশ্ৰেণীৰ ভিতৰতো নীচ আছিল ক'ৰবাত আকৌ তেওঁলোকৰ ওপৰত তেনে জাতিভেদ প্ৰথাৰ প্ৰভাৱ বৰ কম আছিল।

নৱ-বৈষ্ণৱ ধৰ্মই সামাজিক আচৰণৰ ক্ষেত্ৰত জাতিভেদ প্ৰথাৰ প্ৰভাৱ নোহোৱা কৰা বুলি সামগ্ৰিকভাৱে সিদ্ধান্ত কৰিব নোৱাৰি। বৰঞ্চ কোনো ক্ষেত্ৰত আগতে জাতিভেদ প্ৰথাৰ বন্ধনত নথকা জনজাতি বা অনাহিন্দু লোকে শৰণ লোৱাৰ পিছত ন-শৰণীয়া হৈ জাতিভেদৰ প্ৰথাৰ মাজত আবদ্ধ হৈছিল। পাৰিপাৰ্শ্বিকভাৱে বৰ্ণহিন্দু সমাজ ব্যৱস্থাৰ প্ৰাধান্য থকা-নথকাৰ ওপৰতহে সমগ্ৰ কথাটো নিৰ্ভৰশীল, ধৰ্মতত্ত্বৰ ওপৰত তেনেকৈ নিৰ্ভৰশীল নহয় বুলি ধাৰণা কৰিব পাৰি।

অসমৰ অনাহিন্দু আদিবাসী তথা জনজাতিসকলে পিতৃ-পিতামহৰ আগৰ ধৰ্মটো এৰি নতুন ধৰ্ম নৱ-বৈষ্ণৱ হিন্দু (পৰৱৰ্তী কালত— খ্ৰীষ্ট বা ইছলাম) গ্ৰহণ কৰাৰ কাৰণবোৰ কি এই সম্পৰ্কে চিন্তাচৰ্চাৰ থল আছে। মাথোন পৰকাল বা আধ্যাত্মিক আদি কাৰণতকৈয়ো আৰ্থ সামাজিক কাৰণটোৱে গুৰুত্বপূৰ্ণ। ব্যৱহাৰিক বা ঐহিক জীৱনত উন্নততৰ আৰ্থসামাজিক পৰিৱেশ আৰু সামাজিক নিৰাপত্তাৰ (জীৱন-জীৱিকা; জনস্বাস্থ্য; অৰ্থনৈতিক সচলতা আৰু জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা) সম্ভাৱনা বা সুবিধা প্ৰাপ্তিৰ হাবিয়াসেই ইয়াৰ মুখ্য কাৰণ।

অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম পিছৰ কালত চাৰিটা সংহতিত ভাগ হোৱা, আনকি একেটা সংহতিভুক্ত সত্ৰবোৰৰ গুৰু আৰু শিষ্যসেৱকৰ মাজৰ সামাজিক আৰু ব্যক্তিগত আচৰণৰ ৰীতি-নীতিৰ তাৰতম্য আদিৰ কাৰণে এফালৰ পৰা চাবলৈ গ'লে একেটাই— জনসমষ্টিৰ গাঁথনি আৰু চৰিত্ৰৰ বিশেষত্ব।

জাতিভেদ প্ৰথা নোহোৱা কৰা বা জাতিভেদ প্ৰথা বৰ্তাই ৰখাৰ মাজেদি সামগ্ৰিকভাৱে নৱ-বৈষ্ণৱ ধৰ্মই সামৰা সমাজখন গঢ় লোৱা— এই দুয়োটা পৰস্পৰ বিপৰীত সিদ্ধান্তৰ কোনো এটাকে একক বুলি মানি ল'ব নোৱাৰি।

সাম্প্ৰতিক কালত জাতিভেদ প্ৰথাৰ কঠোৰতা হ্ৰাসৰ এটা মুখ্য কাৰণ হ'ল সমাজব্যৱস্থাৰ ক্ৰমাগত পৰিৱৰ্তন। যি ধৰ্ম, যি জাতি, যি কুলৰে নহওক স্বাধীন ভাৰতৰ প্ৰতিজন নাগৰিকৰ গণতান্ত্ৰিক অধিকাৰৰ আৰু সম মৰ্যাদাৰ অধিকাৰ সমান। পুৰণিকলীয়া সামন্তধৰ্মী সমাজত এনে অৱস্থা নাছিল। নতুন অৱস্থাই পুৰণি সংস্কাৰৰ শোধনৰ প্ৰক্ৰিয়া আৰম্ভ কৰিছে। স্বাধীনতাৰ আগৰ কালতো অসমত ত্ৰিশৰ দশকৰ পৰা হোৱা হৰিজন আন্দোলনৰ (স্বাধীনতা সংগ্ৰামৰ লগত যুক্ত) প্ৰভাৱেও জাতিভেদ প্ৰথাৰ কঠোৰতা হ্ৰাস আৰু অনাহিন্দু জনজাতিক হিন্দুধৰ্মলৈ অনাত সহায় কৰিছিল। তত্ত্বগতভাৱে নৱ-বৈষ্ণৱ ধৰ্মৰ ঈশ্বৰ উপাসনাৰ নামধৰ্মৰ অধিকাৰে ধৰ্মপ্ৰচাৰকসকলক উৎসাহিত কৰিছিল যদিও তাক জাতিভেদ প্ৰথাৰ হ্ৰাসৰ একমাত্ৰ কাৰক বুলি ধৰিব নোৱাৰি। আগতে কৈ অহা সমাজ ব্যৱস্থাৰ সামগ্ৰীক পৰিৱৰ্তনৰ প্ৰভাৱ নৱ-বৈষ্ণৱ ধৰ্মৰ আগৰ প্ৰবৰ্তিত সংস্কাৰবোৰৰ ওপৰতো পৰা স্বাভাৱিক।

ধৰ্মপ্ৰচাৰেই একমাত্ৰ উদ্দেশ্য নহৈ গোঁসাই-মহন্ত সকলৰ কিছুমানে এই কামক জীৱিকাৰ উপায় তথা অৰ্থকৰী ধন-সম্পদ আৰ্জনৰ ব্যৱসায় (Profession বা Trade) ৰূপে লোৱা কথাটোৱেয়ো জনজাতি আদি লোকসকলৰ মাজত নৱ-বৈষ্ণৱ ধৰ্ম বিস্তাৰ হোৱাত সহায়ক হৈছিল।

# ইছলাম সংস্কৃতি

চৌদ্ধশ-পোন্ধৰশ শতিকাৰ পৰাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনগাঁথনিত বৌদ্ধ, হিন্দু বা জনজাতিয়ে পৰম্পৰানুযায়ী চলা ধৰ্মমত আৰু জীৱন-প্ৰণালীৰে গাতে গা লগাই বাস কৰিছিল। ইয়াৰ উপৰিও একেদৰে বাস কৰা মুছলমান ধৰ্মমত আৰু জীৱন-প্ৰণালীৰে বাস কৰা জনগোষ্ঠীও আছিল। এইসকলৰ এভাগ বৰ্ণহিন্দুসকলৰ দৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰ পৰা সময়ে সময়ে প্ৰব্ৰজন কৰি অহা আৰু এভাগ ইয়াৰ অধিবাসী-আদিবাসীয়ে ইয়াতে সেই ধৰ্ম গ্ৰহণ কৰা লোক। কোন ভাগৰ সংখ্যা কিমান আছিল তাক ঠাৱৰ কৰা টান। কিন্তু এই কথা অনস্বীকাৰ্য যে সেই সময়তো মুছলমান ধৰ্মাৱলম্বী লোকৰ সংখ্যা ব্ৰহ্মপুত্ৰ উপত্যকাত নিচেই তাকৰ নাছিল। মুছলমান তথা ইছলাম ধৰ্মাৱলম্বীসকলৰ মাজতো পন্থাৰ বিভেদ আছে (যথা, চুফী, চুন্নি, চিয়া, আহমদীয়া আদি)। ব্ৰহ্মপুত্ৰ উপত্যকাত বিস্তাৰ লাভ কৰা ইছলাম ধৰ্মৰ কোনটো পন্থৰ লোক কিমান এই সম্পৰ্কে আলোচনা তেনেকৈ হোৱা নাই; খনকা বা মাজাৰবোৰ বা পীৰৰ থানবোৰক ধৰ্ম সম্প্ৰদায় নিৰ্বিশেষে সকলোৱে শ্ৰদ্ধা কৰে।

চুবুৰীয়া ভাটীৰ গৌড়দেশ বা বংগদেশ আলোচ্য সময়ত মুছলমান (পাঠান) শাসকৰ অধীনত আছিল। তাৰে বহুতো জনজাতি আৰু হিন্দু সমাজৰ লোকে ইছলাম ধৰ্ম গ্ৰহণ কৰিছিল। হিন্দু বেদাচাৰী বৰ্ণবাদী সমাজৰ কঠোৰতা (অকল ঈশ্বৰ উপাসনাৰ ক্ষেত্ৰতেই নহয়, আৰ্থ-সামাজিক জীৱন-প্ৰণালীৰ ক্ষেত্ৰতো) বা ৰাজানুগ্ৰহ লাভ এনে ধৰ্মান্তৰৰ কাৰণ বুলিব পাৰি।

কমতা কামৰূপ ১৫শ শতিকাৰ আগতে কেবাবাৰো পাঠান-মুছলমান শাসকৰ দ্বাৰা আক্ৰমিত আৰু পৰাভূত হৈছিল। এনে আক্ৰমণ বা আধিপত্য ব্ৰহ্মপুত্ৰ উপত্যকাৰ দৰং অঞ্চললৈকে বুজন সময়ৰ কাৰণে হৈছিল। বুৰঞ্জীবিদ গৱেষকে কয় যে তেৰ শতিকাত অহা বক্তিয়াৰ খিলিজীৰ উপৰিও চুলতান গিয়াছুদ্দিন বাহাদুৰ ছাহে (খ্ৰীঃ ১৩২০-২১ নগাঁও জিলা পৰ্যন্ত আক্ৰমণ কৰিছিল (এই জিলাৰ ৰূপাইবাৰীত তেওঁৰ মুদ্ৰা পোৱা গৈছিল) তাৰ পিছত চুলতান চিকান্দাৰ ছাহ (খ্ৰীঃ ১৩৫৭) চুলতান গিয়াছুদ্দিন আবুল মুজফৰ আজম ছাহ (খ্ৰীঃ ১৩৮৯) আৰু হুছেইন ছাহ (খ্ৰীঃ ১৪৯০-১৫২৯) আদি এনে আক্ৰমণকাৰীৰ নাম উল্লেখনীয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাটিৰপৰা উজনিৰ কিমানলৈ কিমান সময়ৰ বাবে এওঁলোকৰ আধিপত্য আছিল সি অন্যত্ৰ বিচাৰ্য।[১] বৰ্তমান কামৰূপ জিলাৰ হাজো অঞ্চল মুছলমান শাসকসকলৰ গুৰুত্বপূৰ্ণ কেন্দ্ৰ আছিল।

এনে আক্ৰমণকাৰীসকলৰ লগত বা আধিপত্যৰ কালত কেবাগৰাকীও ইছলাম ধৰ্মপ্ৰচাৰক আহিছিল আৰু ধৰ্মপ্ৰচাৰ কৰিছিল। অসমৰ বুৰঞ্জীয়ে দেখুৱায় যে এনে ধৰ্ম প্ৰচাৰকসকলৰ লগত বৈষ্ণৱ বা হিন্দু বা আন ধৰ্ম প্ৰচাৰকসকলৰ কিম্বা বিভিন্ন ধৰ্মাবলম্বী মানুহৰ খকা-খুন্দা লগা নাছিল। পিছৰ কালৰ আজান ফকীৰৰ ওপৰত হোৱা ৰজাঘৰীয়া নিগ্ৰহক ধৰ্ম পক্ষপাতিত্বমূলক বুলি ধৰিব নোৱাৰি। কাৰণ আহোম ৰজাঘৰে একে সময়তে সত্ৰ-মহন্তসকলকো নিগ্ৰহ কৰিছিল।

মন কৰিবলগীয়া কথাটো হ'ল হাজোৰ ওচৰৰ গৰুড়াচল পৰ্বতত মুছলমানৰ পবিত্ৰ স্থান পোৱামক্কা অৱস্থিত। গৰুডাচলৰ ওচৰত শ্ৰীদামোদৰদেৱৰ পিতৃ-পুৰুষে বাস কৰাৰ কথা তেৰাৰ জীৱনীত কোৱা হৈছে। শ্ৰীমন্তশঙ্কৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰেও গৌড়-কমতাৰপৰা আহি পোনতে এই অঞ্চলতেই বসতি পাতিছিল।

ঈশ্বৰ একেগৰাকী। তেওঁ সকলো শক্তিৰ আধাৰ আৰু সকলোবোৰ তেওঁৰ দ্বাৰা নিয়ন্ত্ৰিত ইত্যাদি একেশ্বৰবাদী ধাৰণাৰ (monism) যিদৰে প্ৰভাৱ বিয়পে তেনেদৰে 'ঈশ্বৰ আৰু প্ৰতিজন মানুহৰ মাজৰ সম্পৰ্ক সমান, এই ক্ষেত্ৰত কেৱে ওখ কেৱে চাপৰ নহয়,' এনেবোৰ মানৱীয় ধাৰণাৰো প্ৰসাৰ ঘটে। প্ৰাৰ্থনা কৰাৰ অধিকাৰ সকলোৰে যে সমান— এনেবোৰ ধাৰণাই হিন্দু-মুছলমান জনসমাজত গা কৰি উঠে। হিন্দু সমাজত ই ভক্তি আন্দোলন বুলি জনাজাত।

আনটি মন কৰিবলগীয়া কথা হ'ল ধৰ্মীয় শাস্ত্ৰ চৰ্চা আদিৰ ক্ষেত্ৰত বৰ্ণহিন্দুসকলৰ এদনীয়া ভাষা; সংস্কৃত ভাষাৰ একাধিপত্যৰ ঠাইত বিভিন্ন থলুৱা ভাষাত শাস্ত্ৰ ধৰ্মচৰ্চা আৰম্ভ হয়। নানক, ৰামানন্দ, কবিৰ, দাদুৰপৰা আৰম্ভ কৰি শ্ৰীচৈতন্য শ্ৰীমন্তশঙ্কৰদেৱ আদি ধৰ্ম প্ৰচাৰকসকলৰ ভক্তিধৰ্ম প্ৰচাৰ এনে থলুৱা ভাষাৰ মাধ্যমেৰে জনসাধাৰণৰ মাজত হ'বলৈ ধৰে। মুছলমান আৰু হিন্দুৰ চিৰাচৰিত আনুষ্ঠানিক (Ritualism) আৰু জটিল পদ্ধতিবোৰৰ সৰলীকৰণৰ প্ৰক্ৰিয়া এটাৰো প্ৰচলন হয়। মৌলবাদী সংঘাতৰ সলনি ধৰ্মীয় মানৱতাবাদৰ সহনশীল সহাৱস্থানৰ বাতাৱৰণৰ সৃষ্টি হয়। সম্ৰাট আকবৰৰ 'দিনইলাহী' ধৰ্মীয় ধাৰণাৰ ভিত্তিও এয়ে। বৌদ্ধধৰ্মীয় পদ্ধতি আৰু বৌদ্ধধৰ্মাবলম্বী আৰ্থ-সামাজিক প্ৰণালীত জাত-কুল-বৰ্ণৰ ভূমিকা নাছিল আৰু হিন্দুবৰ্ণবাদী সমাজপ্ৰণালীৰ ই বিপৰীত আছিল। হিন্দুবৰ্ণবাদী সমাজব্যৱস্থাত সমাজৰ নিম্নশ্ৰেণীৰ তথা শূদ্ৰসকলৰ ভূমিকা আছিল শ্ৰমকাৰীৰ। স্মৃতিৰ বিধানমতে এওঁলোকৰ একমাত্ৰ কৰ্তব্য আছিল দ্বিজাতি তথা ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ সেৱা কৰাটো। বৌদ্ধধৰ্মই কালত ৰাজশক্তিৰ পৃষ্ঠপোষকতা পোৱাত শূদ্ৰাদি শ্ৰেণীৰ মাজত ইয়াৰ প্ৰচাৰ, প্ৰসাৰণ আৰু জনপ্ৰিয়তা বৃদ্ধি পাইছিল। তাৰ পিছত আকৌ যেতিয়া হিন্দুধৰ্মৰ মাজত বিভাজন ঘটিল, বহুতো গৱেষকৰ ধাৰণা যে দক্ষিণাত্যত পোনতে উদ্ভৱ হোৱা ভক্তিবাদৰ ওপৰত ইছলামিক ধাৰণাৰ প্ৰভাৱ পৰিছিল।[২]

ভাৰতত ইছলাম ধৰ্মীয় ৰাজক্ষমতাৰ অংকুৰণ ঘটিল আৰু সমাজৰ নিম্নবৰ্গৰ মাজত ইছলাম ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰণ ঘটিল। পৰৱৰ্তী কালত বৈষ্ণৱী ধাৰণাক অৱলম্বন কৰি হিন্দুধৰ্মৰ প্ৰসাৰণ হ'বলৈ ধৰিলে। হিন্দুবৰ্ণবাদী চিন্তাধাৰাৰ লগত বৌদ্ধধৰ্মীয় জীৱনবোধ আৰু ইছলামধৰ্মীয় সামাজিক মূল্যবোধৰ চিন্তাৰ সমন্বয় আৰম্ভ হ'ল। উদাৰ আৰু

মানৱতাবাদী একেশ্বৰবাদী নামধৰ্ম এনে চিন্তা সমন্বয়ৰ ফল বুলি ভাবিব পাৰি।

বৈষ্ণৱচিন্তা আৰু ইছলাম ধৰ্মৰ মাজত থকা ধাৰণাৰ মিলখিনি শ্ৰীমাধৱদেৱৰ নামঘোষা আৰু জাৰি-জিকিৰবোৰত দেখা যায়। সম্ভৱতঃ ১৪/১৫ শতিকাত উত্তৰ পূব ভাৰতত ইছলামৰ উদাৰপন্থৰ প্ৰাধান্য আছিল আৰু বৈষ্ণৱ ধৰ্মৰ মানৱতাবাদী তত্ত্ব জনপ্ৰিয় আছিল। বংগদেশ, বিহাৰ, অসম আদি অঞ্চলত সেয়ে দুই ধৰ্মৰ (হিন্দু আৰু মুছলমান) মাজত ধৰ্মবিবাদ-বিৰোধৰ ঘটনা বুৰঞ্জী বা চৰিতপুথি আদিত নাপাওঁ। বৰঞ্চ কবিৰক যবন বা মুছলমান বুলি জানিও তেখেতক শ্ৰীশঙ্কৰদেৱে দৈৱিক মৰ্যাদা দিয়াৰ কথা চৰিতপুথিত পোৱা যায়।[৩] দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ সময়ত শ্ৰীশঙ্কৰদেৱে কবিৰৰ ভেঁটিত পদাৰ্পণ কৰিছিল। এই কথাৰ বাবে 'পথে আতৈসৱে বোলে কবিৰ দহো জবন বুলি সুনু ঃ কিয় সোমাল কি অন্বই।। বোলে **কবিৰ গোচাই ঈশ্বৰ অৱতাৰ বিৰাট ব্ৰহ্মৰ অংশে আছিছে।।** + +, (বাটত আতৈসকলে সুধিলে, কবিৰ দেখোন যবন বুলি শুনিছো, কিয় তেওঁৰ ভেঁটিত সোমাল, কি বিচাৰ। শ্ৰীমন্তশঙ্কৰদেৱে ক'লে কবিৰ গোঁসাই ঈশ্বৰ অৱতাৰ, বিৰাট ব্ৰহ্মাৰ অংশ লৈ জন্মিছে।)

জনসংখ্যাৰ কিমান ইছলাম ধৰ্মাৱলম্বী, বৰ্ণবাদী হিন্দু আৰু পিছপৰা হিন্দু সমাজৰ লোকে ১৫শ শতিকাৰ ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিছিল— সেই সম্পৰ্কে সঠিক অনুমান কৰা অতিশয় কঠিন। ইং ১৮৯১ চনত বৃটিছ ৰাজত্বত কৰা লোকপিয়লৰ তথ্যৰ ভিত্তিতে ইয়াৰে তিনিশ বছৰৰ আগৰ অৱস্থা অনুমান কৰাৰ বাহিৰে উপায় নাই। কিন্তু এইকথা সৰ্বতোপৰি মনত ৰখা দৰকাৰ যে ১৫ শতিকাৰ পৰৱৰ্তী কালতো কেবাবাৰো মুছলমান ৰাজশক্তিয়ে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বহু ঠাই আক্ৰমণ বা অধিকাৰ কৰিছিল আৰু ১৯ শ শতিকাৰ আৰম্ভণিত (গোৱালপাৰাত খ্ৰীঃ ১৭৬৫ত) বৃটিছ শাসনত অসমলৈ বিভিন্ন ধৰ্ম জাতিৰ লোকে প্ৰব্ৰজন কৰিছিল। তথাপিও উক্ত তথ্য অনুসৰি আজিৰ পৰা ছয়কুৰি বছৰ আগৰ ধৰ্মীয় জনবিন্যাসৰ ৰূপটো ধাৰণা কৰিব পাৰি; যথা,—

| জিলা | বৰ্ণহিন্দু | পিছপৰা হিন্দু | জনজাতি মুছলমান |
|---|---|---|---|
| গোৱালপাৰা | ১৬ হাজাৰ | ৩ লাখ ৭০ হাজাৰ | ১ লাখ ২২ হাজাৰ |
| কামৰূপ | ২ লাখ ২৩ হাজাৰ | ৩ লাখ ২ হাজাৰ | ৫২ হাজাৰ |
| দৰং | ৪৫ হাজাৰ | ১ লাখ ৬৪ হাজাৰ | ১৭/১৮ হাজাৰ |
| নগাঁও | ৬৮ হাজাৰ | ২ লাখ ৩১ হাজাৰ | ১৩ হাজাৰ |
| শিৱসাগৰ | ৭৭ হাজাৰ | ২ লাখ ৬০ হাজাৰ | ১৮ হাজাৰ |
| লখিমপুৰ | ১২ হাজাৰ | ১ লাখ ৩১ হাজাৰ | ৬ হাজাৰ |

*(* ইয়াত চাহ-মজদুৰ সম্প্ৰদায়ক ধৰা হোৱা নাই।।)*

ব্ৰহ্মপুত্ৰ উপত্যকাত ভাৰতৰ আন আন ঠাইৰ দৰে অধিবাসীবোৰ মিশ্ৰিত জনগোষ্ঠী আৰু মিশ্ৰিত সংস্কৃতিৰ। আজিৰ দৰে অতীজতে তথা পোন্ধৰ শতিকাতো পৰিস্থিতি কম-বেছি একে ধৰণৰ আছিল। ওঠৰ শতিকাৰ শেষ বা মধ্যভাগত আহোম ৰজাঘৰে ৰাজশক্তি প্ৰয়োগৰ দ্বাৰা ধৰ্মত হস্তক্ষেপ কৰাৰ বাহিৰে ৰজাঘৰে কোনো এটা ধৰ্মৰ সপক্ষে বা বিপক্ষে

থিয় হোৱাৰ ঘটনা বিৰল। অথচ ইয়াত ইছলাম ধৰ্মাৱলম্বী, শাক্ত ধৰ্মাৱলম্বী বা জনজাতি পৰম্পৰা মানি চলা ধৰ্মাৱলম্বী শাসকে ৰাজত্ব কৰি গৈছিল। থাওকতে ক'বলৈ গ'লে ৰজাঘৰ আছিল ধৰ্মনিৰপেক্ষ। নিজৰ ৰাজধানী বা ৰাজদৰবাৰত ধৰ্মচৰ্চাৰ সুযোগ দিয়া, ধৰ্ম গুৰুসকলক বিশিষ্ট প্ৰজা হিচাপে মৰ্যাদা প্ৰদান বা পৃষ্ঠপোষকতা কৰাৰ উদাহৰণ দেৰ পোৱা যায়।

গৌড়দেশৰ নবাব হুছেইন ছাহ ইছলাম ধৰ্মাৱলম্বী আছিল। তেওঁৰ ৰাজত্বকালত বংগদেশত বহুতো নিম্নবৰ্গৰ হিন্দু আৰু জনজাতিয়ে মুছলমান ধৰ্ম গ্ৰহণ কৰে। বুজন সময়ৰ বাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বৰ্তমানৰ অ-বিভক্ত কামৰূপ, গোৱালপাৰা বা এতিয়াৰ দৰং জিলা এইজনা শাসকৰ অধীনত আছিল।

অনুমান কৰিব পাৰি যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সৰহভাগতে বৰ্ণহিন্দুসকলৰ আধিপত্য নাছিল। ইয়ালৈ যিবোৰ ইছলাম ধৰ্মপ্ৰচাৰক আহিছিল সেইসকলৰো ধৰ্মমত গোড়া মৌলবাদী নাছিল।

**সমাজৰ ধৰ্মপ্ৰচাৰকসকল যেতিয়া ন্যস্ত স্বাৰ্থৰ দ্বাৰা প্ৰভাৱিত হয়, এনে ধৰ্মপ্ৰচাৰৰ লগত ৰাজনৈতিক ন্যস্ত স্বাৰ্থ তথা অৰ্থ-স্বাৰ্থ জড়িত হয় তেতিয়াহে গোড়া মৌলবাদৰ উদ্ভৱ প্ৰৱলভাৱে দেখা যায়।**

কোচ ৰাজশক্তিৰ অভ্যুত্থান হয় জনজাতি সমাজৰ পৰা। বিশ্বসিংহ বা নৰনাৰায়ণৰ হিন্দু ধৰ্মৰ প্ৰতি ভাল ভাব আছিল। নৰনৰায়ণ আৰু চিলাৰায়ক হিন্দু ধৰ্মৰ কেন্দ্ৰ বাৰাণসীত শিক্ষা ল'বলৈ পঠাইছিল; কিন্তু নৰনাৰায়ণৰ দৃষ্টিভংগী ধৰ্মনিৰপেক্ষ আছিল। তেওঁ ধৰ্ম প্ৰচাৰকসকলক ৰাষ্ট্ৰৰ স্বাৰ্থৰপৰা বিচাৰ কৰিছিল। সেয়ে গোহাঁই-কমল আলিৰ উত্তৰে বাস কৰা বড়ো-কছাৰীসকলক নিজমতে সেৱা-পূজা কৰিবলৈ আৰু দক্ষিণে বাস কৰা হিন্দুসকলক নিজমতে ধৰ্মাচৰণ কৰিবলৈ বিধান দিছিল। একেজনা ৰজাই শাক্ত ধৰ্মানুষ্ঠান মন্দিৰ আদিক, বৈষ্ণৱ ধৰ্মগুৰুসকলক আৰু জনজাতিৰ লোকক সমানে পৃষ্ঠপোষকতা কৰিছিল।[৪]

ধৰ্মীয় বিষয়ত প্ৰভাৱশালী লোকসকলক স্বীকৃতি আৰু সুবিধা দি ৰাজ্যত ৰাজানুগত বিশিষ্ট প্ৰজা হিচাপে থাপি থোৱা ৰাষ্ট্ৰ পৰিচালনাৰ এটা কৌশল। কোৱা বাহুল্য যে ই সামন্তবাদী শাসনৰ এটা অংগ। হিন্দু ৰজাই মুছলমান বিশিষ্ট প্ৰজাক বা অতি গোড়া মুছলমান বুলি খ্যাত আওৰংজেবৰ দৰে সম্ৰাটেও হিন্দু বিশিষ্ট প্ৰজাক (কামাখ্যাৰ ব্ৰাহ্মণক) ধৰ্মীয় কাৰণত পৃষ্ঠপোষকতা কৰাৰ উদাহৰণ ভাৰতৰ আন ঠাইৰ দৰে ব্ৰহ্মপুত্ৰ উপত্যকাতো দেখা যায়।[৫]

পোন্ধৰ শতিকাৰ আগতেও আৰু পিছতো যিবোৰ ইছলাম ধৰ্মপ্ৰচাৰক আহিছিল সেইসকলৰ সৰহভাগেই ছুফী সম্প্ৰদায়ৰ আছিল। এইসকলৰ দৰ্শন অধিক উদাৰ আৰু ভক্তিবাদী ধৰণৰ আছিল।

আধুনিক যুগত শ্ৰীমন্তশঙ্কৰদেৱ আৰু নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰণ সম্পৰ্কে, প্ৰয়াত (সকল) লক্ষ্মীনাথ বেজবৰুৱা, কালিৰাম মেধি, ডিম্বেশ্বৰ নেওগ, ড° মহেশ্বৰ নেওগ, ৰাজমোহন নাথ আদিয়ে এই ধৰ্ম প্ৰসাৰণৰ আগৰ কালৰ বা সমকালৰ বৌদ্ধ, শৈৱ, শাক্ত

বা জনজাতিৰ ধৰ্মৰ কিছু কথা আলচ কৰিছে। ড° বাণীকান্ত কাকতিদেৱেও এনেবোৰকে আলোচনা কৰিছে। কিন্তু উক্ত সময়ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত থকা ইছলাম ধৰ্মৰ কথা এনে চৰ্চাৰ পৰা বাদ পৰি আছে। অথচ ত্ৰয়োদশ শতিকাৰপৰাই ইছলাম ধৰ্মৰ প্ৰভাৱ কম-বেছি ধৰণে যে ব্ৰহ্মপুত্ৰ উপত্যকাত আছে সি অকল ইতিহাসৰ পৰাই নহয়, চৰিতপুথি কিছুমানৰ পৰাও জনা যায়। ইবোৰত ক'তো ধৰ্মজনিত সংঘৰ্ষ বা সংঘাতৰ দৃষ্টান্ত পোৱা নাযায়। দীৰ্ঘকাল সহাৱস্থানৰ ফলত বিশ্বাস, আচাৰ-আচৰণ আদিৰ মিল (সমন্বয়) বহুক্ষেত্ৰতে হোৱা স্বাভাৱিক। এতিয়ালৈকে এই বিষয়ৰ বিশদ চৰ্চা ড° মোহিনী শইকীয়াৰ Assam Muslim Relation and its Cultural Significanceৰ বাহিৰে আন পুথি চকুত পৰা নাই। এনে চৰ্চা প্ৰয়োজনীয়।

## সূত্ৰ নিৰ্দেশ ঃ

১। ড° মোহিনী শইকীয়াৰ উক্ত গ্ৰন্থ

২। *Cultural Herritage of India*, Vol. -IV, Page 587 (Published by Institute of Culture: Ramkrishna Mission)*

"Fawcett in his notes on the people of Bhakti cult in the South. He suggests that this was due mainly to the influence of Islam. Grierson, Logan and Bhandarkar had expressed the opinion that was due to the influence of Christian communities in the South, where according to Grierson, Islamic mystism of Sufism which influenced Bhagavatism in North India later, was little khown, while Carpenter and Barnet regarded this as due to internal causes. Barth in his *Religions in India* suggests similar explanation for the advent of new religious movement in the South. Fawcett points out that Christianity was not then sufficiently important to influence Hindu thought. He quotes the tradition that the King of Kaladi, where Sankar (শঙ্কৰাচাৰ্য) was born had converted to Islam at the time of Sankar birth.)

৩। ড° মহেশ্বৰ নেওগ, সম্পাদিত, *গুৰুচৰিত কথা*, ছেদ, ২৮৪

৪। *দৰং ৰাজবংশাৱলী*

৫। E.T.Dalton– 'The Mahapursya a sect of Vaishnav of Assam' নিবন্ধত বৰপেটা সত্ৰক দুগৰাকী বাদছাহে ভূমিদান দিয়াৰ কথা উক্ত প্ৰশাসকজনে শুনা বুলি লিখিছে।

# উপসংহাৰ

শ্ৰীশঙ্কৰদেৱ আদিয়ে প্ৰৱৰ্তন কৰা নৱবৈষ্ণৱ ধৰ্মৰ প্ৰসাৰণৰ ক্ষেত্ৰখন ব্ৰহ্মপুত্ৰ উপত্যকাতে সীমিত বুলি ক'ব পাৰি (যদিও খ্ৰীঃ ১৮৫১ৰ টোকাত কেপ্তেইন ডেল্টনেই কোচবেহাৰ আনকি ঢাকা অঞ্চললৈ বিস্তৃত আছিল বুলি কৈছে)। এই ধৰ্মৰ সাংস্কৃতিক আচৰণৰ ভাষাটোও মূলতঃ প্ৰাক্‌বৃটিছ কালত প্ৰচলিত অসমীয়া আৰু ব্ৰজাবলী।

বৰ্তমানৰ বংগদেশত ওপজা শ্ৰীচৈতন্য আদিৰ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মটোক বিভিন্ন ভাষী মানুহেও গ্ৰহণ কৰি নিজ নিজ ভাষাত সাংস্কৃতিক আচৰণ কৰিছিল। মণিপুৰ-ত্ৰিপুৰাৰ মণিপুৰী, ত্ৰিপুৰী আদি জনগোষ্ঠীৰ মাজত চলা বৈষ্ণৱ ধৰ্মৰ কথাৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ নৱ-বৈষ্ণৱ ধৰ্মৰ কথা অনুভৱ কৰা যায়। সেইবোৰ ঠাইৰ দৰে ব্ৰহ্মপুত্ৰ উপত্যকাতো ৰজাই (এটা সময়ত) নৱ-বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল আৰু সেইদৰে তাত ধৰ্ম প্ৰসাৰণ হৈছিল।

নৱ-বৈষ্ণৱ ধৰ্ম, সত্ৰ ইত্যাদিৰ ভূমিকা, শ্ৰীমন্তশঙ্কৰদেৱ সম্পৰ্কে অসমীয়া সমাজত (সত্ৰীয়া সমাজৰ বিপৰীতে) আলোচনা পোনতে লক্ষ্মীনাথ বেজবৰুৱাই কৰিছিল। এই আলোচনাই নৱ্যশিক্ষিত আধুনিক অসমীয়া সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। বেজবৰুৱাদেৱে সত্ৰ, নৱ-বৈষ্ণৱ ধৰ্মৰ মাজেদি অসমীয়া জাতি গঠনৰ সূত্ৰ দাঙি ধৰিছিল।

সমাজ আৰু সময়ৰ বিৰাট পৰিবৰ্তনে গঢ় দিয়া বৰ্তমানৰ সমাজ আৰু সমাজ ব্যৱস্থাই প্ৰভাৱিত কৰা মানসিকতা, মূল্যবোধ আৰু দৃষ্টিভংগীৰে চালে নৱ-বৈষ্ণৱ ধৰ্মই ব্ৰহ্মপুত্ৰ উপত্যকাত সংশ্লেষণৰ প্ৰক্ৰিয়া আৰম্ভ কৰা বুলি বহুতে ভাবে। এই সম্পৰ্কে লক্ষ্মীনাথ বেজবৰুৱাই কৈছিল—

"আমি যাক অসমীয়া বোলোঁ তেওঁলোক কোন? তেওঁলোক সদায় অসমতে আছিল নে? অসমীয়া জাতি কেনেকৈ সংগঠিত হ'ল?"

এই প্ৰশ্নৰ উত্তৰ পাবলৈ বিভিন্ন তথ্য আৰু যুক্তি বিচাৰ কৰি তেখেতে এনেদৰে সিদ্ধান্ত কৰিছিল*

"সেইদেখি আমি ক'ব পাৰো যে যাক আমি আজি অসমীয়া মানুহ বোলো আৰু যি ভাষাক অসমীয়া ভাষা বোলোঁ সেই দুয়ো অনেক জাতিৰ অনেক দেশৰ মানুহ আৰু

---

* লক্ষ্মীনাথ বেজবৰুৱাৰ নিবন্ধ "অসমীয়া (২)" পূৰ্বে বাঁহী ১ম বছৰ ১ম সংখ্যাত প্ৰকাশিত (বেজবৰুৱাবা গ্ৰন্থাবলী দ্বিতীয় খণ্ড, পৃঃ ১৭৫৩)

ভাষাৰ সানমিহলি হৈ হোৱা বস্তু। ভাৰতৰ আন আন দেশতকৈ অসমত সমাজবান্ধোন ঢিলা সোলোকা হোৱাৰ কাৰণো সেয়েই। কিন্তু আমি অলপ দকৈ ভাবি চালেই বুজিম যে **যদিও বাৰ ঠাইৰ বাৰটা লৈ অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ সৰহভাগ গঠিত, তথাপি সেইবোৰ লগ লগাই বান্ধি একেটা কৰিবৰ নিমিত্তে অসমত এনে এটা বান্ধোন আছে যে আন দেশত তেনে বান্ধোনৰ অনেক গুণে অভাৱ। সেই বান্ধোন অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা সত্ৰবিলাক। সেই সত্ৰবিলাকৰ ধৰ্মৰ সূতাই অসমীয়া মানুহক একেডাল সূতাতে গাঁঠিছে** আৰু অসমত ওখ, মাজ আৰু তলখাপৰ মানুহক ধৰ্মনীতি সদাচাৰৰ অখণ্ড নিয়মবিলাকৰ তলতীয়া কৰি ৰাখিছে। পৃথিৱীৰ আন দেশত এনে দৃশ্য আটকীয়া।"

কুৰি শতিকাৰ দুই-তিনি দশকত থকা অসমীয়া জাতীয়তাবাদ আৰু নৱ-বৈষ্ণৱ ধৰ্মৰ সম্বন্ধৰ বিষয়ে বেজবৰুৱাই কৰা ধাৰণাৰ বিপৰীতে স্বাধীনতাৰ পিছত পাচৰ দশকত বুদ্ধিজীৱী পণ্ডিত প্ৰয়াত ভবানন্দ দত্তই লিখিছে—

"নতুন শিক্ষাৰ পোহৰত পুৰণি আচাৰ-নীতি আৰু সাম্প্ৰদায়িক সীমাবদ্ধ চেতনাৰ পৰা মুক্ত হোৱা চহৰবাসী মধ্যবিত্ত শ্ৰেণীৰ মনত গঢ় লৈ উঠা অসমীয়া ৰাষ্ট্ৰীয় আৰু সাংস্কৃতিক জাতীয়তাবাদে শঙ্কৰী সংস্কৃতিকেই জাতীয় নব-আত্মপ্ৰতিষ্ঠাৰ ভেঁটি কৰিলে। কাৰণ পাশ্চাত্য সমাজ আৰু সংস্কৃতি সম্বন্ধে পৰাধীনতাৰ প্ৰথম অৱস্থাত দেশবাসীৰ মনত দেখা দিয়া নীচাত্মিকা মনোভাবৰ প্ৰতিক্ৰিয়া হিচাপে আত্মসচেতন হ'ব ধৰা জাতীয় চেতনাই অপৰিহাৰ্যভাৱেই নিজৰ শ্ৰেষ্ঠতৰ নিদৰ্শন বিচাৰি অতীতমুখী হয় আৰু সেয়ে অসমীয়া চেতনাই অসমৰ অতীত গৌৰৱৰ যুগ শঙ্কৰী যুগলৈ যায়। পাশ্চাত্য ভাবধাৰাৰ প্ৰতিক্ৰিয়াৰ উপৰিও অসমীয়া জাতীয় চেতনাই বঙলা ভাষা আৰু সংস্কৃতিৰ ক্ষেত্ৰত পৃথক বুলি প্ৰমাণ কৰিবলৈ শঙ্কৰী সংস্কৃতি আৰু ভাবধাৰাৰ মাজত সোমাই পৰিবলগা হৈছিল। এই মূল প্ৰেৰণাতেই বেজবৰুৱা আৰু ড° কাকতিয়ে শ্ৰীশঙ্কৰদেৱক অসমীয়া সাংস্কৃতিক সমাবেশৰ মধ্যমণি হিচাপে অভিষিক্ত কৰিলে।"[১]

"... অতীতত আমাৰ জাতীয় জীৱনত কোনো এক বিশেষ শ্ৰেণীৰ লোকেহে সামাজিক আৰু সাংস্কৃতিক মৰ্যাদাৰ গৰাকী হৈ আছিল। ইংৰাজ অহাৰ আগতে সেই স্থান দুটা এটা উচ্চ জাতি যেনে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ই অধিকাৰ কৰি আহিছিল। অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ ভিতৰেদি প্ৰকৃত মানৱীয় মূল্যবোধ সম্বন্ধে সকলো শ্ৰেণীৰ মানুহকে সচেতন কৰাৰ প্ৰয়াস হৈছিল। **কিন্তু তথাপিও সেই সময়ত সাধাৰণ মানুহৰ অৰ্থনৈতিক প্ৰতিষ্ঠা নথকাত পৰৱৰ্তী সময়ত গোসাঁই-মহন্তসকলে সামাজিক আৰু সাংস্কৃতিক নেতৃত্ব অধিকাৰ কৰি বহিল।** ইংৰাজ অহাৰ ফলত এটা চহৰীয়া নৱ শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ মানুহে সেই নেতৃত্ব অধিকাৰ কৰিলে। কিন্তু মুক্তি আন্দোলনৰ প্ৰয়োজনে আৰু তাৰ প্ৰেৰণাই সমাজৰ অৱহেলিত শ্ৰেণীৰ মানুহকো গণতান্ত্ৰিক অধিকাৰ আৰু মৰ্যাদা সম্বন্ধে সচেতন কৰিলে।"[২]

পৰিশিষ্টত ১৮৫১ খ্ৰীঃত এছিয়াটিক ছচাইটি জাৰ্ণেলত প্ৰকাশিত 'দি মহাপুৰুষীয়াচ' নামৰ টোকা নিবন্ধটি (ইংৰাজী ভাষাৰ) সন্নিবিষ্ট কৰা হৈছে। ইয়াৰ আগতে চৰ্চা কৰা 'থান সত্ৰ' অধ্যায়তো উল্লেখ হৈছে যে যি আৰ্য-সমাজ পদ্ধতিত সত্ৰ আদিৰ মাজেদি নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰতিপালন হৈছিল— সেই পদ্ধতিৰ ফলত সৰহভাগ ক্ষেত্ৰতে গোসাঁই-মহন্তৰ (সত্ৰৰ

সম্পত্তি-মাটিবাৰী, কর্তৃত্ব আৰু ৰাজপৃষ্ঠপোষকতাৰ গৰাকী) হাতত সামাজিক আৰু সাংস্কৃতিক নেতৃত্ব আছিল। ইয়াৰ ব্যতিক্রম দেখা যায় বৰপেটা আদি কেইখনমান সত্ৰত, য'ত বেহা-বেপাৰৰ মাজেৰে, প্ৰাক্ বৃটিছ যুগৰ নামনি অসমৰ বিশেষ প্ৰশাসন পদ্ধতিত আৰু আৰ্থ-সামাজিক প্ৰণালী আৰু পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত কিছু পৰিমাণে হ'লেও ধৰ্মানুগতৰ অৰ্থনৈতিক প্ৰতিষ্ঠা হৈছিল।

অসমৰ নৱবৈষ্ণৱবাদী ধৰ্মৰ সৈতে ভাৰতীয় বৈষ্ণৱ মূল উৎস এক ঃ গীতা, ভাগৱত-পুৰাণ, কৃষ্ণকথা, মহাভাৰত আৰু ৰামায়ণ এই মহাকাব্য দুখনৰ কাহিনী। ইয়ে সৰ্বভাৰতীয় ভাবধাৰাৰ লগত অসমৰ সাংস্কৃতিক চিন্তাৰ যোগসূত্ৰ। "বৈদিক, বৌদ্ধ আৰু তান্ত্ৰিক চিন্তা থাকিল সংস্কৃত ভাষাত, অসমীয়াত সেইবোৰৰ প্ৰকাশ নহলেই। সেয়ে ইংৰাজ শাসনৰ প্ৰতিক্ৰিয়া হিচাপে আৰু ভাৰতৰ যন্ত্ৰশিল্প আৰু বাণিজ্যৰ নতুন পাতনিৰ ফলস্বৰূপে দেখা দিয়া ভাৰতীয় জাতীয়তাবাদৰ সাংস্কৃতিক যোগাযোগ এই ভাগৱতী ভাবধাৰাৰ জৰিয়তেহে প্ৰধানতঃ হ'ল।"[৩]

লক্ষ্মীনাথ বেজবৰুৱাই নৱ-বৈষ্ণৱ ধৰ্মকে অসমীয়া জাতিবন্ধনৰ কাৰণ আৰু কাৰক হিচাপে ঠাৱৰ কৰিছে। ভবানন্দ দত্তৰ মতে, নৱ-বৈষ্ণৱ ধৰ্ম অসমৰ ভিতৰৰ অহিন্দু জনজাতীয় মানুহৰ মাজত বিয়পিছিল আনকি শাসক জাতিৰ আহোমসকলেও তাক গ্ৰহণ কৰিছিল আৰু এইদৰে অসমৰ অন্ততঃ ভৈয়ামৰ সমগ্ৰ খণ্ডতে সাংস্কৃতিক একতাৰ সূত্ৰপাত হৈছিল। তেওঁ আৰু কৈছিল—

"কিন্তু আমি মনত ৰাখিব লাগিব যে আজি আমাৰ যি জাতীয় একতাবোধ সি কিন্তু শঙ্কৰী সাধনা বা মহাপুৰুষীয়া ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত নহয়, যদিও সেই সাংস্কৃতিক বিশেষ বিশেষ অংশৰ প্ৰভাৱে এই জাতীয়তাবোধক সমৃদ্ধ কৰিছে। সেয়ে আজি যিবিলাকে ভাবে যে মহাপুৰুষীয়া ধৰ্মৰ ব্যাপক প্ৰচাৰ কৰি বৃহত্তৰ অসমীয়া জাতি গঢ়িব পৰা যাব, তেওঁলোকৰ এই ধাৰণা অত্যন্ত ভ্ৰান্ত। আজি অসমৰ যি জাতীয়তাবোধ সি ধৰ্মনিৰপেক্ষ, জাতিভেদ নিৰপেক্ষ, ঐহিক আৰু ৰাষ্ট্ৰীয় গণতান্ত্ৰিক চেতনাৰ দ্বাৰা উদ্বুদ্ধ; এই ৰাষ্ট্ৰীয় গণতান্ত্ৰিক ভাবধাৰা যিমানেই ভাৱাৰ্থসকলৰ মাজত বিয়পি যাব সিমানেই তেওঁলোকৰ জনজাতীয় আত্মচেতনা বাঢ়ি যাব, নিজৰ নাগৰিক আৰু সাংস্কৃতিক আত্মপ্ৰতিষ্ঠাৰ দাবীয়ে সেই পৰিমাণে মূৰ তুলি উঠিব। অসমৰ জনজাতীয় সমস্যাৰ সমাধানৰ পথ গণতান্ত্ৰিক অধিকাৰ বিস্তাৰৰ পথ, সংস্কৃতি, সভ্যতা 'দান' কৰাৰ পথ নহয়।"[৪]

ড° হীৰেন গোহাঁইদেৱে ভাবে, "সত্ৰ সংস্কৃতিয়ে যদি অসমীয়া সমাজক ভালেখিনি ধৰি ৰাখিব পাৰিলে, তাৰ মূলতে আছিল শঙ্কৰ-মাধৱৰ শিক্ষা। আজিও যদি আমাৰ জাতীয় চেতনা সবল আৰু সমৃদ্ধ কৰিব লাগে তেওঁলোকে ধৰা ঠাইতে নতুনকৈ আৰম্ভ কৰিব লাগিব।"[৫]

নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰবাহ একেটা সুঁতিৰে আৰম্ভণিৰে পৰা এতিয়ালৈ বৈ থকা নাই, সুঁতি বিভাজন হৈছে, এই কথা আমি প্ৰাক্ বৃটিছ কালতে লক্ষ্য কৰিছো। যি ঠাইত প্ৰথম ভাগৰ ধৰ্মপ্ৰচাৰক তথা শ্ৰীমন্তশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ, শ্ৰীবংশীগোপালদেৱ, শ্ৰীঅনিৰুদ্ধদেৱ, শ্ৰীমথুৰাদাস বুঢ়াআতা, শ্ৰীপুৰুষোত্তম ঠাকুৰ আদি

পুৰুষে এৰি থৈ গৈছিল, সেই ঠাইত ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনসমাজখন আনকি বৃটিছ অহাৰ আগলৈকেই নাছিল। আৰ্থ-সামাজিক অৱস্থাৰ পৰিবৰ্তন আৰু ৰজাঘৰে কৰা হস্তক্ষেপৰ বাবে নৱ-বৈষ্ণৱ সত্ৰসমূহৰ চৰিত্ৰত ৰজাঘৰীয়া সামন্তবাদী প্ৰভাৱ পৰিছিল। এই সম্পৰ্কে ইতিমধ্যে আলোচিত উল্লেখিত পুৰুষসকলৰ জীৱন-বৃত্তান্ত লক্ষ্য কৰা হৈছিল। বৰপেটাৰ দৰে সত্ৰত ব্যৱসায় বাণিজ্যলিপ্ত কুটিৰ শিল্পজীৱী ভকত থকাত আৰু নামনি অসমৰ বিশেষ ব্যৱস্থাৰ শাসনাধীন অৱস্থাত এনে সামন্তবাদী প্ৰভাব কম আছিল। আজি জাতীয় চেতনা **সবল আৰু সমৃদ্ধ কৰিব লাগিলে শ্ৰীশঙ্কৰ-মাধৱে ধৰা ঠাইৰ পৰা আৰম্ভ কৰা সম্ভৱ নহয়, কাৰণ তাৰ যোগ্য আৰ্থ-সামাজিক ভিত্তি সময়ৰ খহনীয়াই ইতিমধ্যে নোহোৱা কৰিছে।**

দেশ স্বাধীন হোৱাৰ পিছত সত্ৰাদিৰ ভূ-সম্পত্তি চৰকাৰে হাতলৈ অনাৰ ফলত, আপামৰ জনসাধাৰণৰ মনত গণতান্ত্ৰিক সমানাধিকাৰৰ চেতনা অংকুৰিত হ'বলৈ ধৰাত আগৰ সামন্তবাদী চৰিত্ৰ দ্ৰুত গতিত লয় পাইছে। অকল সিয়েই নহয়, গাঁও বা চহৰৰ পৰিয়াল বা সমাজ গাঁথনিৰ সমূহীয়া প্ৰবণতাৰ ঠাইত ব্যক্তিকেন্দ্ৰিক প্ৰবণতাই ঠাই লৈছে। ফলত সমাজবোধ আৰু ব্যক্তি-মূল্যবোধ সলনি হৈছে।

সমাজ অতি দ্ৰুতগতিত ধনবাদৰ গৰাহত পৰিছে। আগতে গ্ৰাম্যসমাজৰ সত্ৰবোৰেই কেন্দ্ৰ আছিল। এই কেন্দ্ৰবোৰৰ গুৰুত্ব লাহে লাহে কমি চহৰ, নগৰ, হাট-বজাৰস্থলী আদি কেন্দ্ৰ হ'ব ধৰিছে।

গীত, নাট, নৃত্য আৰু সাহিত্য-চৰ্চাৰ আৰু অনুশীলনৰ প্ৰধান কেন্দ্ৰ আছিল সত্ৰবোৰ। সত্ৰাধিকাৰসকলৰ বহুতে নাট-গীত ইত্যাদি ৰচনা কৰিছিল, গায়ন-বায়নে আৰু আন ভকতসকলে সংগঠিতভাৱে এইবোৰৰ অনুশীলন আৰু চৰ্চাক ধৰ্মসংলগ্ন বিষয় হিচাপেই লৈছিল। এনেদৰে নৱ-বৈষ্ণৱ ধৰ্ম তথা শঙ্কৰী কৃষ্টিয়ে পৰম্পৰাগতভাৱে সংৰক্ষণ আৰু বিকাশ লাভ কৰিছিল। ইয়াৰ প্ৰেৰণাৰ মূল আছিল ধৰ্মনিষ্ঠা। এনেদৰে শঙ্কৰী কৃষ্টিয়ে বিকাশ আৰু বিস্তাৰ লাভ কৰি বহল জনসমাজৰ লোককৃষ্টিৰ পৰ্যায় পাইছিল। পীৰি-পৰম্পৰাৰে জানি অহা এনে বিষয় বস্তুৰ গীত, নাট, যাত্ৰা-ভাওনা, নাম বা নৃত্য আদিয়ে গ্ৰাম্য-জীৱনত মনোৰঞ্জন তথা বিনোদনৰ খোৰাক দিছিল।

কিন্তু এতিয়া এই ক্ষেত্ৰত সত্ৰ-সংগঠনৰ ভূমিকা টুটি আহিব ধৰিছে। ধৰ্ম আচৰণৰ বাধ্যবাধকতাত, নহ'লে নচলে, তেনে গতানুগতিক আৰু আনুষ্ঠানিক ভাৱত এইবোৰ অৱশ্যে এতিয়ালৈকে প্ৰচলিত হ'লেও— সত্ৰৰ পৰিধিত, প্ৰদৰ্শিত কলা (performing art) হিচাপে তাৰ মান নিম্নগামী হৈছে।

ক'বলৈ গ'লে **এই সংস্কৃতি পণ্যৰ দৰে বজাৰমুখী হ'ব ধৰিছে। আধুনিক যুগৰ বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সহযোগত অনাতাঁৰ, দূৰদৰ্শন, কেছেট আদিয়ে ইয়াক আকৰ্ষণ কৰিছে, নগৰীয়া মঞ্চত শিল্পী-কলাকাৰসকলে ইয়াক প্ৰদৰ্শন কৰিলেও ইয়াক ধৰ্মনিষ্ঠাৰ পৰিবৰ্তে বিনোদন আৰু অৰ্থকৰী উপায়ৰ নিষ্ঠাইহে প্ৰেৰণা যোগাইছে। লাহে লাহে শঙ্কৰী কৃষ্টিয়ে বৰ্ণশঙ্কৰী ৰূপ ল'ব ধৰিছে।** বৰ্তমান আৰ্থ-সামাজিক বাতাবৰণত ধৰ্মনিষ্ঠাৰ ঠাই অৰ্থোপাৰ্জনৰ নিষ্ঠাই আগভাগ লোৱাটোৱেই স্বাভাৱিক। কিন্তু জীৱশালাত (Zoo) থকা বনৰীয়া জীৱৰ দৰে শঙ্কৰী কৃষ্টিয়ে আগৰ ভূমিকা পালন কৰিব পাৰে নে নোৱাৰে

এই বিষয়ে সন্দেহৰ সৃষ্টি কৰিছে।

একেদৰেই নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ সত্ৰ সংগঠিত চৌহদত আবদ্ধ হৈ থকা নাই। **সত্ৰ বিবৰ্জিত প্ৰসাৰণে বিস্তাৰ লাভ কৰিছে।** ই নিশ্চয় সত্ৰ-সংস্কৃতিৰ গঢ় আৰু প্ৰকৃতিৰ তথা ভৱিষ্যতৰ ওপৰত প্ৰভাৱ পেলাব।

ইতিমধ্যে লক্ষ্য কৰা গৈছে যে সংসাৰ, বিষয়-আশয় আদিৰ প্ৰতি পৰাংমুখ হোৱা উদাসীন ভকতৰ এক বিশাল বাহিনীয়ে নৱ-বৈষ্ণৱ ধৰ্ম প্ৰসাৰৰ ক্ষেত্ৰত নিঃস্বাৰ্থ-নিষ্ঠাবান সৰ্বক্ষণৰ কৰ্মীৰ ভূমিকা লৈছিল। এতিয়া এনে ধৰণৰ আগ্ৰহ দ্ৰুত গতিত কমি আহিছে। জনসমাজত আগতে তেনে ভকতসকলে সন্মান আৰু মৰ্যাদা পাইছিল— এতিয়া ইও টুটি আহিছে।

বৰ্তমান পৰিস্থিতিত এনে পৰিবৰ্তনক অস্বাভাৱিক বুলি ধৰাটো টান। কাৰণ সমাজখনৰ আৰ্থ-সামাজিক তথা সাংস্কৃতিক অৱস্থাৰ সলনি হোৱাৰ কাৰণ হ'ল সমাজব্যৱস্থাৰ পৰিবৰ্তন। যিটো সময়ত নৱ-বৈষ্ণৱ ধৰ্মৰ দ্ৰুত আৰু ব্যাপক বিকাশ হৈছিল (বৃটিছ অহাৰ আগলৈকে) সেই সময়ৰ আৰ্থ-সামাজিক ব্যৱস্থাৰ ভেঁটি আছিল সামন্তবাদ। এতিয়া সমাজৰ ৰূপ সলনি হৈছে— গুণগত আৰু পৰিমাণগত, দুয়ো দিশতে।

আগতে প্ৰতিজন ব্যক্তিয়ে বংশ বা যৌথ-পৰিয়াল বন্ধনত আবদ্ধ আছিল। তাৰ পৰা ওলাই অহাটো প্ৰায় অসম্ভৱ আছিল। তেনেদৰে বহু পৰিয়ালৰে গঢ় লৈছিল গাওঁ তথা গ্ৰাম্য সমাজ। এই সমাজবন্ধনৰ পৰা ওলাই আহি কোনো এটা পৰিয়ালে স্বতন্ত্ৰ ভূমিকা লোৱা সম্ভৱ নাছিল। ৰজাঘৰৰ নীতি-নিয়ম, ধৰ্মীয় সংগঠন বা ধাৰণা আৰু সামাজিক চলন-কৰণ সকলোপিনে আঁৰ-বেৰ দিয়া আছিল। সেই অনুসৰি ব্যক্তিৰ আৰু সমাজৰ মূল্যবোধ গঢ় লৈছিল।

বৃটিছ অহাৰ ছকুৰি বছৰৰ ভিতৰত (১৮২৬-১৯৪৭ খ্ৰীঃ) নৱ-বৈষ্ণৱ ধৰ্মৰ সংগঠনিক ভেঁটি ক্ৰমাৎ ভিতৰৰ পৰা দুৰ্বল হৈ পৰিছে। স্বাধীনতাৰ পিছত দেশত ৰাজনৈতিক, আৰ্থ-সামাজিক আৰু প্ৰশাসনিক ক্ষেত্ৰত অভূতপূৰ্ব পৰিবৰ্তন হৈ আহিছে আৰু ইয়াৰ লগত কেবাশ বছৰ আগতে লোৱা নৱ-বৈষ্ণৱ ধৰ্ম সংগঠনৰ গঢ়টো দ্ৰুত গতিত খাপ নোখোৱা হৈ পৰিছে।

নৱ-বৈষ্ণৱ ধৰ্মৰ উদ্ভৱ আৰু বিকাশ সম্পৰ্কে ঐতিহাসিক বিচাৰ কৰোঁতে এনেবোৰ কথা এৰাব নোৱাৰি।

## সূত্ৰ নিৰ্দেশ ঃ

১। ভবানন্দ দত্ত ঃ অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন ঃ *শঙ্কৰী সাধনাৰ তাৎপৰ্য*

২। ভবানন্দ দত্ত ঃ অসমৰ জাতীয় সমস্যাৰ বিবৰ্তন ঃ *আমাৰ সাংস্কৃতিক সমস্যা*

৩। ঐ ঐ ১নংত উল্লেখিত নিবন্ধ

৪। ঐ ঐ ঐ

৫। ড° হীৰেন গোহাঁই ঃ *অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা*

# পৰিশিষ্ট

১। অসম উপত্যকাৰ জিলা (অ-বিভক্ত) ভিত্তিক আৰু সংহতি অনুসৰি সত্ৰসমূহৰ তালিকা; প্ৰতিষ্ঠাতাৰ নাম আৰু আনুমানিক স্থাপনৰ সময়।

২। ১৮৫১ খ্ৰীঃত ৬ নং সংখ্যাত, এচিয়াটিক ছ'চাইটিৰ আলোচনীত প্ৰকাশিত— সেই সময়ৰ কামৰূপ জিলাৰ দায়িত্বত থকা ৰাজনৈতিক সহকাৰী আয়ুক্ত কেপ্তেইন ই. টি. ডেল্টনৰ— মহাপুৰুষীয়া সম্প্ৰদায় সম্পৰ্কে লিখা টোকা (মূল ইংৰাজী ভাষাত)

৩। এই বিষয়ৰ চৰ্চাৰ ক্ষেত্ৰত সহায়ক হ'ব পৰা পুথি-পত্ৰৰ তালিকা।

# পৰিশিষ্ট- ১

## অসম উপত্যকাৰ জিলা (অ-বিভক্ত) ভিত্তিক নৱ-বৈষ্ণৱ সত্ৰসমূহৰ তালিকা (সংহতি অনুসৰি)

### জিলাঃ (অবিঃ কামৰূপ (১৩২)

| ক্ৰমিক নং | সত্ৰৰ নাম | প্ৰতিষ্ঠাতা | স্থাপনৰ সময় (আনু) খ্ৰীষ্টাব্দ |
|---|---|---|---|
| | | ব্ৰহ্মসংহতি (৭৭) | |
| ১। | অগ্নিশাল | নাৰায়ণবাপু | — |
| ২। | আমৰঙা | সন্তদেৱ | ১৬০০-১৬২৫ |
| ৩। | বেঙুনিবাৰী | হৰিদাস | ১৬৫০-১৬৭৫ |
| ৪। | বহৰি | হৰিদেৱ | ১৫৬০-১৫৮০ |
| ৫। | বৈনাকুছি | জগন্নাথদেৱ | ১৬০০-১৬২৫ |
| ৬। | বালিসত্ৰ | আচাৰ্যদেৱ | ১৭১৫-১৭৫০ |
| ৭। | বামুন্দি | হৰিবৰ | ১৬০০-১৬৫০ |
| ৮। | বেজকুছি | — | — |
| ৯। | বেতবাৰী | মনোহৰ কায়স্থ | ১৬০০-১৬৫০ |
| ১০। | ভলুকাগুৰি | — | — |
| ১১। | বগৰিবাৰী | সন্তদেৱ | ১৬২৫-১৬৭৫ |
| ১২। | বিহামপুৰ | সন্তদেৱ | ১৬২৫-১৬৭৫ |

| | | | |
|---|---|---|---|
| ১৩। | বিৰিঙাগুৰি | — | — |
| ১৪। | চমাৰকুছি | ভগবানদেৱ | — |
| ১৫। | চামেৰি | কৃষ্ণদেৱ | ১৬০০-১৬২৫ |
| ১৬। | চক্ৰৱৰ্তীথান | বাপু ভাৰতী | ১৬৭৫-১৭০০ |
| ১৭। | চত্ৰাপুৰ | — | — |
| ১৮। | চিকাৰপুৰ | — | — |
| ১৯। | চিনাতলী | — | — |
| ২০। | চিন্তামণি | চিন্তামণিদেৱ | ১৬৪৪ |
| ২১। | দৰোগুৰি | — | — |
| ২২। | ধকুৱাবাৰি | ঋষভ বাপু | -- |
| ২৩। | গৰেমাৰা | সন্তুদেৱ | — |
| ২৪। | ঘাগ্ৰীৱাল | — | — |
| ২৫। | গোমূৰা | — | — |
| ২৬। | গোবিন্দপুৰ | ভগৱানদেৱ | ১৬০০-১৬২৫ |
| ২৭। | গুইমাৰী | কৃষ্ণগিৰী | ১৭০০-১৭৫০ |
| ২৮। | গুইয়া | গৰুড়ধ্বজ | ১৬৫০-১৭০০ |
| ২৯। | হালধিবাৰী | কপিলদেৱ | — |
| ৩০। | হালিগাঁও | — | ১৭০০-১৭৫০ |
| ৩১। | হৰিপুৰ | — | ১৭০০-১৭৫০ |
| ৩২। | জাগাৰা | হৰিচৰণদেৱ | ১৬০০-১৬২৫ |
| ৩৩। | জয়ন্তীপুৰ | — | — |
| ৩৪। | কৈহাটী | — | ১৬২৫-১৬৫০ |
| ৩৫। | ককয়া | ৰামচৰণবাপু | ১৬২৫-১৬৫০ |
| ৩৬। | কয়েমাৰী | গোলাপবাপু | ১৬৫০-১৬৭৫ |
| ৩৭। | কেওটকুছি | মুকুন্দদেৱ | ১৬০০-১৬২৫ |
| ৩৮। | খানা | — | — |
| ৩৯। | খটৰা | বসুদেৱ | ১৫৭৫-১৬৫০ |
| ৪০। | খুদিয়া | গোপালমিশ্ৰ | ১৫৭৫-১৬০০ |
| ৪১। | কুলবিল | — | — |
| ৪২। | লখীপুৰ | পৰমানন্দ | — |
| ৪৩। | লোচা | অৰ্জুনদেৱ | ১৬০০-১৬৫০ |
| ৪৪। | মনপুৰ | — | — |
| ৪৫। | মাজদিয়া | বনমালীদেৱ | ১৬৫০-১৬৭৫ |
| ৪৬। | মণিয়ৰী | — | — |
| ৪৭। | মানেৰি | শ্ৰীহৰিদেৱ | ১৫৬০-১৫৮০ |

| | | | |
|---|---|---|---|
| ৪৮। | ন-সত্ৰ | মনোহৰ কায়স্থ | ১৬০০-১৭০০ |
| ৪৯। | নমাটি | — | — |
| ৫০। | নামটি | মুকুন্দদেৱ | — |
| ৫১। | ন চাপৰি | অৰ্জুনদেৱ | ১৬৫০-১৭০০ |
| ৫২। | নগদিপুৰ | দামোদৰদেৱৰ এগৰাকী শিষ্য | — |
| ৫৩। | নলবাৰী** | মাধৱকন্দলী | — |
| ৫৪। | নহিৰা | বিষ্ণুদেৱ | ১৭০০-১৭২৫ |
| ৫৫। | নপ্তিপাৰা | নাৰায়ণদেৱ | ১৬৫০-১৬৭০ |
| ৫৬। | নৰংগপুৰ | — | — |
| ৫৭। | নগোৰা | — | — |
| ৫৮। | পলাশবাৰী | মনপুৰ গোঁসাই | — |
| ৫৯। | পোমাৰা | কৃষ্ণদেৱ | ১৬০০-১৬২৫ |
| ৬০। | পলোৰা | মনোহৰ কায়স্থ | ১৬০০-১৬২৫ |
| ৬১। | পাটবাউসী* | শ্ৰীদামোদৰদেৱ | ১৫৬০-১৫৭০ |
| ৬২। | পাৰেণা | জগন্নাথদেৱ | ১৬৮০-১৬০০ |
| ৬৩। | পৰোলাবাৰী | জনাৰ্দন বাপু | — |
| ৬৪। | ৰজাপুখুৰী | বলদেৱ | ১৬৫০-১৭০০ |
| ৬৫। | ৰসপুৰ | মাধৱ | ১৬২৫-১৬৫০ |
| ৬৬। | সন্তপুৰ | — | — |
| ৬৭। | সলখগুৰি | — | — |
| ৬৮। | শিলপোতা | জয়হৰিদেৱ | — |
| ৬৯। | শিলডুবি | শিৰোমণিদেৱ | — |
| ৭০। | শিলতীয়া | — | ১৬৫০-১৭০০ |
| ৭১। | শিমলুগুৰি | — | — |
| ৭২। | শুভা | নাৰায়ণদেৱ | ১৬০০-১৬৫০ |
| ৭৩। | শ্ৰীহটী | হৰিবাপু | ১৬০০-১৬৫০ |
| ৭৪। | তাতীপাৰা | বিদুৰ বাপু | ১৬৫০-১৭০০ |
| ৭৫। | উলাবাৰী | নাৰদ বাপু | ১৬৫০-১৭০০ |
| ৭৬। | ব্যাসকুছি | ভট্টদেৱ | ১৬৫০-১৭০০ |
| ৭৭। | বিষ্ণুপুৰ | — | — |
| | | **পুৰুষ সংহতি (১২)** | |
| ৭৮। | বনগাঁও | দেউৰাম | ১৬৫০-১৬৭৫ |

*** চৈতন্যপন্থী * পাটবাউসী সত্ৰ সম্পৰ্কে টোকা দ্ৰষ্টব্য*

| ৭৯। | বৰগোমুৰা | চতুৰ্ভুজঠাকুৰৰ শিষ্য | ১৬৩০-১৬৬০ |
|---|---|---|---|
| ৮০। | বিহামপুৰ | গোবিন্দ বাপু | ১৬৩০-১৬৬০ |
| ৮১। | ঘিলাজাৰী | চতুৰ্ভুজ ঠাকুৰ | ১৬০০-১৬২৫ |
| ৮২। | হালধিআটি | মুকুন্দ | ১৬৩০-১৬৬০ |
| ৮৩। | জনিয়া | নাৰায়ণদাস ঠাকুৰ আতা | ১৫৭৫-১৬০০ |
| ৮৪। | কমলাবাৰী | গোপালচৰণ | — |
| ৮৫। | পালেংদি | — | — |
| ৮৬। | পাটবাউসী* | — | — |
| ৮৭। | শিকাৰহাটী | চতুৰ্ভুজ ঠাকুৰ | ১৬০০-১৬২৫ |
| ৮৮। | শিলপোতা | কামুআতা | — |
| ৮৯। | টকৌবাৰী | বিপ্ৰ আতৈ | ১৬২৫-১৬৫০ |

**নিকাসংহতি (৩৮)**

| ৯০। | বাৰাদি | নাৰায়ণদাস ঠাকুৰ আতা | ১৫৮০-১৬৬০ |
|---|---|---|---|
| ৯১। | বৰভিথা | গংগাধৰ | ১৬০০-১৬২৫ |
| ৯২। | বৰপেটা | শ্ৰীমাধৱদেৱ | ১৫৭০-১৫৯০ |
| ৯৩। | বামুণা | দৈত্যাৰিঠাকুৰ | ১৬২৫-১৬৫০ |
| ৯৪। | চমৰীয়া | বৰবিষ্ণু আতা | ১৫৮০-১৬২০ |
| ৯৫। | চাপাতলা | কমললোচন | ১৭৫০-১৮০০ |
| ৯৬। | চিকাৰহাটী | — | — |
| ৯৭। | দধি | লক্ষীকান্ত | ১৫৮০-১৬২০ |
| ৯৮। | নহিৰা | সৰুৰামবাপু | ১৮০০-১৮২৫ |
| ৯৯। | নাওকাটা | ৰামচৰণ ঠাকুৰ | ১৬০০-১৬২৫ |
| ১০০। | ন সত্ৰ | — | — |
| ১০১। | ওৰপোট | পঢ়িয়া মাধৱ | ১৬০০-১৬২৫ |
| ১০২। | পাণবাৰী | — | — |
| ১০৩। | ফুলগুৰি | পঢ়িয়া মাধৱ | ১৬০০-১৬২৫ |
| ১০৪। | ৰঘুনাথ | বৰহৰি আতৈ | — |
| ১০৫। | সৰু হেৰমদ | গোপাল আতৈ | ১৬৫০-১৭০০ |
| ১০৬। | সৰু ফুলগুৰি | পঢ়িয়া মাধৱৰ শিষ্য | — |
| ১০৭। | শুৱালকুছি | পদ্ম আতাৰ শিষ্য | ১৬২৫-১৬৫০ |
| ১০৮। | সুন্দৰীদিয়া | ৰামচৰণ ঠাকুৰ | ১৫৭৫-১৬০০ |
| ১০৯। | টকৌবাৰী | পদ্ম আতাৰ শিষ্য | ১৬২৫-১৬৫০ |

** বিৱৰণী টোকা দ্ৰষ্টব্য*

| | | | |
|---|---|---|---|
| ১১০। | তামৰঙ্গীয়া | পদ্ম আতাৰ শিষ্য | ১৬২৫-১৬৫০ |
| ১১১। | ঠাকুৰবাৰী | বলৰায় | ১৬২৫-১৬৫৮ |
| ১১২। | দলৈগুৰি | বেহেৰা বিষ্ণু আতৈ | ১৫৮০-১৬২০ |
| ১১৩। | ধোপগুৰি | লক্ষীকান্ত | ১৫৯৫-১৬২০ |
| ১১৪। | গণককুছি | মাধৱদেৱ | ১৫৫০-১৫৭৫ |
| ১১৫। | গুৱাগাছা | ৰামচৰণ ঠাকুৰ | ১৬০০ |
| ১১৬। | হৰিপুৰ | চমৰীয়াৰ শাখা | — |
| ১১৭। | হাতীমুৰা | বনমালী আতৈ | ১৬৫০-১৭০০ |
| ১১৮। | হেৰামদ | পঢ়িয়া আতৈ | ১৫৯৫-১৬২৫ |
| ১১৯। | জিকাপাৰা | — | — |
| ১২০। | কাৰৈমাৰী | বলৰাম আতৈ | ১৬৫০-১৭০০ |
| ১২১। | খটৰা | গোবিন্দ আতৈ | ১৫৯৫-১৬২৫ |
| ১২২। | কঠালকুছি | গোবিন্দ আতৈ | ১৬০০-১৬২৫ |
| ১২৩। | কুঢ়িমাৰি | — | — |
| ১২৪। | মহৰীয়া | খটৰা গোবিন্দৰ শিষ্য | ১৬২৫-১৬৫০ |
| ১২৫। | মইনবৰি | নাৰায়ণ ঠাকুৰ আতাৰ শিষ্য | ১৬২৫-১৬৫০ |
| ১২৬। | মেজেটিয়া | হৰিহৰ আতা | ১৫৯৫-১৬২৫ |
| ১২৭। | মাণিকপুৰ | মাণিকবৰিয়া কৃষ্ণ | ১৬০০-১৬২৫ |

**কালসংহতি (৫)**

| | | | |
|---|---|---|---|
| ১২৮। | ভৱানীপুৰ | গোপাল আতা | ১৫৯৫-১৬২০ |
| ১২৯। | জোৱাৰদি | গোপাল আতা | ১৬০০-১৬২৫ |
| ১৩০। | কালজাৰ | গোপাল আতা | ১৬০০-১৬২৫ |
| ১৩১। | খৈৰামচৰা | ৰামচন্দ্ৰ | ১৬২৫-১৬৫০ |
| ১৩২। | লোৱাচুৰ | গোপাল আতা | ১৬০০-১৬২৫ |

**পাটবাউসী সত্ৰ দুখনৰ বিৱৰণী টোকা**

** পাটবাউসীত লগালগিকৈ দুখন সত্ৰ, এখন দামোদৰী আনখন শঙ্কৰদেৱী বুলি কোৱা হয়। সেই ঠাইত শ্ৰীমন্তশঙ্কৰদেৱ থকা কালত সত্ৰ নাছিল, তেৰাৰ বাসস্থান বা থান থাকিলেও সত্ৰ সংগঠিত হোৱাৰ তথ্য পোৱা নাযায়। তেৰাৰ তিৰোভাৱৰ পিছত পৰিয়ালটোৱে সেই স্থান ত্যাগ কৰিছিল। শ্ৰীমন্তশঙ্কৰদেৱৰ থান বা ভিটিত পিচৰ কালতহে সত্ৰ সংগঠিত হয় বুলি ভাবিব পাৰি। ১৬৩৯ শকত (খ্ৰীঃ ১৭১৫) স্বৰ্গদেৱে শ্ৰীদামোদৰীদেৱী সত্ৰৰ মেথিক ১৫ ঘৰ ভকত সহ ৩ পুৰা মাটি দান কৰা ফলকত এই সত্ৰ আগৰে পৰা থকা কথা "এইদৰে পূৰ্বেও আছে এখন আমিত্ৰ "পুণ্যে দিয়াগেল" লিখা আছে। স্বৰ্গদেৱ শিৱসিংহৰ দিনতে বৰপেটা সত্ৰত ১৬৫৭ শক (খ্ৰীঃ ১৭৩৫)ত আৰু সুন্দৰীদিয়া সত্ৰক ১৬৬০ শক (খ্ৰীঃ ১৭৩৮ ) (দুয়োখন পাটবাউসীৰ ওচৰৰ) ভূমিদান দিয়া হয়। আনহাতে "শ্ৰীমন্তশঙ্কৰদেৱৰ থানৰ পাটবাউসী সত্ৰৰ অধিকাৰি" আখ্যা দি বৰদোৱা সত্ৰৰ নৱোৱাৰ বামদেৱক "৭৬ ঘৰ ভকত সহ" ৪০ পুৰা জমি পকা ৬পুৰা" মাটি স্বৰ্গদেউ লক্ষ্মীসিংহই ১৬৯৪ শক (১৭৭২ খ্ৰীঃ)ত দান কৰে।*

*শ্রীমন্তশঙ্কৰদেৱ বাস কৰা স্থানত, তেৰাৰ পৰিয়ালটোৱে পাটবাউসীৰ পৰা আঁতৰি যোৱাৰ পিছতহে পুৰুষ সংহতিৰ পাটবাউসী সত্ৰখন (শ্ৰীদামোদৰ সত্ৰৰ সমান্তৰালভাৱে সংগঠিত কৰা হয় বুলি ধাৰণা কৰিব পাৰি। (প্ৰাচ্যশাসনাৱলী : (ড° মহেশ্বৰ নেওগ সম্পাদিত) ফলি নং১৮, ফলি নং ৩৭ ফলি নং ৩৭ আৰু ফলি নং ৮০ দ্ৰষ্টব্য।*

| ক্ৰমিক নং | সত্ৰৰ নাম | প্ৰতিষ্ঠাতা | স্থাপনৰ সময় (আনু) খ্ৰীষ্টাব্দ |
|---|---|---|---|
| | | **কোচবিহাৰ (৩)** | |
| ১। | মধুপুৰ | শ্ৰীমাধৱদেৱ | ১৫৯০-১৫৯৫ |
| ২। | ভেলা | শ্ৰীমাধৱদেৱ | ১৫৯০-১৫৯৬ |
| ৩। | বৈকুণ্ঠপুৰ | শ্ৰীদামোদৰদেৱ | — |
| **ক্ৰমিক নং** | **সত্ৰৰ নাম** | **প্ৰতিষ্ঠাতা** | **স্থাপনৰ সময় (আনু) খ্ৰীষ্টাব্দ** |
| | | **জিলা : (অবিঃ গোৱালপাৰা)** | |
| | | **ব্ৰহ্মসংহতি (৪)** | |
| ১। | কঠালমুৰি | বাসুদেৱ | ১৬০০-১৬৫০ |
| ২। | ফুলগুৰি | মনোহৰদেৱ | — |
| ৩। | ৰামৰায়কুঠি | ৰামৰায় | ১৫৫০-১৫৭৫ |
| ৪। | সৃজনগ্ৰাম | ৰঘুনাথ | ১৫৭৫-১৬০০ |
| | | **পুৰুষসংহতি (২)** | |
| ৫। | ৰাঙাপানী | — | — |
| ৬। | বিষ্ণুপুৰ | চতুৰ্ভুজ ঠাকুৰ | ১৬০০-১৬২৫ |
| | | **নিকা সংহতি (৯)** | |
| ৭। | বগুৱান | — | — |
| ৮। | বালিজানা | নৰহৰি আতৈ | ১৬৫০-১৬৭৫ |
| ৯। | বৌমাৰী | — | — |
| ১০। | ৰাঙাপানী | — | — |
| ১১। | দলগোমা | ৰমাচৰণ ঠাকুৰ | ১৬০০-১৬২৫ |
| ১২। | ধৰ্মপুৰ | — | ১৮২০-১৮৩০ |
| ১৩। | ডিংগানগৰ | নাৰায়ণদাস ঠাকুৰ আতাৰ এজন শিষ্য | |
| ১৪। | জামলেই | দৈত্যাৰি ঠাকুৰ | ১৬২৫-১৬৫০ |
| ১৫। | খেকাপাৰা | ৰামচৰণ ঠাকুৰৰ বংশধৰ | — |
| | | **কালসংহতি (০)** | |
| | | এখনো সত্ৰ নাই | |

## জিলা (অবি) দৰং (৪৮)

### ব্ৰহ্মসংহতি (৮)

| | | | |
|---|---|---|---|
| ১। | বাহ্নাৰা | — | — |
| ২। | বালিপাৰা | বনমালীদেৱ | ১৬৫০-১৬৭৫ |
| ৩। | চাকলা | মোহনবাপু | ১৬৫০-১৬৭৫ |
| ৪। | হৰিপুৰ | — | — |
| ৫। | কামদেৱালয় | কামদেউবাপু | ১৬২৫-১৬৫০ |
| ৬। | কলবাৰী | শ্ৰীৰামবাপু | ১৬২৫-১৬৫০ |
| ৭। | কাড়িগাঁও | শ্ৰীধৰ ভাগতী | ১৬২৫-১৬৫০ |
| ৮। | খটৰা | বাসুদেৱ | ১৬২৫-১৬৫০ |
| | | **পুৰুষসংহতি (৭)** | |
| ৯। | বালিপুখুৰী | জীৱধন | ১৭৫০-১৮০০ |
| ১০। | বৰগাঁও | ৰমানাথ | ১৭৫০-১৮০০ |
| ১১। | বৰালিমৰা | মধুসুদন | — |
| ১২। | ভাগতী | এলেঙীৰ বাপুকৃষ্ণৰ বংশধৰ | ১৭০০-১৭৫০ |
| ১৩। | কাঠৰগ্ৰাম | পৰমানন্দ | ১৬৫০-১৬৭৫ |
| ১৪। | কাৰৈমাৰী | গোপীনাথ | ১৬৩০-১৬৬০ |
| ১৫। | নিকামূল | লক্ষ্মণদেৱ | ১৭০০-১৭২৫ |
| | | **নিকা সংহতি (৯)** | |
| ১৬। | বৰবৰী | — | — |
| ১৭। | বৰজহা | কেশৱচৰণ আতা | ১৬০০-১৬২৫ |
| ১৮। | চিৰা জুলি | কৃষ্ণ আতৈ | ১৫৯৫-১৬২৫ |
| ১৯। | খাতপাৰ | গোৱিন্দ আতৈ | ১৬৯৫-১৬২৫ |
| ২০। | কোমোৰাকাটা | পদ্ম আতৈৰ শিষ্য | ১৬২৫-১৬৫০ |
| ২১। | মাজবাট | গোৱিন্দ আতৈ | ১৬২৫-১৬৫০ |
| ২২। | মুদৈভেটা | পদ্মআতা | ১৬০০-১৬২৫ |
| | | **কাল সংহতি (৯)** | |
| ২৩। | চেচা | ৰামাই আতৈ | ১৬৫০-১৬৭৫ |
| ২৪। | গুমিৰি | হ'কৰাজান সত্ৰৰ ৰামচন্দ্ৰৰ এজন শিষ্য | ১৬৫০-১৬৭৫ |
| ২৫। | কৰতিপাৰ | ৰামচন্দ্ৰ | ১৬৫০-১৬৭৫ |

## জিলা (অবি) নগাঁও (৪৮)

### ব্ৰহ্মসংহতি (১০)

| | | | |
|---|---|---|---|
| ১। | ব্ৰহ্মচাৰী | বিশ্বম্ভৰ বাপু | ১৭৫৯-১৮০০ |
| ২। | গোৱিন্দ মিশ্ৰ | — | — |

| | | | |
|---|---|---|---|
| ৩। | হৰি মিশ্ৰ | — | — |
| ৪। | জখলা বন্ধা | দামোদৰ বাপু | ১৬৫০-১৬৭৫ |
| ৫। | কলিয়াবৰ | কৃষ্ণশ্ৰৱণী | ১৬২৫-১৬৫০ |
| ৬। | কামদেৱাল | কামেন্দ্ৰ বাপু | ১৬২৫-১৬৫০ |
| ৭। | খাৰংগী | কৃষ্ণানন্দ | ১৬২৫-১৬৫০ |
| ৮। | কুৰুৱাবাহী* | শ্ৰীবংশীগোপালদেৱ | ১৬০০-১৬২৫ |
| ৯। | শিলডুবি | শিৰোমণিদেৱ | — |
| ১০। | শ্ৰৱণী | কৃষ্ণচৰণ | ১৬৫০-১৬৭৫ |
| | | **পুৰুষ সংহতি (২০)** | |
| ১১। | আইভেটি | শশধৰ ঠাকুৰ | ১৬৫০-১৭০০ |
| ১২। | বালিসত্ৰ (নৰোৱা) | দামোদৰ ঠাকুৰ | ১৬৫০-১৬৭৫ |
| ১৩।** | (ক) বৰদোৱা | দামোদৰ ঠাকুৰ | ১৬৫০-১৬৭৫ |
| | (খ) বৰদোৱা | অনন্ত আতা | |
| ১৪। | বৰশুকদল | ভাগতী আতা | ১৭৫০-১৮০০ |
| ১৫। | চটমীয়া | বাসুদেৱ বাপু | ১৬২৫-১৬৫০ |
| ১৬। | চামগুৰি | চক্ৰপাণি | ১৬৬০-১৬৭৫ |
| ১৭। | দিঘেলী | শাৰংগপাণি | ১৬৫০-১৬৭৫ |
| ১৮। | ডোখৰামুখ | জগতানন্দ | ১৬৫০-১৬৭৫ |
| ১৯। | গোণামৰা | বিক্ৰম | ১৮২৫-১৮৪০ |
| ২০। | কাইচুং | কেশৱচৰণ | ১৬২৫-১৬৫০ |
| ২১। | কালশিলা | অনন্ত আতা | ১৬৫২- |
| ২২। | কৰতী | হৰিগতি | ১৬৫০-১৬৭৫ |
| ২৩। | খুন্দামৰা | নৰোত্তম | ১৭০০-১৭৫০ |
| ২৪। | কুজী | দামোদৰ আতা | ১৬৬০- |
| ২৫। | লেটুগ্ৰাম | কৃষ্ণচৰণ | ১৭০০-১৭২৫ |
| ২৬। | মদাৰগুৰি | ৰমাকান্ত আৰু ৰামানন্দ | ১৭০০-১৭২৫ |
| ২৭। | মাধতাৰি | মাধৱনাৰায়ণ | ১৬৫০-১৭০০ |
| ২৮। | নাওকটা | ভুবনেশ্বৰ | ১৬৫০-১৬৭৫ |
| ২৯। | ৰূপনাৰায়ণ | পদ্মনাৰায়ণ | ১৭৫০-১৮০০ |
| ৩০। | শুকদল | হৰিয়াৰা | ১৬৭৫-১৭০০ |
| | | **নিকা সংহতি (৩)** | |
| ৩১। | বৰজহা | কেশৱচৰণ আতা | ১৬০০-১৬২৫ |
| ৩২। | ডুমডুমিয়া | — | — |

*(শিৱসাগৰ জিলাত?)

** বৰহিচা (নৰোৱা) সৰুহিচা (শ'লগুৰি)

| ৩৩। | লাইআটি | শ্ৰীহৰি আতৈ | ১৬০০-১৬২৫ |
|---|---|---|---|
| | | **কালসংহতি (১৫)** | |
| ৩৪। | আহঁতগুৰি | শ্ৰীৰাম বাপু | ১৬২৫-১৬৫০ |
| ৩৫। | বাহঁবাৰী | বৰ যদুমণি | ১৬০০-১৬২৫ |
| ৩৬। | ভাতমুৰাল | শ্ৰীৰামৰ শিষ্য | ১৬৫০-১৬৭৫ |
| ৩৭। | ভোলাগুৰি | ৰামগোবিন্দ | ১৬৭৫-১৭০০ |
| ৩৮। | চাৰিপোতা | কেহো আতা | ১৬৫০-১৭০০ |
| ৩৯। | চেচা | ৰামাই আতা | ১৬৫০-১৬৭৫ |
| ৪০। | দহ্ঘৰীয়া | নাৰায়ণ আতা | ১৬২৫-১৬৫০ |
| ৪১। | ডাউকীয়াপাণি | যাদৱানন্দ | ১৬৫০-১৭০০ |
| ৪২। | গজলা | সৰু যদুমণি | ১৬২৫-১৬৫০ |
| ৪৩। | হালধিবাৰী | নাৰায়ণ | ১৬২৫-১৬৫০ |
| ৪৪। | হেমাৰবৰি | ৰামানন্দ | ১৬৫০-১৭০৯ |
| ৪৫। | কলাকাটা | দৈৱকীনন্দন | ১৬৫০-১৭০০ |
| ৪৬। | মদাৰগুৰি | সৰু যদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ৪৭। | নাচনিপাৰ | ৰামানন্দ | ১৬৫০-১৬৭৫ |
| ৪৮। | পহুমাৰা | শ্ৰীৰাম আতাৰ শিষ্য | ১৬৫০-১৭০০ |
| | | **জিলা (অবি) লখিমপুৰ (২৮)** | |
| | | **ব্ৰহ্মসংহতি (৬)** | |
| ১। | ডেবেৰাপাৰ | শ্ৰীবংশীগোপালদেৱ | ১৬০০-১৬২৫ |
| ২। | ঢকুৱাখানা | অৰ্জুন দেউৰী | ১৬২৫-১৬৫০ |
| ৩। | ঘৰামৰা | আধাৰ সত্ৰৰ যদুমণিৰ এজন পুত্ৰ | ১৬৫০-১৬৭৫ |
| ৪। | কাহীকুছি | শ্ৰীবংশীগোপালদেৱ | ১৬০০-১৬২৫ |
| ৫। | ককিলা (ধেমাজি) | হৰিচৰণ | ১৬২৫-১৬৫০ |
| ৬। | তামোলবাৰী | লক্ষণ আৰু কৰুণা | ১৬২৫-১৬৫০ |
| | | **পুৰুষ সংহতি (২০)** | |
| ৭। | কৌপটিয়া | ৰামচৰণ | ১৬৫০-১৬৭৫ |
| ৮। | খেৰকটীয়া | — | — |
| ৯। | নৰোৱা | দামোদৰ আতা | ১৬৩০-১৬৭৫ |
| ১০। | শল'মৰিয়া | কৃষ্ণ | ১৬৫০-১৬৭৫ |
| | | **নিকা সংহতি (৭)** | |
| ১১। | টুনিকাষৰ | বাপুকৃষ্ণৰ শিষ্য | ১৭০০-১৭৫০ |
| ১২। | বৰবাৰী | — | — |
| ১৩। | ভাটৌকুছি | কেশৱচৰণ আতা | ১৬০০-১৬২৫ |

| | | | |
|---|---|---|---|
| ১৪। | চাকলা | কেশৱচৰণ আতা | ১৬২৫-১৬৫০ |
| ১৫। | চিৰাজুলি | কৃষ্ণ আতৈ | ১৬৫০-১৭০০ |
| ১৬। | ঢকুৱাপাৰ | — | — |
| ১৭। | হৰিপুখুৰী | পদ্ম আতা | ১৬০০-১৬২৫ |
| ১৮। | মুদৈভেটি | পদ্মা আতা | ১৬০০-১৬২৫ |

**কাল সংহতি (১০)**

| | | | |
|---|---|---|---|
| ১৯। | বগৰিতলীয়া | ৰংগচৰণ | ১৭৭৫-১৬৭৫ |
| ২০। | ডিবৰু | সদানন্দ | ১৭০০-১৭৫০ |
| ২১। | দিনজয় | — | — |
| ২২। | মোৱামৰীয়া | অনিৰুদ্ধেৱ | ১৬০০-১৬২৫ |
| ২৩। | গৰপৰা | হৰিমায়াদেৱ | ১৮০৭ |
| ২৪। | হাবুং | পৰমানন্দ | ১৬২৫-১৬৫০ |
| ২৫। | মদাৰখাট | চন্দ্ৰকান্ত | ১৮০০ |
| ২৬। | নমাটি | শ্ৰীকান্ত | ১৬৫০-১৭০০ |
| ২৭। | পুৰণিপাম | মধুৰমূৰ্ত্তি | ১৬৮৩ |
| ২৮। | শিলিখাতল | সনাতনদেৱ | ১৬৫০-১৬৭৫ |

**জিলা (অবি) শিৱসাগৰ (১৬৯)**

**ব্ৰহ্মসংহতি (৩৬)**

| | | | |
|---|---|---|---|
| ১। | আধাৰ | যদুমণি | ১৬০০-১৬২৫ |
| ২। | আউনিআটী | নিৰঞ্জনদেৱ | ১৬৫৪ |
| ৩। | ঔগুৰি | শ্ৰীবংশীগোপালদেৱৰ এগৰাকী শিষ্য | ১৬২৫-১৬৫০ |
| ৪। | বালিপৰীয়া | সৰ্বজয় বাপু | ১৬৫০-১৬৭৫ |
| ৫। | বাটৰগঞা | পৰমানন্দ আৰু চতুৰ্ভুজ | ১৬২৫-১৬৫০ |
| ৬। | বেলগুৰি | — | — |
| ৭। | বিহমপুৰ | সন্তদেৱ | ১৬২৫-১৬৭৫ |
| ৮। | চাকলা | মোহনা বাপু | ১৬৫০-১৬৭৫ |
| ৯। | চাৰিঙ্গীয়া | শ্ৰীবংশীগোপালৰ এজন শিষ্য | ১৬২৫-১৬৫০ |
| ১০। | দক্ষিণপাট | বনমালীদেৱ | ১৬৫৩ |
| ১১। | ঢাপকটা | বনমালীদেৱ | ১৬২৫-১৬৫০ |
| ১২। | ডিফুল | কৃষ্ণচন্দ্ৰ | ১৬৫০-১৬৭৫ |
| ১৩। | দুৰামৰা | মাধবেন্দ্ৰ | ১৬০০-১৬২৫ |
| ১৪। | গড়মূৰ | জয়হৰিদেৱ | ১৭১৫-১৭৪৪ |
| ১৫। | গড়পুখুৰীয়া | হৰিবাপু | ১৬২৫-১৬৫০ |

| | | | |
|---|---|---|---|
| ১৬। | গৌৰাংগ | গৌৰাংগ বাপু | ১৬২৫-১৬৫০ |
| ১৭। | ঘৰামৰা | মাধবেন্দ্ৰ | ১৬০০-১৬২৫ |
| ১৮। | ঘুৰিয়া গঞা | হৰিবাপু | ১৬২৫-১৬৫০ |
| ১৯। | জালকুৰীয়া | শ্ৰীবংশীগোপালদেৱৰ এজন শিষ্য | ১৬২৫-১৬৫০ |
| ২০। | জাতকাৰা | বনমালীদেৱ | ১৬৫০-১৭০০ |
| ২১। | কুৰুৱাবাহী | শ্ৰীবংশীগোপালদেৱ | ১৬০০-১৬২৫ |
| ২২। | মধুমিশ্ৰ | মধুমিশ্ৰদেৱ | ১৬৫০-১৬৭৫ |
| ২৩। | মাহৰা | জগদানন্দ | ১৬৫০-১৬৭৫ |
| ২৪। | মিশিৰ সত্ৰ | হৰি মিশ্ৰ | ১৬৫০-১৬৭৫ |
| ২৫। | পছমাৰা | — | — |
| ২৬। | পটিয়াৰী | পূৰ্ণানন্দ দেৱ | ১৬৫০-১৬৭৫ |
| ২৭। | ফুটুকাচাপৰি | — | ১৬৭৫-১৭০০ |
| ২৮। | ৰতনপুৰ | পূৰ্ণানন্দ | ১৬৭৩-১৭২৫ |
| ২৯। | সাউদকুছি | সৰ্বানন্দ | ১৬৫০-১৭০০ |
| ৩০। | শিয়ালমাৰি | বলদেৱৰ শিষ্য | ১৬৫০-১৬৫০ |
| ৩১। | শ্ৰবণী সত্ৰ | গতিকান্ত | ১৬৫০-১৬৭৫ |
| ৩২। | তিয়কিয়াল | শ্ৰীবংশীগোপালদেৱৰ এজন শিষ্য | ১৬২৫-১৬৫০ |
| ৩৩। | তিপমীয়া | — | ১৬৫০-১৭০০ |
| ৩৪। | উলুবাৰী | বলৰাম | ১৬৫০-১৭০০ |
| ৩৫। | উলনিয়াল | কানুবাপু | ১৬২৫-১৬৫০ |
| ৩৬। | বিষ্ণুপুৰ | শ্ৰীবংশীগোপালদেৱৰ এজন শিষ্য | ১৬৫০-১৭০০ |
| | | **পুৰুষ সংহতি (৫৮)** | |
| ৩৭।. | ওৱা | — | ১৭০০-১৭৫০ |
| ৩৮। | বাহজেনাজানি | স্বৰূপানন্দ | ১৭০০-১৭৫০ |
| ৩৯। | বালিপুখুৰী | জীৱধন | ১৭৫০-১৮০০ |
| ৪০। | বগীআই | — | ১৭০০-১৮০০ |
| ৪১। | বাটৰ গঞা | পৰমানন্দ | ১৬৫০-১৭২৫ |
| ৪২। | বেলগুৰি | — | — |
| ৪৩। | বেলশিৰীয়া | সনাতন | ১৬৩০-১৬৬০ |
| ৪৪। | বেঙেনাআটি | মুৰাৰী | ১৬২৫-১৬৫০ |
| ৪৫। | ভাগতী | এলেঙীৰ ৰূপকৃষ্ণৰ শিষ্য | ১৭০০-১৭৫০ |
| ৪৬। | ভোগপুৰ | — | — |

| | | | |
|---|---|---|---|
| ৪৭। | বিহামপুৰ | গোবিন্দবাপু | ১৬৩০-১৬৬০ |
| ৪৮। | চামগুৰি | চক্ৰপাণি | ১৬৬০-১৬৭৫ |
| ৪৯। | চেকেৰাতলী | গোপীনাথ | ১৬২৫-১৬৫০ |
| ৫০। | চুণ্ডাপাৰা | কানাই আতৈ | ১৬৩০-১৬৬০ |
| ৫১। | চুপহা | কৃষ্ণচৰণ | ১৬২৫-১৬৫০ |
| ৫২। | দাংধৰা | — | ১৭৫০-১৮০০ |
| ৫৩। | দিখৌমুখীয়া | — | ১৭০০-১৭৫০ |
| ৫৪। | দিঘলী | শাৰংগপাণি | ১৬৫০-১৬৭৫ |
| ৫৫। | এলেঙী | বাপুকৃষ্ণ | ১৬৩০-১৬৫০ |
| ৫৬। | গতামীয়া | জয়গোবিন্দ | ১৬৫০-১৬৭৫ |
| ৫৭। | গোমথা মাহাৰা | ৰামকৃষ্ণ | ১৬২৫-১৬৫০ |
| ৫৮। | হালধিআটি | মুকুন্দ | ১৬৩০-১৬৬০ |
| ৫৯। | কোডোবাহি | ৰমাকান্ত | ১৭০০-১৭৫০ |
| ৬০। | কাজিৰঙা | — | — |
| ৬১। | কাকৰিকটা | এলেঙীৰ বাপুকৃষ্ণৰ শিষ্য | ১৭০০-১৭৫০ |
| ৬২। | কামজান | — | ১৭০০-১৭৫০ |
| ৬৩। | ৰংকিলা | — | — |
| ৬৪। | কণ্টাৰি | ৰঘুপতি | ১৬৫০-১৬৭৫ |
| ৬৫। | কৰতী | হৰিগতি | ১৬৫০-১৬৭৫ |
| ৬৬। | কাথপাৰ | কমললোচন | ১৬২৫-১৬৫০ |
| ৬৭। | কাথবাপু | মুকুন্দদেৱৰ শিষ্য | ১৬৫০-১৭০০ |
| ৬৮। | কাথৰগ্ৰাম | পৰমানন্দ | ১৬৫০-১৬৭৫ |
| ৬৯। | কাৰৈমাৰী | গোপীনাথ | ১৬৫০-১৬৭৫ |
| ৭০। | খাটপাৰ | শংকৰগতি | ১৭০০-১৭২৫ |
| ৭১। | খেৰকটীয়া | — | ১৭০০-১৭৫০ |
| ৭২। | কোৱামৰা | অনন্ত ৰায় | ১৬৪০-১৬৭৫ |
| ৭৩। | লখিমপুৰ | ৰঘুপতি | ১৬৫০-১৬৫ |
| ৭৪। | লেটুগ্ৰাম | কৃষ্ণচৰণ | ১৭০০-১৭২৫ |
| ৭৫। | মদাৰগুৰি | ৰমাকান্ত আৰু ৰমানন্দ | ১৭০০-১৭২৫ |
| ৭৬। | মিচমি | হৰিচৰণ | ১৭৫০-১৬৭৫ |
| ৭৭। | নাচনিপাৰ | ৰামচন্দ্ৰ | ১৬৩০-১৬৬০ |
| ৭৮। | নাচপাৰ | ৰামশোভন | ১৬৫০-১৬৭৫ |
| ৭৯। | নলতীয়া | গোপীকান্ত | ১৬৫০-১৬৭৫ |
| ৮০। | নৰসিংহ | নৰসিংহ | ১৭০০-১৭৫০ |
| ৮১। | নৰোৱা | দামোদৰ আতা | ১৬৫০-১৬৭৫ |

| | | | |
|---|---|---|---|
| ৮২। | নেপালী | ৰতিকান্ত | ১৬৫০-১৬৭৫ |
| ৮৩। | পাসৰি | কৃষ্ণগ্ৰহণ | ১৬৫০-১৬৭৫ |
| ৮৪। | পোৰাভেটা | পৰমানন্দ | ১৭০০-১৭৫০ |
| ৮৫। | পুনিয়া | পৰশুৰাম | ১৬২৫-১৬৫০ |
| ৮৬। | ৰতনপুৰ | পৰমানন্দ | ১৬৫০-১৬৭৫ |
| ৮৭। | শ'লগুৰি | ৰামকৃষ্ণ | ১৬৩০-১৬৬০ |
| ৮৮। | শ'লমৰীয়া | কৃষ্ণ | ১৬৫০-১৬৭৫ |
| ৮৯। | সাওকুছি | হৰিচৰণ | ১৬২৫-১৬৫০ |
| ৯০। | টকৌবাৰী | বাপুকৃষ্ণৰ শিষ্য | ১৭০০-১৭৫০ |
| ৯১। | ঠাকুৰীয়াল | কমললোচন | ১৬২৫-১৬৫০ |
| ৯২। | থুকুবিল | অভিমন্যু | ১৭০০-১৭৫০ |
| ৯৩। | উলুতলী | বাপুকৃষ্ণৰ শিষ্য | ১৭০০-১৭৫০ |
| | | **নিকা সংহতি (১১)** | |
| ৯৪। | উজনিয়াল | কানু আঁতে | ১৬৫০-১৬৭৫ |
| ৯৫। | ঔগুৰি | পদ্ম আতাৰ শিষ্য | ১৬২৫-১৬৫০ |
| ৯৬। | ভোগপুৰ | দামোদৰ আতা | ১৬২৫-১৬৫০ |
| ৯৭। | চকলা | কেশৱচৰণ আতা | ১৬২৫-১৬৫০ |
| ৯৮। | চাপৰি | — | — |
| ৯৯। | চিনাতলী | — | — |
| ১০০। | নসত্ৰ | পদ্ম আতাৰ শিষ্য | ১৮৫০-১৮৭৫ |
| ১০১। | শিলপতীয়া | পদ্ম আতাৰ শিষ্য | ১৬২৫-১৬৫০ |
| ১০২। | ঠাকুৰীয়া | — | ১৬২৫-১৬৫০ |
| ১০৩। | জৰাবাৰী | শ্ৰীকান্ত | ১৬৫০-১৬২৫ |
| ১০৪। | কমলাবাৰী | পদ্মআতা | ১৫৯৫-১৬২৫ |
| ১০৫। | লাইতলী | জয়কান্ত | ১৬২৫-১৬৫০ |
| | | **কাল সংহতি (৬৪)** | |
| ১০৬। | অভয়াপুৰ | দামোদৰ আতৈ | ১৬৭৫-১৭০০ |
| ১০৭। | আহঁতগুৰি | শ্ৰীৰামবাপু | ১৬২৫-১৬৫০ |
| ১০৮। | আমগুৰি | মাধৱানন্দ | ১৭০০-১৭৫০ |
| ১০৯। | আমতলা | — | ১৬৫০-১৬৭৫ |
| ১১০। | বাঘমাৰা | বৰগুৰু | ১৬২৫-১৬৫০ |
| ১১১। | বালামি | বিজয়ানন্দ | ১৬৭৫-১৭০০ |
| ১১২। | বাঁহবাৰী | বৰযদুমণি | ১৬০০-১৬২৫ |
| ১১৩। | বাৰেঘৰ | শ্ৰীৰাম | ১৭০০-১৭৫০ |
| ১১৪। | বৰহাই পুখুৰী | — | — |

| | | | |
|---|---|---|---|
| ১১৫। | ভোগপুৰ | মুৰাৰি আতা | ১৬৭৫-১৭০০ |
| ১১৬। | বুদবাৰী | বিজয়ানন্দ | ১৭০০-১৭৫০ |
| ১১৭। | চকলা | নাৰায়ণ আতৈ | ১৬২৫-১৬৫০ |
| ১১৮। | চলিহা | সুদৰ্শন | ১৭০০-১৭৫০ |
| ১১৯। | চৰাইবাহী | মুৰাৰী বাপু | ১৬২৫-১৬৫০ |
| ১২০। | চেচা | ৰামাই আতৈ | ১৬৫০-১৬৭৫ |
| ১২১। | চিয়া আখিওয়া | সৰু যদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ১২২। | ডবামৰা | সৰু যদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ১২৩। | দহঘৰীয়া | নাৰায়ণ আতৈ | ১৬২৫-১৬৫০ |
| ১২৪। | দাংধাৰীয়া | সৰুযদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ১২৫। | দেওপানী | সৰুযদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ১২৬। | ধলা | গিৰিধৰ | ১৭০০-১৭৫০ |
| ১২৭। | ঢাপকটা | আইঁতগুৰিৰ-শ্ৰীৰামৰ শিষ্য | ১৬৫০-১৬৭৫ |
| ১২৮। | ধুপঙ্গীয়া | আইঁতগুৰিৰ-শ্ৰীৰামৰ শিষ্য | ১৬৫০-১৬৭৫ |
| ১২৯। | ঢোপাবৰ | স্বৰূপানন্দ | ১৬২৫-১৬৫০ |
| ১৩০। | দিহিং | সনাতনদেৱ | ১৬২৫-১৬৫০ |
| ১৩১। | গজলা | সৰুযদুমণি | ১৬২৫-১৬৫০ |
| ১৩২। | গতিয়াৰা | ইকৰাজান সত্ৰ-ৰামচন্দ্ৰৰ শিষ্য | ১৬৫০-১৬৭৫ |
| ১৩৩। | গোধামাৰা | শ্ৰীৰাম আতাৰ শিষ্য | ১৬৫০-১৬৭৫ |
| ১৩৪। | হালধিআটি | নাৰায়ণ | ১৬২৫-১৬৫০ |
| ১৩৫। | হেমাৰবাৰী | ৰামচন্দ্ৰ | ১৬৫০-১৭০০ |
| ১৩৬। | ইকৰাজান | ৰামচন্দ্ৰ | ১৬২৫-১৬৫০ |
| ১৩৭। | জকাই | ৰমাকান্ত | ১৭২৫-১৭৫০ |
| ১৩৮। | জাৰিগুৰি | সৰুযদুমণিৰ শিষ্য | ১৭০০-১৭৫০ |
| ১৩৯। | জুৰাকাটা | কানাই আতৈ | ১৬৫০-১৭০০ |
| ১৪০। | কংসাপাৰ | অনিৰুদ্ধ দেৱ | ১৬৫০-১৬৭৫ |
| ১৪১। | কৰতিপাৰ | ৰামানন্দ | ১৬৫০-১৬৭৫ |
| ১৪২। | কৰ্দৈগুৰি | ৰামকানাই | ১৭২৫-১৭৫০ |
| ১৪৩। | খুটিয়াপোটা | কৃষ্ণদেৱ | ১৬৩০ |
| ১৪৪। | কাঠনিপাৰ | সুনন্দ | ১৭২৫-১৭৭৫ |
| ১৪৫। | কাঠপাৰ | পুৰুষোত্তম | ১৬২৫-১৬৫০ |
| ১৪৬। | কোৰেখন্দা | সৰু-যদুমণি শিষ্য | ১৭০০-১৭৫০ |
| ১৪৭। | কোৰাচগুৰি | যদুমণি | ১৬৫০-১৬৭৫ |
| ১৪৮। | লেংডি | মোক্ষদেৱ | ১৬৭৫-১৭২৫ |

